# পাৰ্বতি প্ৰসাদৰ
# জীৱন দৰ্শন আৰু সাহিত্য



ডং বিভা দত্ত নেওগ

**PARVATI PRASADAR JIVAN DARSHAN ARU SAHITYA :** A book on lyrical poet Parvatiprasad Barua's life, philosophy and literature written by Dr. Bibha Dutta Neog and published by Dr. Jagadish Patgiri, General Secretary, Asam Sahitya Sabha and General Secretary, Parvatiprasad Barua Janma Satavarsiki Utsav Udjapan Samiti. Bhagavatiprasad Barua Bhavan, Guwahati -781001. 18th February, 2005. Price Rs. 350.00.

---

**প্ৰকাশক** ড° জগদীশ পাটগিৰী
প্ৰধান সম্পাদক, অসম সাহিত্য সভা
আৰু
সাধাৰণ সম্পাদক
পাৰ্বতিপ্ৰসাদ বৰুৱা জন্ম-শতবাৰ্ষিকী উৎসৱ উদযাপন সমিতি
ভগৱতীপ্ৰসাদ বৰুৱা ভৱন, গুৱাহাটী -৭৮১০০১

**প্ৰথম প্ৰকাশ** : ১৮ ফেব্ৰুৱাৰী, ২০০৫ খ্ৰীষ্টাব্দ

**বেটুপাত** : চন্দন চুতীয়া

**কম্পিউটাৰ ৰেখাঙ্কন** : যাদৱ শৰ্মা
পবিত্ৰ শৰ্মা

**মূল্য** : ৩৫০.০০ টকা

**মুদ্ৰক** : সদা শৰ্মা
*ডাউন টাউন কম্পিউটাৰ, অমিতাভ কুটীৰ*
*অৰুনোদই পথ, শ্লুইচ গেট, ভৰলুমুখ, গুৱাহাটী - ৯*
*ফোন : ২৬০৪৫৮৯*



জন্ম : ১৯ আগষ্ট, ১৯০৪

দেহাবসান : ৭ জুন, ১৯৬৪

# প্ৰধান সম্পাদকৰ নিবেদন

অসমৰ গীতি-সাহিত্যৰ জগতত পাৰ্বতিপ্ৰসাদ এটি সঘনাই উচ্চাৰিত নাম। অসমত সম্ভৱতঃ এনে কোনো ব্যক্তি নাই, যিজনে পাৰ্বতিপ্ৰসাদৰ গীতৰ কলি এটি আওৰাই পোৱা নাই। অসমৰ মাটিৰ কৃষ্টিক বুটলি আনি থলুৱা লোকগীত, বৰগীত, টোকাৰী গীত, বিহুনাম, বিয়ানাম, আইনামৰ সুৰেৰে অসমীয়া আধুনিক গীতক সজাই অসমীয়া কৃষ্টিক নতুন ৰূপেৰে জিলিকাই অভিনৱ মাত্ৰা প্ৰদান কৰি এইগৰাকী ব্যক্তি অসমীয়া গীতি-সাহিত্যৰ জগতত স্মৰণীয় হৈ ৰ'ল। পাৰ্বতিপ্ৰসাদৰ সময়ত অসমত বঙালী সুৰৰ বঙালীৰ পৰা তৰ্জমা কৰা গীতহে চলিছিল। পাৰ্বতিপ্ৰসাদে নিজেও এঠাইত কৈছিল, "আধুনিক সংগীতৰ 'কাদেৰ ফুলেৰ বৌৰ'ৰ ঠাইত 'কাৰনো বোৱাৰী' বুলি বঙলা সুৰত কথাৰ ভাঙনিৰ পাছত 'পতিতোদ্ধাৰিণী গঙ্গে'ৰ বঙলা সুৰত চেনেহী জননী বন্দে' বুলি অসমীয়া কথাৰে গান ৰচাৰ পৰা গৈ সোণ বৰণীয়া কেতেকী ধুনীয়া বা হেৰ' বলিয়া নয়ন ভৰি ভৰি চা'ৰ নিভাঁজ অসমীয়া সুৰ আহিল।" সেই নিভাঁজ সুৰ প্ৰথমতে আনিছিল পাৰ্বতিপ্ৰসাদে নিজেই। পাৰ্বতিপ্ৰসাদ নিজেও বিশ্বকবিৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল, কিন্তু ৰবীন্দ্ৰনাথৰ গীতৰ সুৰ অসমীয়া সংগীতত ব্যৱহাৰ কৰাৰ পৰিবৰ্তে অসমীয়া থলুৱা গীতৰ সুৰেৰেহে তেওঁ গীতসমূহ সজাই তুলিছিল। পাৰ্বতিপ্ৰসাদৰ গীতত সমুদ্ৰৰ গৰ্জন নাই, বিদেশী বাদ্যৰ ঝংকাৰ নাই, আছে অসমৰ হাবি বননি, চৰাই-চিৰিকতি, শৰতৰ পৰশত জীপাল হৈ উঠা প্ৰাকৃতিক সৌন্দৰ্য আৰু অসমৰ বুকুত নৈ-নিজৰা-জুৰি-জানৰ চিত্ৰ। পাৰ্বতিপ্ৰসাদৰ গীতৰ কথাত সদায়ে দেখা গছজোপাও নতুন আহি আমাৰ চকুত ধৰা দিয়ে।

পাৰ্বতিপ্ৰসাদৰ গীতত শৰতৰ চিত্ৰই বেছি। সেয়ে তেওঁ শৰতৰ কবি। শৰতৰ কঁহুৱা, নীলা আকাশত ওপঙি ফুৰা শুকুলা ডাৱৰ, দুবৰি বনত জিলিকি থকা নিয়ৰৰ টোপাল আৰু স্নিগ্ধ জোনাকে কবিক ব্যাকুল কৰিছিল। কবিৰ বৰ্ণনাত শৰত ঋতুকোঁৱৰ সাজেৰে সাজি উঠিছে। ১৯২৯ চনত শাৰদী পুৰ্ণিমা ৰাতিত বাগিচাৰ বঙলাতে তেওঁ জোনাকী মেলৰ পাতনি মেলিছিল। পাৰ্বতিপ্ৰসাদৰ শব্দচয়ন অনুপম। অসমীয়া ভাষাক বহু নতুন শব্দৰে পাৰ্বতিপ্ৰসাদে সমৃদ্ধ কৰিছে।

পাৰ্বতিপ্ৰসাদৰ সৈতে অসম সাহিত্য সভাৰ সম্পৰ্ক আছিল নিবিড়। ১৯১৭ চনত শিৱসাগৰত পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত বহা অসম সাহিত্য সভাৰ প্ৰথম অধিৱেশনত আদৰণী গীত গাই সভাপতি বৰণ কৰিবলৈ আহ্বান জনাইছিল পাৰ্বতিপ্ৰসাদে। তাৰ ৪৪ বছৰৰ মূৰত গোৱালপাৰত বহা সভাৰ ঊনত্ৰিংশ সন্মিলনৰ সংগীত অধিৱেশনৰ সভাপতিৰ আসন অলংকৃত কৰিছিল পাৰ্বতিপ্ৰসাদে। ১৯৩৩ চনত জ্যেষ্ঠ ভাতৃ ভগৱতীপ্ৰসাদ বৰুৱাৰ পৰিয়ালটি এক শোকাবহ দুৰ্ঘটনাত চকুৰ সন্মুখত দিচাং নৈৰ বুকুত জাহ যোৱাত পাৰ্বতিপ্ৰসাদ শোকস্তব্ধ হৈ পৰে আৰু ভগৱতীপ্ৰসাদ বৰুৱাৰ স্মৃতি যুগমীয়া কৰি ৰাখিবলৈ গুৱাহাটীত ভগৱতী প্ৰসাদ বৰুৱা ভৱন নিৰ্মাণৰ বাবে অসম সাহিত্য সভাক পঞ্চাশ হেজাৰ টকাৰ দান দিয়ে।

গীতিকবি গৰাকীৰ জন্ম শতবৰ্ষ পূৰ্তিত শ্ৰদ্ধাৰ্ঘ নিবেদন কৰিবলৈ অসম সাহিত্য সভাই যোৱা ২০০৩ খ্ৰীষ্টাব্দৰ ১৯ আগষ্টৰ পৰা 'গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱা জন্ম-শতবাৰ্ষিকী উৎসৱ' উদ্‌যাপন সমিতি গঠন কৰি বিভিন্ন আঁচনি ৰূপায়ণ কৰি আহিছে। সভাই ১৯ আগষ্ট, ২০০৩ খ্ৰীষ্টাব্দত ভগৱতী প্ৰসাদ বৰুৱা ভৱন আৰু কটন কলেজ ছাত্ৰ একতা সভা তথা কটন কলেজ সাহিত্য সভাৰ সহযোগত কটন কলেজৰ বিষ্ণুপ্ৰসাদ ৰাভা প্ৰেক্ষাগৃহত শতবৰ্ষ উৎসৱৰ উদ্বোধনী অনুষ্ঠান অনুষ্ঠিত কৰে। সভাই পাৰ্বতিপ্ৰসাদ বৰুৱাৰ অমৰ সৃষ্টি জোনাকী মেল ফাঁছী বজাৰৰ ৰজাদুৱাৰ ঘাটত চান্দৰডিঙা জাহাজৰ বুকুত যোৱা ১১ ডিচেম্বৰ, ২০০৩ খ্ৰীষ্টাব্দ তাৰিখে অনুষ্ঠিত কৰে। পাৰ্বতিপ্ৰসাদৰ জন্ম শতবাৰ্ষিকীৰ সময়তে গীতি-কবিগৰাকীৰ জীৱন দৰ্শন আৰু সাহিত্যৰ বিষয়ে দুখন গ্ৰন্থ প্ৰকাশৰ আঁচনি লৈছিল। ইতিমধ্যে ড° বিভা দত্ত নেওগে পাৰ্বতিপ্ৰসাদৰ ওপৰত কৰা গৱেষণা গ্ৰন্থখনৰ কিছু সাল-সলনিৰে সভাক প্ৰকাশৰ বাবে জমা দিয়ে আৰু সভাই গ্ৰন্থখন প্ৰকাশ কৰে। আমি এই সুযোগতে ড° নেওগলৈ ধন্যবাদ জনালোঁ।

গ্ৰন্থখন প্ৰকাশৰ ক্ষেত্ৰত সভাৰ মাননীয় সভাপতি ড° বীৰেন্দ্ৰনাথ দত্তই দিহা-পৰামৰ্শৰে আমাক উৎসাহিত কৰে। গ্ৰন্থখন প্ৰকাশৰ ক্ষেত্ৰত বিভিন্ন দিশত সহায় কৰা বাবে গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱা জন্ম শতবাৰ্ষিকী উৎসৱ উদ্‌যাপন সমিতিৰ কৰ্মকৰ্তাসকল বিশেষকৈ পাৰ্বতিপ্ৰসাদৰ সুযোগ্য পুত্ৰ শ্ৰীপ্ৰণৱিৰাম বৰুৱা, শ্ৰীমানৱিৰাম বৰুৱা, শ্ৰীভাৰৱিৰাম বৰুৱা আৰু জীয়ৰী শ্ৰীমতী সান্ত্বনা বৰুৱা, শান্তিকাম হাজৰিকা, গুৱাহাটী কাৰ্যালয়ৰ সহকাৰী সম্পাদক তথা উদ্‌যাপন সমিতিৰ সহকাৰী সম্পাদক শ্ৰীকমল কলিতা, জাতীয় ন্যাস পুঁজিৰ আহ্বায়ক শ্ৰীজয়ন্ত বৰুৱা, শ্ৰীগীতা দেৱী গগৈ, ডাঃ ছাইদুল ইছলাম, শ্ৰীগোপাল কাকতী, শ্ৰীসোণাৰাম সাউদ, শ্ৰীৰণজিত বৰ্মন, শ্ৰীভৱেশ দাসৰ শলাগ ল'লোঁ। গ্ৰন্থখনৰ প্ৰচ্ছদ আৰু ভিতৰৰ পাৰ্বতিপ্ৰসাদৰ চিত্ৰখন আঁকি দিয়া বাবে চন্দন চুতীয়া আৰু আৰ্হিকাকত চাই দিয়া বাবে শ্ৰীমানবেন্দ্ৰ ভট্টাচাৰ্য আমাৰ শলাগৰ পাত্ৰ। আশা ৰাখিছোঁ পাৰ্বতিপ্ৰসাদৰ কৃতি আৰু কৃতিত্বক সামৰি প্ৰস্তুত কৰা গৱেষণালব্ধ এই গ্ৰন্থখনিয়ে আমাৰ তৰুণ প্ৰজন্মক বিশেষভাৱে আকৰ্ষিত কৰিব আৰু আমাৰ বৌদ্ধিক সমাজখনেও পাৰ্বতিপ্ৰসাদক নতুন ৰূপত আৱিষ্কাৰ কৰাত ইন্ধন যোগাব।

*ভৱদীয় —*

ড° জগদীশ পাটগিৰী
প্ৰধান সম্পাদক, অসম সাহিত্য সভা
আৰু
সাধাৰণ সম্পাদক
পাৰ্বতিপ্ৰসাদ বৰুৱা জন্ম শতবাৰ্ষিকী
উৎসৱ উদ্‌যাপন সমিতি

*১৮ জানুৱাৰী, ২০০৫ খ্ৰীষ্টাব্দ*
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট - ১
ভগৱতীপ্ৰসাদ বৰুৱা ভৱন, গুৱাহাটী - ১

# প্ৰাক্‌কথন

অসমৰ জনমানসত পাৰ্বতিপ্ৰসাদ বৰুৱা গীতি-কবি ৰূপে পৰিচিত। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত কিছুমান সুকীয়া বৈশিষ্ট্য প্ৰতিফলিত হৈছে যিয়ে অসমীয়া গীতি-কবিতাক নতুন আয়তন দান কৰিছে। ঊনবিংশ শতিকাৰ শেষভাগ আৰু বিংশ শতাব্দীৰ প্ৰথমভাগ অসমীয়াৰ জীৱন আৰু মানসিকতা গঠনৰ ক্ষেত্ৰত উল্লেখযোগ্য কাল হিচাপে পৰিচিত হৈছে। এই কালছোৱা অসমীয়া জাতীয় জীৱনৰ বিকাশৰ ক্ষেত্ৰতো উল্লেখযোগ্য অধ্যায় স্বৰূপ। ইংৰাজ আগমনৰ কালছোৱাত প্ৰাচীন মূল্যবোধ আৰু জীৱনাদৰ্শত বৈদেশিক ভাবধাৰাৰ আঘাত লাগিছিল। এই অভিনৱ সংঘাতৰ মাজতো কিছুমান বিশিষ্ট ব্যক্তিয়ে ঐতিহ্যক বাস্তৱলৈ ৰূপান্তৰিত কৰাৰ প্ৰয়াস কৰিছিল। এই বিশিষ্ট ব্যক্তিসকল আগবাঢ়ি যোৱা পথেৰে বিংশ শতাব্দীলৈ বাট বুলোঁতাসকলৰ ভিতৰত পাৰ্বতিপ্ৰসাদো এজন। অসমীয়া ভাষা-সাহিত্য প্ৰতিষ্ঠা, প্ৰকাশ আৰু বিকাশৰ ক্ষেত্ৰত লক্ষ্মীনাথ বেজবৰুৱাই যি আদৰ্শ দেখুৱাই গ'ল সেই আদৰ্শই পাৰ্বতিপ্ৰসাদক অনুপ্ৰাণিত কৰিছিল। অসমীয়া জাতিৰ ধৰ্ম, সমাজ, সংস্কৃতি, সাহিত্যক সুকীয়া গঢ় দিওঁতা মহাপুৰুষ শঙ্কৰদেৱৰ আদৰ্শ আৰু প্ৰতিভা; নামঘোষাৰ মাজেদি প্ৰকাশিত মাধৱদেৱৰ ভক্তিবিগলিত আত্মলঘিমাৰ সুৰ আদিয়ে যেনেকৈ পাৰ্বতিপ্ৰসাদৰ কবি-মানসক সাহস আৰু প্ৰেৰণা যোগাইছিল ঠিক তেনেকৈ স্বকীয় প্ৰতিভাৰে, অফুৰন্ত কৰ্ম্ম দক্ষতাৰে অসমীয়া ভাষাক ৰক্ষা কৰি টনকিয়াল কৰোঁতা, অসমীয়াক জাতীয়তাৰে অনুপ্ৰাণিত কৰোঁতা যুগস্ৰষ্টা লক্ষ্মীনাথ বেজবৰুৱাৰ ব্যক্তিত্ব আৰু প্ৰতিভাই পাৰ্বতিপ্ৰসাদক বাট দেখুৱাইছিল। উল্লেখ্য, পাৰ্বতিপ্ৰসাদৰ জন্ম হৈছিল ১৯০৪ চনত আৰু বেজবৰুৱাৰ 'বাঁহী'ৰ জন্ম হৈছিল ১৯০৯ চনত। পাৰ্বতিপ্ৰসাদৰ সৃষ্টিশীল প্ৰাণতো বেজবৰুৱাৰ 'বাঁহী'ৰ সুৰ প্ৰতিধ্বনিত হৈছিল।

পাৰ্বতিপ্ৰসাদৰ জীৱন-বোধৰ ভেটি নিৰ্মাণত চন্দ্ৰকুমাৰ আগৰৱালাৰ সৌন্দৰ্য-চেতনা আৰু অন্তৰ্দৃষ্টিয়েও অৰিহণা যোগাইছিল। বেজবৰুৱাই 'বীণ-বৰাগী কবিতা'ত আশ্বাস দিছিল — 'শুনা ঐ বৈৰাগী/আনন্দৰ কাহিনী/অসমৰ যশৰাশি/হিয়া মোৰ হেৰ'/বলৱন্ত হওক/পৰাণ উঠক উলাসী।' চন্দ্ৰকুমাৰ আগৰৱালাৰ 'বীণ-বৰাগী'ৰ চতুৰ্থ অংশত উদ্ভাসি উঠিছিল এক অতীন্দ্ৰিয় ব্যঞ্জনা— 'মোৰেই জগতখনে মোকেই

মাতিছে/ গৃহস্থলৈ আলহীৰ আসন পাতিছে/ মোৰ দাপোনত মোৰ মুখ দেখুৱাই/ মোৰ মুখাকেই পিন্ধি সেন্দুৰ বিলায়।' নতুবা 'হিয়াৰ মাজেদি/অনন্ত সুখৰ/পৰি আছে ৰাজবাট' ইত্যাদি দাৰ্শনিক চিন্তায়ো পাৰ্বতিপ্ৰসাদৰ চেতনাক প্ৰসাৰতা দান কৰিছে। জীৱন আৰু জগতৰ স্বৰূপ সন্ধান কৰি অৱশেষত 'বীণ-বৰাগী'য়ে এক ব্যঞ্জনামণ্ডিত বাণী উচ্চাৰণ কৰিছে — 'মোৰেই মুখেদি মানৱ প্ৰাণৰ/ফুটক আকুল মাত/ মোৰ চিন্তাতেই গূঢ় ৰহস্যৰ/সত্য হক প্ৰতিভাত।' পাৰ্বতিপ্ৰসাদৰ 'বীণ-বৰাগী'য়েও যেন সেই 'চিৰ অভেদ্য মহা ৰহস্য'ৰ সত্য সন্ধানত ব্ৰতী হৈছিল। এনে এক চেতনাৰে উদ্বুদ্ধ হৈ 'জীৱনৰ পথাৰত লহপহকৈ গজি উঠা সৃষ্টিৰ কঠীয়া' নিয়তিয়ে 'মষিমুৰ কৰি' পেলালেও তেওঁ নিয়তিক প্ৰত্যহ্বান জনোৱা সংগ্ৰামী পৌৰুষ অৰ্জন কৰিছে। জীৱন আৰু জগতৰ স্বৰূপ উপলব্ধিয়ে কবি-চিত্তক প্ৰশান্ত আৰু সমাহিত কৰি তুলিছে ; ধ্যান স্তিমিত মহীয়ান উপলব্ধিৰে কাব্য-চেতনা পৰিপুষ্ট হৈছে। উপলব্ধিৰ শেষ স্তৰত সাধক কবিৰ সত্ত্বা পৰম-সত্ত্বাৰ লগত একাত্ম হৈ গৈছে। সকলো সংকীৰ্ণতা অতিক্ৰম কৰি 'সংসাৰ হাটত জীৱনৰ ভাও দিয়া' অভিনেতা আৰু অদৃশ্য পৰিচালক একীভূত হৈ পৰিল, একীভূত হৈ পৰিল স্ৰষ্টা আৰু সৃষ্টি।

বেজবৰুৱাৰ 'বীণ-বৰাগী'ৰ বীণত অনুৰণিত হৈছে 'আনন্দৰ কণা, ৰসৰ নিজৰা' আকাশী গংগাৰ দৰে মৰ্তলৈ বোৱাই অনাৰ প্ৰতিশ্ৰুতি ; আগৰৱালাৰ 'বীণ-বৰাগী'ৰ বীণত অনুৰণিত হৈছে সমাজৰ অসূয়া-অপ্ৰীতি, উচ্চ-নীচৰ ভেদাভেদ দূৰ কৰা মানৱতাৰ ধ্বনি আৰু পাৰ্বতিপ্ৰসাদৰ 'বীণ-বৰাগী'ৰ বীণত অনুৰণিত হৈছে জীৱন আৰু জগতৰ গূঢ় ৰহস্যৰ সন্ধানী দৃষ্টি।

**কৃতজ্ঞতাৰে স্মৰণ কৰিছোঁ ঃ** গ্ৰন্থ প্ৰকাশৰ এই মুহূৰ্ত্তত, গৱেষণা কৰ্মত বিভিন্ন দিহা-পৰামৰ্শ আগবঢ়োৱা শ্ৰদ্ধাভাজন শিক্ষা গুৰু ড° নগেন শইকীয়া চাৰ আৰু ড° কৰবী ডেকা হাজৰিকা বাইদেউক আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জনাইছোঁ। উল্লেখযোগ্য যে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত ড° কৰবী ডেকা হাজৰিকা বাইদেউৰ তত্ত্বাৱধানত 'পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ বিশ্লেষণাত্মক অধ্যয়ন' শীৰ্ষক বিষয়ত কৰা গৱেষণাৰ বাবে ডিব্ৰুগড় বিশ্ববিদ্যালয়ে পি, এইচ, ডি উপাধি প্ৰদান কৰে। কিন্তু বৰ্ত্তমান গ্ৰন্থখন প্ৰস্তুত কৰি উলিয়াওঁতে গৱেষণা গ্ৰন্থখনক আধাৰ হিচাপে লোৱা হৈছে যদিও এই গ্ৰন্থখন গৱেষণা গ্ৰন্থৰ হুবহু ৰূপ নহয়। প্ৰয়োজন সাপেক্ষে সম্পাদনা কৰাৰ উপৰি কিছুমান প্ৰসঙ্গ নতুনকৈ সংযোগ কৰা হৈছে আৰু এখন সাধাৰণ গ্ৰন্থৰ বাবে অপ্ৰয়োজনীয় বুলি ভবাখিনি বিয়োগ কৰা হৈছে।

অন্য এটি কথাও প্ৰসংগক্ৰমে উল্লেখ কৰিব বিচাৰিছোঁ যে পাৰ্ব্বতিপ্ৰসাদৰ গীতৰ বিভিন্ন দিশ সামৰি এটি সাক্ষাৎকাৰ পাৰ্ব্বতিপ্ৰসাদ বৰুৱাৰ বৰপুত্ৰ, গায়ক, গীতিকাৰ শ্ৰীযুত প্ৰণৱিৰাম বৰুৱাদেৱৰ পৰা লোৱা হৈছিল। এই সাক্ষাৎকাৰটোও গ্ৰন্থখনত সন্নিৱিষ্ট কৰা হৈছে।

এই আপাহতে, পাৰ্ব্বতিপ্ৰসাদ বৰুৱাৰ বিষয়ে মৌখিক তথ্য আৰু পাৰ্ব্বতিপ্ৰসাদ বৰুৱাৰ হাতে লিখা তথ্য যোগান ধৰি উপকৃত কৰা গীতি-কবি পাৰ্ব্বতিপ্ৰসাদ বৰুৱাৰ বৰ জীয়াৰী কবি শ্ৰীযুক্তা সান্ত্বনা বৰুৱা বাইদেউ আৰু শ্ৰীযুত প্ৰণৱিৰাম বৰুৱাদেৱক আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জনাইছোঁ। লগতে পাৰ্ব্বতিপ্ৰসাদ বৰুৱাৰ পৰিয়ালবৰ্গ; বিভিন্ন যোগাযোগ কৰি সহায় কৰা ভাইটি ৰঞ্জন কুমাৰ দত্ত, অধ্যয়নত আত্মনিয়োগ কৰিবলৈ আশীৰ্বাদ আৰু উৎসাহ যোগাওঁতা পৰম পূজ্য দেউতা শ্ৰীযুত ইন্দ্ৰকান্ত দত্ত আৰু মা শ্ৰীযুক্তা সুবৰ্ণলতা দত্ত প্ৰমুখ্যে শুভানুধ্যায়ীসকলক এই মুহূৰ্ত্তত শ্ৰদ্ধাৰে স্মৰণ কৰিছোঁ। এই সকলৰ উপৰি যাৰ আন্তৰিক আৰু নিৰৱচ্ছিন্ন সহযোগিতা, উৎসাহ-প্ৰেৰণা আৰু কষ্ট স্বীকাৰৰ অবিহনে এই গ্ৰন্থখনৰ প্ৰস্তুত কাৰ্য সম্পূৰ্ণ হৈ নুঠিলহেঁতেন সেইজন ব্যক্তি স্বামী শ্ৰীযুত দিলীপ কুমাৰ নেওগ আৰু একমাত্ৰ কন্যা দৰ্শনা (মাজনী) কো এই মুহূৰ্ত্তত মৰম আৰু কৃতজ্ঞতা জনাইছোঁ। পাণ্ডুলিপি প্ৰস্তুত কৰোঁতা শ্ৰীমান চিত্ৰ, পৱিত্ৰ আৰু অৰুণক স্নেহ আৰু শুভেচ্ছা জ্ঞাপন কৰিছোঁ। গ্ৰন্থখনিয়ে সুধী পাঠক সমাজৰ সমাদৰ লভিবলৈ সমৰ্থ হ'লেই আমাৰ শ্ৰম সাৰ্থক হ'ব।

গ্ৰন্থখনি পাৰ্ব্বতিপ্ৰসাদ বৰুৱাৰ জন্ম-শতবৰ্ষৰ ভিতৰতে প্ৰকাশ কৰাৰ পৰিকল্পনা আছিল। অসম সাহিত্য সভাৰ দৰে এটি জাতীয় অনুষ্ঠানৰ প্ৰধান সম্পাদক শ্ৰদ্ধাৰ ড° জগদীশ পাটগিৰী চাৰে আন্তৰিকতাৰে এই গ্ৰন্থখন পাৰ্ব্বতিপ্ৰসাদ বৰুৱা জন্মশতবৰ্ষ উদ্‌যাপন সমিতিৰ জৰিয়তে প্ৰকাশ কৰিব বিচৰাত আমি লগে লগে ড° পাটগিৰী চাৰৰ হাতত মূল গৱেষণা গ্ৰন্থখন জমা দিওঁ। সেই অনুসৰি গ্ৰন্থখন প্ৰকাশ পোৱাত অতিশয় আনন্দিত হৈছোঁ আৰু ড° পাটগিৰী চাৰ প্ৰমুখ্যে উদ্‌যাপন সমিতিক আমাৰ আন্তৰিক কৃতজ্ঞতা নিবেদন কৰিলোঁ।

ধেমাজি

**বিভা দত্ত নেওগ**

# সূচী

## এক

## পাৰ্বতিপ্ৰসাদ বৰুৱাৰ জীৱন আৰু ব্যক্তিত্ব  পৃ. ১



## দুই

## পাৰ্বতিপ্ৰসাদ বৰুৱাৰ ৰচনাৰ সামগ্ৰিক পৰিচয়  পৃ. ২১



## তিনি

## ৰোমান্টিক সাহিত্যৰ চমু পৰিচয় আৰু পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতা  পৃ. ৩০

## চাৰি

## পাৰ্বতিপ্ৰসাদৰ ৰচনাত পৰম্পৰাগত ঐতিহ্য

## লোক-সংস্কৃতি আৰু লোক-সাহিত্যৰ প্ৰভাৱ পৃ. ৪০



## পাঁচ

## পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ সাহিত্যিক বৈশিষ্ট্যসমূহৰ আলোচনা পৃ. ৫৬



## ছয়

## ৰহস্যবাদ আৰু পাৰ্বতিপ্ৰসাদৰ কবিতাত ৰহস্যবাদী ভাবনা পৃ. ৮২

## সাত



## আঠ



## ন



## দহ

## এক

# পাৰ্বতিপ্ৰসাদ বৰুৱাৰ জীৱন আৰু ব্যক্তিত্ব

তোৰ নাই যে
তোৰ পদে পদে আছে কতনো উজুটি
কত ঘাত-প্ৰতিঘাত।
সৌ উচ্চ টিঙত বহি আছে তোৰ
ৰুদ্ৰ যি মহাদেৱ,
তই কৰিব লাগিব সেৱ।
এই গিৰি পৰ্বত লঙ্ঘণ কৰি
উঠিব লাগিব শিৰ;
হেৰ নিৰ্ভীক তই বীৰ।
তই ভাঙিব লাগিব পৰ্বত-শিলা
কাটিব লাগিব বাট।

এনে এক জীৱন দৰ্শন আৰু নিৰ্ভীক ব্যক্তিত্বৰ অধিকাৰী পাৰ্বতিপ্ৰসাদৰ জন্ম হৈছিল ১৯০৪ চনৰ ১৯ আগষ্টত ঐতিহ্যমণ্ডিত শিৱসাগৰৰ দিখৌ নদীৰ পাৰত। পাৰ্বতিপ্ৰসাদ বৰুৱা অসমীয়া জনমানসত গীতি-কবি ৰূপে খ্যাত। অসমীয়া ভাষা-সাহিত্যৰ ভঁৰাললৈ উল্লেখ যোগ্য বৰঙণি আগবঢ়াওঁতা সকলৰ ভিতৰত পাৰ্বতিপ্ৰসাদ বৰুৱাৰ স্থান প্ৰথমৰ ফালে। দ্বিতীয় দশকৰ শেষ ভাগৰ পৰা ষষ্ঠ দশকলৈ পাৰ্বতিপ্ৰসাদ বৰুৱাৰ সৃষ্টিশীলতা আৰু শিল্পী সত্তাই অসমৰ সাহিত্য-সংস্কৃতিত বিশেষ স্থান দখল কৰিবলৈ সমৰ্থ হৈছিল। তৃতীয় দশকত পাৰ্বতিপ্ৰসাদৰ লিখনিপ্ৰসূত গীতসমূহে অসমত আলোড়ন তুলিছিল। (লক্ষ্যধৰ চৌধুৰী ; "পাৰ্বতিপ্ৰসাদ বৰুৱা" ; জোনাকী মেল ;৭ জুন, ১৯৮৯, সোণাৰি সাহিত্য সভা; পৃ. ১) সেই সময়ত অনাতাঁৰ প্ৰচাৰৰ অসুবিধা আৰু আলোচনী বা বাতৰি কাকতৰ প্ৰচলন বিৰল হোৱাত পাৰ্বতিপ্ৰসাদ বৰুৱাই লিখা গীত গীতানুৰাগীসকলে পোৱাত অসুবিধা হৈছিল। এনে ব্যক্তিয়ে শিৱসাগৰৰ পৰা অহা ছাত্ৰসকলৰ পৰা বা কোনোবা

লোক সেই ঠাইলৈ ভ্ৰমণ কৰিবলৈ গ'লে পাৰ্বতিপ্ৰসাদৰ গীত আৰু সুৰ আনিবলৈ খাটনি ধৰিছিল বুলি লক্ষ্যধৰ চৌধুৰীয়ে উল্লেখ কৰিছে।

পাৰ্বতিপ্ৰসাদ বৰুৱাৰ ব্যক্তিত্বত বিভিন্ন গুণৰ সমন্বয় ঘটিছিল। তেওঁ একাধাৰে আছিল কবি, গীতিকাৰ, সুৰকাৰ, গায়ক, নৃত্যশিল্পী আৰু অভিনেতা। পাৰ্বতিপ্ৰসাদ বৰুৱাই বোলছবি প্ৰযোজনা আৰু পৰিচালনাত হাত দি অসমীয়া শিল্প -উদ্যোগকো চহকী কৰি থৈ গৈছে। বৈষয়িক জীৱনত পাৰ্বতিপ্ৰসাদ বৰুৱা আছিল চাহ ব্যৱসায়ী। প্ৰকৃতাৰ্থত পাৰ্বতিপ্ৰসাদ বৰুৱা অসমৰ জনমানসত চাহ ব্যৱসায়ী ৰূপে নহয়, ভাষা-সাহিত্য-সংস্কৃতিৰ সাধক হিচাপেহে সমাদৃত।

পাৰ্বতিপ্ৰসাদ বৰুৱাৰ আচাৰ-আচৰণ, চাল-চলন, কথা-বতৰা, পিন্ধন-উৰণ, চেহেৰা-পাতিত সুকীয়া বৈশিষ্ট্য প্ৰতিফলিত হৈছিল। পাৰ্বতিপ্ৰসাদ আছিল হাঁহিমুখীয়া আৰু সুদৰ্শন পুৰুষ। তেওঁৰ পৰিপাটি সাজ-সজ্জা, শিষ্টাচাৰী বাইক-বচন আৰু লয়লাসপূৰ্ণ চাল-চলনে সভা সমিতিত দৰ্শক-শ্ৰোতাক আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল বুলি শশীচন্দ্ৰ বৰবৰুৱাই উল্লেখ কৰিছে ("পাৰ্বতিপ্ৰসাদ বৰুৱাৰ স্মৃতিত" ; গীতি-কবি পাৰ্বতিপ্ৰসাদ বৰুৱা স্মৃতিগ্ৰন্থ ; ৭ জুন, ১৯৬৯ ; সোণাৰি সাহিত্য সভা; সম্পা. পৱনাথ শৰ্মা; পৃ. ২২) উৎসাহ, উদ্যম, নিৰ্ভীকতা, মনোবল তেওঁৰ চৰিত্ৰৰ বিশেষ গুণ আছিল। পাৰ্বতিপ্ৰসাদৰ বৰ জীয়াৰী সান্ত্বনা বৰুৱাৰ ভাষাত— "দেউতা বুলিলে শান্ত, সৌম্য ব্যক্তিত্বৰে পূৰ্ণ নিৰ্ভীক সুন্দৰ-সুঠাম পৌৰুষভৰা চেহেৰাই মানস পটত জিলিকি উঠে।" (মৌখিক তথ্যৰ লিখিত ৰূপ; "গীতিকবি পাৰ্বতিপ্ৰসাদ এক নিৰ্ভীক ব্যক্তিত্ব"; তথ্যদাতাঃ শ্ৰীমতী সান্ত্বনা বৰুৱা, ঠিকনা ঃ লখিমী পথ, গুৱাহাটী ; তাং ২৫-৫-৯৫,) পাৰ্বতিপ্ৰসাদে অসমীয়া আৰু ইউৰোপীয় সাজপাৰ দুয়োবিধেই পৰিধান কৰিছিল যদিও সভা-সমিতিত অংশগ্ৰহণ কৰোঁতে তেওঁ পাটৰ চুৰিয়া, গুণাকটা খনীয়া আৰু চেলেং পিন্ধিছিল। মূৰত পিন্ধা টুপীটো এৰীকাপোৰৰ আঁচলৰ ফুলেৰে সাজি লৈছিল। ধুতী, চাদৰ, বুকুচোলা, এৰীচাদৰ আৰু খনীয়া চাদৰ ইংৰাজসকল অহাৰ পূৰ্বকালত অসমীয়া পুৰুষৰ সাজ আছিল। সম্ভ্ৰান্ত শ্ৰেণীৰ লোকে মূৰত পাগ মাৰিছিল। মহিলাই মেখেলা, চাদৰ আৰু ৰিহা পৰিধান কৰিছিল। ক্ৰমান্বয়ে আধুনিক শিক্ষাৰে শিক্ষিত লোকসকলে ইংৰাজৰ আৰ্হিত সাজ-পোছাক পৰিধান কৰিবলৈ লয়। (প্ৰফুল্ল দত্ত গোস্বামী; মাণিক চন্দ্ৰ বৰুৱা আৰু তেওঁৰ যুগ; পৃ. ১৮) প্ৰায় কুৰি শতিকাৰ চতুৰ্থ দশকলৈকে গ্ৰাম্য সমাজত পুৰুষ-নাৰী উভয়েই পৰম্পৰাগত সাজ-পোছাক পৰিধান কৰাৰ ৰীতি চলি আছিল। (Edward Gait ; History of Assam ; p. 242) উপলক্ষ বিশেষে পাৰ্বতিপ্ৰসাদে সুকীয়া সাজ পিন্ধিছিল। কবিতা পাঠ নাইবা আবৃত্তি আদি

কৰোতে তেওঁ ধুতীৰ লগত হাতীশুঁৰীয়া হাতৰ এঙাচোলাৰ ধৰণৰ এটা চোলা, তাৰ ওপৰত খনীয়া কাপোৰ এখন আৰু এৰীয়া কাপোৰত বছা ৰঙা আঁচুৰ চাৰি আঙুলিয়া ফুলেৰে সজ্জিত এটা টুপী পৰিধান কৰিছিল। (লক্ষ্মীনাথ ফুকন; 'পাৰ্বতিপ্ৰসাদ বৰুৱাৰ স্মৃতিত ; পৃ.১৮) পাৰ্বতিপ্ৰসাদৰ ব্যক্তিত্বৰ বিভিন্ন দিশতে নিজস্বতা ফুটি উঠিছিল। কথা-বাৰ্ত্তা আৰু লিখা-মেলাত সৰল সহজ ঘৰুৱা অসমীয়া ব্যৱহাৰ কৰিছিল। তেওঁৰ নিজৰ নামটো লিখাৰ ধৰণটো এনেকুৱা— *পাৰ্বতিপ্ৰসাদ*। (যোগেশ দাস; "পাৰ্বতিপ্ৰসাদ বৰুৱাৰ স্মৃতি-তৰ্পণ"; *জোনাকী মেল*, ৭জুন, ১৯৮৯; সোণাৰি সাহিত্য সভা; পৃ. ৪) আনেও তেওঁৰ ধৰণেৰেই নামটো লিখিটো বিচাৰিছিল।

পাৰ্বতিপ্ৰসাদৰ সৌন্দৰ্য-তৃষ্ণা, সাহিত্য-সংগীতৰ প্ৰতি অনুৰাগ জীৱনৰ শেহৰ পৰ্যায়লৈকে অব্যাহত আছিল। ৰক্তচাপত দেহৰ এটা অংশ অৱস হৈ যোৱাৰ পাছতো ট্ৰাকত উঠি গুৱাহাটী চহৰৰ আশে-পাশে দেশপ্ৰেমৰ গীত গাই ফুৰিছিল। পংগু শৰীৰেৰে ডাংকোলাকৈ 'এৰাবাটৰ সুৰ' বোলছবিৰ শ্বুটিং চাবলৈ যোৱা দেখি ফণী শৰ্মাই বিষ্ণুৰাভাক কৈছিল; "সৌৱা চোৱা, সংস্কৃতিক যুদ্ধক্ষেত্ৰলৈ নৰীয়া গাৰে লাচিত আহিছে। আমাক প্ৰেৰণা যোগাবলৈ।" (প্ৰণৱিৰাম বৰুৱা; "পূজনীয় দেউতা পাৰ্বতিপ্ৰসাদ বৰুৱাৰ সোঁৱৰণত"; পৃ.১১) পাৰ্বতিপ্ৰসাদৰ মনোবল আৰু কলাপ্ৰেমী মনটোৱে শাৰীৰিক অসুস্থতাক অতিক্ৰম কৰি সাহিত্য-সংস্কৃতিৰ সৌন্দৰ্য বিচাৰি আকুল হৈ উঠিছিল।

পাৰ্বতিপ্ৰসাদে শংকৰদেৱে প্ৰতিষ্ঠা কৰা সমাজক আৰু বেজবৰুৱাৰ আদৰ্শক শ্ৰদ্ধা কৰিছিল। সেই আদৰ্শেৰে অনুপ্ৰাণিত হৈ অসমৰ স্বকীয় ঐতিহ্য, পৰম্পৰা, সাহিত্য-সংস্কৃতিক পুনৰুজ্জীৱিত কৰিবলৈ প্ৰয়াস কৰিছিল।

পাৰ্বতিপ্ৰসাদৰ ৰুচিবোধ, ভাৱ-ভংগী, কাৰ্য আদিতো ব্যক্তিত্বৰ সুকীয়া প্ৰকাশ দেখা গৈছিল। পাৰ্বতিপ্ৰসাদৰ শৈশৱকাল আছিল ৰং-ধেমালিৰে ভৰা। গধুলি জোনাকী পৰুৱা ধৰা জিএৰা-পখিলা ধৰা, দিখৌৰ বালিত দ'ল সজা, সাঁতোৰা আদি তেওঁৰ প্ৰিয় কাম আছিল। স্কুল বন্ধ থকা দিনবোৰত তেওঁ ধুনীয়া ৰঙৰ পখিলা ধৰি আনি ৰং-বিৰঙৰ পাখিৰে এলবাম্ সজাই আনন্দ লভিছিল। হাবিৰ পৰা তেওঁ ব্ৰজমণিৰ কাঁইট সংগ্ৰহ কৰিছিল। কাঁইটবোৰ সমানকৈ লৈ তাত নিজৰ আৰু ভগৱতীপ্ৰসাদৰ নাম কাটি ৰবৰৰ ষ্টাম্পৰ নিচিনাকৈ ছাপ মাৰি লৈছিল। কেতিয়াবা লতা আৰু ঢেকীয়াপতীয়া এলবামো সজাইছিল। পাৰ্বতিপ্ৰসাদৰ ভাৱ-ভংগীৰ বিশিষ্টতাৰ প্ৰসংগত শশীচন্দ্ৰ বৰবৰুৱাই এনেদৰে লিখিছে "এদিন তেওঁ বৰবৰুৱাৰ সৈতে মাজনিশা ঘোঁৰা গাড়ীৰে গুৱাহাটীখন ফুৰিছিল। সেই নিশা তেওঁৰ মনত উদয় হোৱা ভাবৰপৰাই 'জোনাকী অ' জোনাকী আকাশৰ তৰা জানো তোৰ চিনাকি'-গীতটোৰ জন্ম হৈছিল।" পাৰ্বতিপ্ৰসাদৰ বাবে বিনন্দ চন্দ্ৰ বৰুৱাৰ আধালিখা

কবিতা পূৰোবাটো আনন্দৰ কথা। (বিনন্দ চন্দ্র বৰুৱা; "পাৰ্বতিপ্রসাদৰ বিয়োগত"; গীতি-কবি *পাৰ্বতিপ্ৰসাদ বৰুৱা স্মৃতি গ্ৰন্থ*) ৰচনাৱলীৰ পৰিশিষ্ট ১ত সংযোজিত তেনে এটা কবিতা হৈছে এতিয়া আৰু তেতিয়া।

১৯২১ চনত মহাত্মা গান্ধীৰ নেতৃত্বত হোৱা অস্পৃশ্যতা বৰ্জন আন্দোলনে পাৰ্বতিপ্রসাদৰ মনত সমাজ সেৱাৰ প্ৰৱণতা জগাই তুলিছিল। পাৰ্বতিপ্ৰসাদে হৰিজন সকলক আঁকোৱালি লোৱাৰ আদৰ্শৰ বীজ মনত ৰোপণ কৰিছিল। মুঠ কথাত, পাৰ্বতিপ্ৰসাদৰ জীৱনৰ বিভিন্ন কৰ্ম আৰু আদৰ্শৰ মাজেদি ব্যক্তিত্ব ফুটি উঠিছিল।

### পাৰ্বতিপ্ৰসাদৰ বংশ পৰিচয়

পাৰ্বতিপ্ৰসাদৰ পূৰ্বপুৰুষ আছিল কৃষ্ণদাস। তেওঁ বৰ বাৰভূঞাৰ লহকৰ ভূঞাৰ ফৈদৰ সন্ততি। ঊনৈশ শতিকাত এই ফৈদৰে কৃষ্ণ দাস, দুতিৰাম আৰু কৃষ্ণৰাম ক্ৰমে যোৰহাটলৈ, মাজুলীৰ দক্ষিণপাটলৈ আৰু শিৱসাগৰৰ চাৰিঙলৈ আহে। এই তিনিও ঘৰৰ গুৰি একেঘৰেই। বাৰ ভূঞাৰ চমু বুৰঞ্জীত এই তিনিঘৰৰ উত্তৰ পাৰৰ পৰা দক্ষিণ পাৰলৈ আগমনৰ বিৱৰণ লিখা আছে। (নকুল চন্দ্ৰ ভূঞা ; "গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱা"; পৃ. ৬) চন্দ্ৰকান্ত সিংহৰ দিনত কৃষ্ণদাসে 'ভড়ালী বৰুৱা' আৰু কৃষ্ণ দাসৰ পুত্ৰ যাদুৰাম বৰুৱাই 'বৰ ভাণ্ডাৰ' বিষয় পায়। যাদুৰামক 'ডেকা বৰুৱা' বোলা হৈছিল যদিও শৰীৰ লাহী আছিল বাবে 'লেৰেলি ডেকা বৰুৱা' ও বুলিছিল। যাদুৰাম ডেকা বৰুৱাই বৃটিছৰ আমোলত 'মনসুপ্' আৰু 'সদৰামিন'ৰ বিষয় খাইছিল। (আগকথা; *পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী* ; সম্পা. পবনাথ শৰ্মা; পৃ.১২) যাদুৰাম ডেকা বৰুৱাৰ পুত্ৰদ্বয়ৰ নাম ক্ৰমে কৃষ্ণপ্ৰসাদ আৰু দুৰ্গাপ্ৰসাদ। দুৰ্গাপ্ৰসাদে শিৱসাগৰ মহকুমাৰ অভয়পুৰ মৌজাত নিগাজীকৈ থাকিবলৈ লয়। বৃহৎ অভয়পুৰ মৌজা বৰহাটৰ বৰুৱাচালি, সাপেখাতী আৰু সোণাৰিৰ অভয়পুৰ - এই তিনিটা মৌজাৰ সমষ্টি। ৰাধিকাপ্ৰসাদ, ভৱানীপ্ৰসাদ আৰু তাৰিণীপ্ৰসাদ দুৰ্গাপ্ৰসাদৰ তিনিজন পুত্ৰ। ৰাধিকাপ্ৰসাদ অসম কাউন্সিলৰ মেম্বাৰ আছিল। তেওঁ 'ৰায় চাহেব' খিতাপ পাইছিল। ৰাধিকাপ্ৰসাদে ১৮৯৮ শকত যোৰহাটৰ বিষ্ণুৰাম বৰুৱাৰ দ্বিতীয়া কন্যা হিমলা বৰুৱাক বিয়া কৰায়। তেওঁলোকৰ পুত্ৰ চাৰিজন ক্ৰমে ভগৱতীপ্ৰসাদ, পাৰ্বতিপ্ৰসাদ, কামাখ্যাপ্ৰসাদ আৰু মোক্ষদাপ্ৰসাদ। কন্যা সাধু বৰুৱা। পাৰ্বতিপ্ৰসাদে ১৯৩৪ চনত পদ্মকুমাৰী বৰুৱানীক বিয়া কৰায়। ১৯৬৪ চনত ৰক্তচাপজনিত আঘাতত ৭ জুনৰ আবেলি পৰত সোণাৰিৰ সোণালী-পামত পাৰ্বতিপ্ৰসাদ বৰুৱাৰ জীৱনাৱসান হয়।

## গীতি-কবি পাৰ্বতিপ্ৰসাদ বৰুৱাৰ বংশক্ৰমৰ চিনাকি



## পাৰ্বতিপ্ৰসাদৰ বৈষয়িক জীৱন

বৈষয়িক জীৱনত পাৰ্বতিপ্ৰসাদ আছিল চাহ-ব্যৱসায়ী। পাৰ্বতিপ্ৰসাদৰ ককাদেউতাক দুৰ্গাপ্ৰসাদে শিৱসাগৰৰ বৃহৎ অভয়পুৰ মৌজাত চাহৰ ব্যৱসায় কৰিছিল। ১৯২৯ চনত পাৰ্বতিপ্ৰসাদে মোমাইদেৱেকৰ 'সৰু চৰাই' বাগিচাত কাম শিকে। পাৰ্বতিপ্ৰসাদে প্ৰথমে এপ্ৰেন্টিছ হৈ বাগিচাত কৰ্ম জীৱনৰ পাতনি মেলে। প্ৰথমে যোৰহাট অঞ্চলৰ ৩খন বাগিচাত মেনেজাৰ পদৰ কাম চলায়। তাৰ পিছত প্ৰায় ৭ বছৰ তেওঁ 'ৰজাবাৰী' বাগিচাৰ মেনেজাৰ হয়। উল্লেখযোগ্য যে পাৰ্বতিপ্ৰসাদে ভগৱতীপ্ৰসাদ বৰুৱাই খোলা আইদেওবাৰী বাগিচা আৰু পৈতৃক বাগিচা ভূঞাখাত চলোৱাৰ ভাৰ ল'ব লগীয়া হয়। ৰজাবাৰীৰ কাম এৰি পাৰ্বতিপ্ৰসাদে ক্ৰমে ১৯৩৯ চনত ৰাইডাং বাগিচা কিনে আৰু ১৯৪৭ চনত সোণাৰি বাগিচা কিনি চলোৱাৰ ভাৰ লয়। পাৰ্বতিপ্ৰসাদ কিছুদিনৰ বাবে লোকেল ব'ৰ্ডৰ সভ্য হৈ আছিল। জীৱনৰ শেহৰ দিন কেইটা তেওঁ সোণাৰিৰ সোণালী-পামত কটাইছিল। এইখিনি সময়তো পাৰ্বতিপ্ৰসাদে বাগিচাৰ কাম-কাজৰ খবৰ লৈছিল। বাগিচালৈ গৈ আনন্দ পাইছিল। কামৰ দিহা-পৰামৰ্শও আগবঢ়াইছিল। শাৰীৰিক ব্যাধিয়ে পাৰ্বতিপ্ৰসাদৰ উদ্যমক বাধা দিব পৰা নাছিল। পাৰ্বতিপ্ৰসাদৰ সৃষ্টিশীল জীৱনত সেউজীয়া প্ৰকৃতি, সেউজীয়া চাহৰ দৃশ্য আৰু সুগন্ধই বৰকৈ প্ৰভাৱ পেলাইছিল। সেউজীয়া ৰং পাৰ্বতিপ্ৰসাদৰ সৃষ্টিৰ অন্যতম উৎস।

পাৰ্বতিপ্ৰসাদৰ বৈষয়িক-জীৱন আৰু শিল্পী-জীৱন একেটি সুৰতে বন্ধা আছিল। চাহ বাগিচাৰ সেউজীয়া সৌন্দৰ্যই পাৰ্বতিপ্ৰসাদৰ চিন্তা, ভাব, অনুভূতি, কল্পনাক প্ৰসাৰতা দান কৰিছিল। সৃষ্টিৰ সেউজ-সৌৰভ চাহ-বাগিচাৰ সেউজীয়াৰ বুকুতে বিচাৰি পাইছিল। *সোণৰ সোলেং* আৰু *লখিমী* সৰু চৰাই বাগিচাত কাম শিকি থকা কালতে লিখি উলিয়াইছিল। অন্যহাতে চাহ-বাগিচাৰ বঙলাতে অসমীয়া সাহিত্য-সংস্কৃতিৰ চৰ্চাৰ থলী নিৰ্মিত হৈছিল। বাগিচাৰ কৰ্মব্যস্ততাৰ ফাঁকে ফাঁকে শাৰদী পূৰ্ণিমাৰ ৰাতি বাগিচাৰ বঙলাত 'জোনাকী মেল'ৰ পাতনি মেলিছিল। *জোনাকী মেল* বিভিন্ন জনৰ সাহিত্যিক প্ৰতিভা বিকশাই তোলাৰ অন্যতম মাধ্যম ৰূপে পৰিগণিত হৈছিল।

## পাৰ্বতিপ্ৰসাদৰ শৈক্ষিক-জীৱন

পাৰ্বতিপ্ৰসাদে স্বৰ্গীয় ৰাধিকানাথ শৰ্মাই পতা ফুলেশ্বৰী ল'ৰা উচ্চ বিদ্যালয়ত অধ্যয়ন কৰিছিল। ১৯২১ চনত পাৰ্বতিপ্ৰসাদে কলজীয়া জীৱনৰ পাতনি মেলে কটন কলেজত। পাৰ্বতিপ্ৰসাদৰ জীৱনৰ লক্ষ্য আছিল বিজ্ঞানী হোৱা। সেই উচ্চাকাংক্ষাৰে তেওঁ কটন কলেজত বিজ্ঞান-শাখাত নাম ভৰ্ত্তি কৰিছিল। ক্ৰমান্বয়ে তেওঁৰ লক্ষ্য সলনি

হ'বলৈ ধৰিলে। সেযে আই, এছ. চি পাছ কৰাৰ পাছতে পাৰ্বতিপ্ৰসাদে বিজ্ঞান-শাখাত পঢ়াৰ ইচ্ছা ত্যাগ কৰি কলা-শাখাত পঢ়িবলৈ মনস্থ কৰে। ১৯২৫ চনত তেওঁ উচ্চশিক্ষা গ্ৰহণ কৰিবলৈ কলিকতালৈ যায়। তাত স্কটিছ চাৰ্চ কলেজত নাম লগাই বি, এ পঢ়িবলৈ লয়। বিনন্দ চন্দ্ৰ বৰুৱা আৰু তুলসী নাৰায়ণ শৰ্মা পাৰ্বতিপ্ৰসাদৰ সহপাঠী আছিল। তদুপৰি মাধৱচন্দ্ৰ ভট্টাচাৰ্য, শশীচন্দ্ৰ বৰবৰুৱা, সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঁই আৰু ফণীধৰ দত্ত পাৰ্বতিপ্ৰসাদৰ সুহৃদ বন্ধু আছিল। অসমীয়া ভাষা-সাহিত্যৰ চৰ্চাত মনোনিবেশ কৰি আটাইকেইজনেই লেখা- মেলাৰ জৰিয়তে কম-বেছি পৰিমাণে অসমীয়া সাহিত্যৰ ভঁৰাললৈ বৰঙণি আগবঢ়াইছিল। একে সময়তে যতীন্দ্ৰ নাথ দুৱৰাৰ সৈতে পাৰ্বতিপ্ৰসাদৰ সাহিত্য চৰ্চাৰ পাৰস্পৰিক ভাব বিনিময়ৰ সুযোগ ঘটিছিল। সেই সময়ত দুৱৰাই স্কটিছ চাৰ্চ কলেজৰ লগৰ স্কুলত শিক্ষকতা কৰি আছিল আৰু কলেজ-ছাত্ৰাবাসৰ অধ্যক্ষ হৈ আছিল।

পাৰ্বতিপ্ৰসাদৰ শিক্ষা-জীৱনক বন্ধুবৰ্গ, সহপাঠী, সাহিত্যিক আদিৰ সংস্পৰ্শই প্ৰভাৱান্বিত কৰিছিল। শিক্ষা গ্ৰহণৰ কালছোৱাত বিভিন্ন ৰুচিসম্মত মনৰ অধিকাৰী ব্যক্তি সকলৰ সৈতে হোৱা আলাপ-আলোচনা, ভাব-বিনিময়, সাহিত্য-চৰ্চা, গান-বাজনা আদিয়েই উল্লেখযোগ্য ভূমিকা বহন কৰিছিল। বিনন্দ চন্দ্ৰ বৰুৱাই লিখিছে, পাৰ্বতিপ্ৰসাদৰ সৈতে সমাজ, সাম্প্ৰদায়িকতা, ৰাজনীতি আৰু সাহিত্য আদি বিভিন্ন বিষয়ৰ আলোচনা হয়। এনেধৰণৰ আলোচনা-বিলোচনা হোৱা স্থানৰ ভিতৰত 'আসাম হ'ম', 'আৰ্মহাষ্টিষ্ট্ৰিট'ৰ চিটি কলেজৰ ওচৰৰ 'মেছ' এটা, স্কটিছ চৰ্চা কলেজৰ 'ছাত্ৰাবাস' আদিয়েই উল্লেখযোগ্য।

পাৰ্বতিপ্ৰসাদৰ শৈক্ষিক জীৱনতে সাহিত্য-চৰ্চা, সংগীত-চৰ্চা আৰু সৃষ্টিশীল কৰ্মৰ ভেটি নিৰ্মিত হয়। তাৰ লগতে আধুনিক জীৱন-চিন্তাইও নিজৰ গঢ় লৈ উঠে। পাৰ্বতিপ্ৰসাদে সংগীতজ্ঞ লক্ষ্মীৰাম বৰুৱাৰ ওচৰত ৰবীন্দ্ৰনাথৰ গীত শিকিছিল। পদ্মধৰ চলিহাৰ ওচৰতো সংগীতৰ শিক্ষা গ্ৰহণ কৰিছিল। চলিহাৰ অনুপ্ৰেৰণাতে শৈশৱ-কৈশোৰৰ দিনবোৰত বিভিন্ন সভা-সমিতিত গান পৰিৱেশন আৰু আবৃত্তি আদি কৰি কৃতিত্ব অৰ্জন কৰিছিল। তদুপৰি তেওঁ ছবি আঁকিব জানিছিল। স্কুলত পঢ়ি থকা কালতে ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ ওচৰত চিত্ৰাংকনৰ শিক্ষা লাভ কৰিছিল। মুঠ কথাত, শৈক্ষিক-জীৱনতে পাৰ্বতিপ্ৰসাদৰ ভিন্নমুখী প্ৰতিভাৰ আধাৰ নিৰ্মিত হয়।

**পাৰ্বতিপ্ৰসাদ বৰুৱাৰ জীৱনৰ নানা দিশ**

পাৰ্বতিপ্ৰসাদৰ জীৱন আৰু কৰ্মই শিল্প সাধনাৰ বিভিন্ন দিশ উদঙাই দেখুৱায়। গীত, নৃত্য, নাট, চিত্ৰ আৰু বোলছবিৰ লগত জড়িত থাকি পাৰ্বতিপ্ৰসাদে এক সংস্কৃতিবান মনৰ পৰিচয় দিবলৈ সক্ষম হৈছিল।

**গীতিকাৰ, গায়ক পাৰ্বতিপ্ৰসাদ**

গীত লিখা, সুৰাৰোপ কৰা আৰু কণ্ঠদান কৰা এই তিনিওটি কাৰ্য পাৰ্বতিপ্ৰসাদে সমান্তৰালভাৱে কৰি গৈছিল। স্বৰচিত গীতৰ উপৰি পাৰ্বতিপ্ৰসাদে *সূৰ্য কুমাৰ ভূঞাৰ জয়মতী* উপন্যাসৰ 'এহিসে অসম ভূমি / নেপাইবাহা হেন তুমি / এহি তিনি ভুৱন মাজত' গীতটি ঘোষাৰ সুৰত পৰিৱেশন কৰিছিল। তদুপৰি *লক্ষ্মীনাথ বেজবৰুৱাৰ* 'অ' মোৰ আপোনাৰ দেশ' গীতটো প্ৰথমে তেৱেঁই সুৰাৰোপ কৰি গুৱাহাটীত অসম সাহিত্য সভাৰ সভাপতি ৰূপে বেজবৰুৱাক সম্বৰ্দ্ধনা জনাওতে পৰিৱেশন কৰিছিল। কিন্তু জাতীয় সংগীত ৰূপে স্বীকৃতি পোৱা এই গীতটোৰ সুৰ পাৰ্বতিপ্ৰসাদৰ সুৰতকৈ বেলেগ। জ্যোতিপ্ৰসাদৰ গীতৰ ভিতৰত বিশেষকৈ 'গছে গছে পাতি দিলে ফুলৰে শৰাই' আৰু ৰূপহ কোঁৱৰৰ চুমা পৰশতে' গীত দুটি পাৰ্বতিপ্ৰসাদৰ কণ্ঠই জনপ্ৰিয় কৰি তুলিছিল। পাৰ্বতিপ্ৰসাদে নিজৰ গীতৰ উপৰি আনৰ গীতত সুৰ আৰোপ কৰিছিল।

**নৃত্যশিল্পী পাৰ্বতিপ্ৰসাদ**

পাৰ্বতিপ্ৰসাদৰ 'চতাই পৰ্বতৰ নাগিনী ছোৱালী' নাচটো জ্যোতিপ্ৰসাদৰ 'পদুমকলি' নাচৰ সমপৰ্যায়ৰ। পাৰ্বতিপ্ৰসাদে এই সৃষ্টিমূলক নাচৰ আদৰ্শ গ্ৰহণ কৰিছিল সত্ৰীয়া নৃত্যৰ পৰা। পাৰ্বতিপ্ৰসাদে ১৯২৬ চনত সত্ৰীয়া নৃত্যৰ আৰ্হিত প্ৰাচ্য নৃত্য, নিজৰী নাচ (লাস্য) আৰু সৃষ্টি নাচ (তাণ্ডৱ) প্ৰবৰ্তন কৰি অসমীয়া নৃত্য-জগতত এটি নতুন ধাৰাৰ সৃষ্টি কৰিছিল। (অতুল চন্দ্ৰ হাজৰিকা ; 'সুন্দৰৰ পূজাৰী পাৰ্বতিপ্ৰসাদ' ; গীতি-কবি পাৰ্বতিপ্ৰসাদ বৰুৱা স্মৃতিগ্ৰন্থ) নৃত্য সৃষ্টি কৰাৰ উপৰি পাৰ্বতিপ্ৰসাদে নৃত্য পৰিৱেশন কৰিছিল আৰু আনকো সেই নাচ শিকাইছিল।

**নাট্যশিল্পী পাৰ্বতিপ্ৰসাদ**

অভিনেতা হিচাপে পাৰ্বতিপ্ৰসাদৰ প্ৰতিভাৰ বিকাশ হৈছিল শৈশৱৰ পৰা। শিৱসাগৰৰ ভগৱতীপ্ৰসাদ বৰুৱা ঘূৰণ ৰংগমঞ্চত আঠ বছৰ বয়স হওঁতে তেওঁ প্ৰথম অভিনেতা হিচাপে ভুমুকি মাৰিছিল। পাৰ্বতিপ্ৰসাদৰ প্ৰথম অভিনীত নাটখন হৈছে পদ্মনাথ গোহাঞি বৰুৱাৰ জয়মতী। তেওঁ 'লাই কোঁৱৰ' চৰিত্ৰৰ অভিনয় কৰিছিল। তদুপৰি জ্যোতিপ্ৰসাদৰ *শোণিত কুঁৱৰী* নাটৰ 'চিত্ৰলেখাৰ' ভাৱত, বেজবৰুৱাৰ *চক্ৰধ্বজ সিংহ* নাটৰ 'লাচিত' আৰু 'ভঁৰালী ফুকননী'ৰ ভাৱত অভিনয় কৰি জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হৈছিল। 'জয়মতী কুঁৱৰী' নাটৰ লাচিতৰ ভাৱত অসমীয়া আৰ্হিৰে গহীনাই বচন

মাতি দৰ্শকক মুগ্ধ কৰিছিল বুলি অতুলচন্দ্ৰ হাজৰিকাই উল্লেখ কৰিছে। পাৰ্বতিপ্ৰসাদে নিজৰ অভিনয় জীৱনৰ কথা আনন্দ চন্দ্ৰ বৰুৱালৈ লিখা এখন চিঠিত এনেদৰে উল্লেখ কৰিছে— 'চিত্ৰলেখা'ৰ ভাও লৈছিলোঁ। কেবাবাৰো, পাছত সহ অভিনয় হোৱাত 'শঙ্কৰ'ৰ ভাও লৈ তাণ্ডৱ নাচিছিলোঁ। চক্ৰধ্বজ সিংহ নাট শিৱসাগৰত বৰ কৃতকাৰ্য হৈছিল। অসমীয়া বুৰঞ্জীমূলক নাট, লক্ষ্মীনাথ বেজবৰুৱাৰ ভাষাত বঙালী থিয়েটাৰৰ প্ৰভাৱৰ বাহিৰত অসমীয়া ডা-ডাঙৰীয়াৰ কথা কোৱা ঠাঁচত অভিনয় কৰিলে যে কিমান ভাল হ'ব পাৰে 'চক্ৰধ্বজ সিংহ'য়ে তাৰ প্ৰমাণ দিলে ১৯৩৯ চনৰ অভিনয়ত। মই তাত লাচিত বৰফুকনৰ ভাও লৈছিলোঁ। 'বিসৰ্জন' নাটকত মই ৰামৰ ভাও লৈছিলোঁ আৰু সেই ভাও খুব ভাল হৈছিল বুলি মানুহে কৈছিল। 'ৰাজনটী'ত পালকৰ ভাও লৈছিলোঁ। মদপী ৰজাৰ ভাও খুব স্বাভাৱিক হৈছিল বুলি মানুহে কোৱাকুই কৰিছিল। সৰুতে ছাত্ৰ অৱস্থাত মই ধেমেলীয়া আবৃত্তি কৰি খুব নাম কৰিছিলোঁ। 'ছাবাছ ছাবাছ পেট', 'মেধি তীৰ্থলৈ যায়', 'বৰবৰুৱাৰ ফটোগ্ৰাফ' আদি খুব ভাল হৈছিল। ১৯১৩ চনত নবছৰ বয়সতে মই শিৱসাগৰ নাট্য সমাজত 'জয়মতী' থিয়েটাৰত 'লাই'ৰ পাৰ্ট কৰিছিলোঁ। জয়মতী উৎসৱ প্ৰথম আৰম্ভণিৰে পৰা জয়সাগৰ পাৰত মুকলি দৃশ্যৰ ভাওনাত মই একে লেথাৰিয়ে ছবছৰ 'গদাধৰ'ৰ ভাও লৈ সহ-অভিনয় কৰিছিলোঁ। এইবোৰ স্কুলৰ ছাত্ৰ অৱস্থাতে। কলেজৰ পৰা আহি ১৯২৮ চনত শ্বিলঙত আছাম ক্লাবত প্ৰথম প্ৰাচ্য নৃত্য লাস্য আৰু তাণ্ডৱ নাচি খুব নাম কৰিছিলোঁ। শিৱসাগৰ নাট্য সমাজত 'শোণিত কুঁৱৰী' নাটকত 'মনোমতী'ত 'জটীয়া বাবাজী' কৰি ভাল পাইছিলোঁ, নামো হৈছিল। বেয়া পাইছিলোঁ 'নীলাম্বৰ'ত 'মনোহৰ'ৰ ভাও লৈ। (পাঃ বঃ ৰঃ /৩য় সং, প্ৰ. ৩৭৮)

### অসমৰ বোলছবি-জগত আৰু পাৰ্বতিপ্ৰসাদ

অসমৰ বোলছবি জগতত পাৰ্বতিপ্ৰসাদে একাধাৰে অভিনেতা, প্ৰযোজক, পৰিচালক ৰূপে বিশেষ স্থান অধিকাৰ কৰি আছে। পাৰ্বতিপ্ৰসাদৰ *ৰূপহী* চতুৰ্থখন অসমীয়া বোলছবি। বোলছবিখনৰ কাহিনীটো আছিল কমলেশ্বৰ চলিহাৰ। অন্যতম সহযোগী আছিল মোক্ষদাপ্ৰসাদ বৰুৱা। বোলছবিখনৰ বহিৰ্দৃশ্যৰ কাৰণে পাৰ্বতিপ্ৰসাদে অসমৰ বিভিন্ন প্ৰাকৃতিক দৃশ্যৰ ছবি গ্ৰহণ কৰিছিল। কলিকতাৰ ষ্টুডিঅ'তহে জানিব পাৰিলে দৃশ্যসমূহ নষ্ট হ'ল। তৎকালীন সিদ্ধান্ত গ্ৰহণ কৰি তেওঁ কলিকতাৰ ষ্টুডিঅ'তে বহিৰ্দৃশ্য গ্ৰহণৰ কাম সম্পূৰ্ণ কৰে। ('সান্ত্বনা বৰুৱা ; 'নিৰ্ভীক মানসিকতাৰ কবি পাৰ্বতিপ্ৰসাদ'; *আমাৰ অসম* ; ৭ জুন ১৯৯৮ ; পৃ. ৩) এনেধৰণেৰে অসীম পৰিশ্ৰম, ধৈৰ্য আৰু সাহসেৰে পাৰ্বতিপ্ৰসাদে অসমীয়া বোলছবিক জীয়াই ৰাখিবলৈ যত্ন কৰিছিল।

তদুপৰি 'ৰূপহী' বোলছবিত পাৰ্বতিপ্ৰসাদে নিজে *আনন্দ মহন্তৰ* ভাও লৈছিল আৰু সুললিত কণ্ঠেৰে ঘোষাৰ পদ গাইছিল। এনেদৰে পাৰ্বতিপ্ৰসাদৰ প্ৰতিভা, চিন্তা-চেতনা জীৱনৰ বিভিন্ন কাৰ্যাৱলীৰ মাজেদি প্ৰকাশিত হৈছিল।

জ্যোতিপ্ৰসাদ, পাৰ্বতিপ্ৰসাদৰ সময়লৈকে অসমত সবাক বোলছবিৰ প্ৰচলন হোৱা নাছিল। ১৯৩৯ চনত ভাৰতবৰ্ষত প্ৰথম সবাক বোলছবি নিৰ্মাণ হয়। উল্লেখযোগ্য যে জ্যোতিপ্ৰসাদ আগৰৱালাই ১৯৩৪ চনত বোলছবি নিৰ্মাণৰ কাম হাতত লয় আৰু ১৯৩৫ চনৰ ১০মাৰ্চত কলিকতাত ('ৰাওনাক' চিনেমা হল) 'জয়মতী' প্ৰদৰ্শন কৰা হয়। জ্যোতিপ্ৰসাদৰ দৰে পাৰ্বতিপ্ৰসাদেও অসমীয়া বোলছবি নিৰ্মাণৰ ক্ষেত্ৰত অশেষ কষ্ট আৰু ত্যাগ স্বীকাৰ কৰিবলগীয়া হয়। 'ৰূপহী' অসমৰ চতুৰ্থখন বোলছবি। 'ৰূপহী' বোলছবিখন পাৰ্বতিপ্ৰসাদ আৰু গিৰিজা প্ৰসাদ বৰুৱাই যুটীয়াভাৱে নিৰ্মাণ কৰিছিল। সহকাৰী পৰিচালক আছিল ৰাজেন বৰুৱা। উল্লেখযোগ্য যে জ্যোতিপ্ৰসাদ, পাৰ্বতিপ্ৰসাদৰ সময়ছোৱাত অসমীয়া বোলছবি শিল্পৰ প্ৰয়োজনীয়তা অনুভূত হোৱা নাছিল। অভিনেতা-অভিনেত্ৰী বহু কষ্ট কৰিহে বিচাৰি উলিয়াব লগা হৈছিল। অসমত আধুনিক বিজ্ঞানৰ পোহৰ পৰা নাছিল। এই সময়ছোৱাতে জ্যোতিপ্ৰসাদে 'জয়মতী' বোলছবি নিৰ্মাণ কৰি অসমৰ সাংস্কৃতিক ইতিহাসত এটি নতুন অধ্যায় সূচনা কৰিলে। জ্যোতিপ্ৰসাদৰ দৰে পাৰ্বতিপ্ৰসাদেও অসমীয়া বোলছবি নিৰ্মাণৰ কাৰণে অশেষ শ্ৰম কৰিবলগীয়া হৈছিল।

'জয়মতী' বোলছবি নিৰ্মাণৰ সময়তে জ্যোতিপ্ৰসাদৰ লগত পাৰ্বতিপ্ৰসাদৰ সান্নিধ্য গঢ়ি উঠিছিল। জ্যোতিপ্ৰসাদে সেই সময়ত ভোলাগুৰি চাহ-বাগিচাত 'চিত্ৰবন' ষ্টুডিও'ত 'জয়মতী' বোলছবিৰ কাম আৰম্ভ কৰিছিল। এই ভোলাগুৰিৰ চিত্ৰবনৰ পৰাই জ্যোতিপ্ৰসাদে পাৰ্বতিপ্ৰসাদক এখন চিঠিৰে 'জয়মতী' বোলছবিত অভিনয় কৰিবলৈ নিমন্ত্ৰণ জনাইছিল। কিন্তু ১৯৩৩চনত পাৰ্বতিপ্ৰসাদ বৰুৱাৰ পৰিয়ালত সংঘটিত হোৱা দুৰ্ঘটনা এটাৰ বাবে তেওঁ সেই নিমন্ত্ৰণ গ্ৰহণ কৰিব পৰা নাছিল। ককায়েক ভগৱতী বৰুৱা, নবৌয়েক, ভনীয়েক, ভতিজাক আৰু লিগিৰী ছোৱালী সমন্বিতে দিচাঙৰ নাও দুৰ্ঘটনাত সকলোকে হেৰুৱাই পাৰ্বতিপ্ৰসাদে সেই সময়ত শোকত ভাগি পৰিছিল। এই শোক পাতলাবৰ কাৰণে জ্যোতিপ্ৰসাদে পাৰ্বতিপ্ৰসাদক অভিনয়ত মনোনিৱেশ কৰিবলৈ অনুৰোধ কৰিছিল যদিও পাৰ্বতিপ্ৰসাদৰ শোকবিহ্বল মনে সেই আহ্বানত সঁহাৰি নজনালে। পাৰ্বতিপ্ৰসাদৰ পৰা সঁহাৰি নাপাই জ্যোতিপ্ৰসাদে নিজে পাৰ্বতিপ্ৰসাদৰ সোণাৰিৰ 'সোণালী পাম'লৈ গ'ল আৰু কথা-বতৰা হ'ল। পাৰ্বতিপ্ৰসাদৰ ঘৰত ৰজাদিনীয়া আ-অলঙ্কাৰ আৰু পৰ্হিদোলাৰ দাপোন আদি সংৰক্ষিত হৈছিল। জ্যোতিপ্ৰসাদে সেইখিনি বিচৰাত ৰজাদিনীয়া পৰ্হিদোলাৰ দাপোন কেইখনমান বোলছবি নিৰ্মাণৰ বাবে দি পঠাইছিল।

পাৰ্বতিপ্ৰসাদে 'ৰূপহী' বোলছবি নিৰ্মাণৰ অভিযান আৰম্ভ কৰিলে ত্ৰিশ গৰাকী পুৰুষ-মহিলাক হৈ। "কলিকতাৰ ৰাছা ৰ'ড (Russa Road) টালিগঞ্জৰ ৰেলৰ দলঙৰ তলেদি পাৰ হৈ গৈ সোঁফালে পোৱা এটা তিনিমহলীয়া ঘৰ ভাৰা কৰি" ছবিৰ কাম সমাধা কৰিছিল। (গিৰিজা প্ৰসাদ বৰুৱা, 'ৰূপহী' কথাছবি নিৰ্মাণৰ আঁৰৰ এটি কাহিনী' জোনাকী মেল, পৃ. ৬) তাত সময় লাগিছিল ছমাহ। 'ৰূপহী' বোলছবি নিৰ্মাণৰ বাতৰিটো (১৯৪১ চনৰ ৯মে') The Assam Tribune কাকতত New Assamese Film' (in course of production in Calcutta) শিৰোনামাৰে প্ৰকাশিত হৈছিল এনেদৰে—

"Mr Parbotiprasad Barooah has come down to Calcutta with party for the shooting of the new Assamese film based on a social theme dealing with rural and urban life of the present day. The name of the picture has provisionally been given as 'Konpare'

The artist include Messers. Padmadhar Chaliha, Parboti Barooah, Kirtinath Sarma Bordoloi, Gauri Kakati. Durgaprasad Phukan, Charu Bordoloi. Surya Barooah. Ram Dutta, Bishnu Hazarika and four girls of respectable families. Mr J Barooah, Bar-at law, is also expected to appear in an important role. The shooting will be done in the studio of the Sri Bharat Lakshmi Pictures Ltd

Mr. Rajen Barooah will directed the picture"

পাৰ্বতিপ্ৰসাদে 'ৰূপহী' বোলছবি উদ্বোধন কৰিবলৈ জ্যোতিপ্ৰসাদক নিমন্ত্ৰণ কৰিছিল। কিবা কাৰণত জ্যোতিপ্ৰসাদ আহিব নোৱাৰিলে। অসমীয়া সংস্কৃতিৰ ইতিহাসত পাৰ্বতিপ্ৰসাদৰ বোলছবি 'ৰূপহী'য়ে এক বিশেষ স্থান দখল কৰি আছে। 'ৰূপহী'ৰ ব্যৱসায়িক দিশটো লাভজনক নোহোৱা বাবে জ্যোতিপ্ৰসাদে পাৰ্বতিপ্ৰসাদক নিজৰ কেইটামান গান আৰু নাচ সংযোগ কৰিবলৈ পৰামৰ্শ দিছিল।

পাৰ্বতিপ্ৰসাদ আৰু জ্যোতিপ্ৰসাদ দুয়োজনেই আছিল অসমীয়া ভাষা-সাহিত্য-কলা-সংস্কৃতিৰ একনিষ্ঠ পূজাৰী। জ্যোতিপ্ৰসাদৰ সমসাময়িক হ'লেও পাৰ্বতিপ্ৰসাদে জ্যোতি-প্ৰতিভাক শ্ৰদ্ধা কৰিছিল আৰু বোলছবি নিৰ্মাণৰ ক্ষেত্ৰতো একে পথেৰে বাট বুলিছিল। অসমত এটা স্থায়ী ষ্টুডিও' নিৰ্মাণৰ ক্ষেত্ৰত সেই সময়ত চৰকাৰে আশ্বাস দিছিল যদিও কাৰ্যকৰী হোৱা নাছিল। এই বিষয়ে পাৰ্বতিপ্ৰসাদে এনেদৰে অভিমত আগবঢ়াইছিল— "পিছে জনগণৰ চৰকাৰে ভালকৈ জনগণৰ নাড়ীজ্ঞান কৰি, আন্দোলনলৈ বাট নেচাই, অতি সোনকালে টৌতে খৰ মাৰি, ৰঙা-ফিটাৰ মেৰপাকৰ পৰা এৰুৱাই এজন বিশেষ মন্ত্ৰীক দায়িত্ব দি নিজৰ ঘৰ সজাৰ উদ্যমেৰে কামটো শেষ কৰিলে আৰু তাৰ পৰিচালনা বা ব্যৱস্থাপনাৰ ভাৰ কেইজনমান নেতাৰ বিশেষ খাতিৰত থকা, একে ঠাইৰে বোলছবি

আৰু অভিনয়ৰ তৃতীয় শ্ৰেণীৰ অভিজ্ঞতা থকা লোকৰ হাতত এৰি নিদি, সদৌ অসমৰে সৰ্বজন স্বীকৃত ভাল অভিজ্ঞতা থকা লোকেৰে গঠিত এখন সমিতিৰ হাতত গতাই দিলে ভাল হয়।" (অভিভাষণ, পৃ.৩০৪, ৩য় সং / ৰচনাৱলী) মুঠতে, পাৰ্বতিপ্ৰসাদে চিন্তা আৰু কৰ্মৰ মাজেৰে অসমীয়া সাংস্কৃতিক ঐতিহ্য জীয়াই ৰাখিবৰ যত্ন কৰিছিল আৰু ঐতিহ্যৰ সৈতে আধুনিকতাৰ সমন্বয় স্থাপন কৰিছিল।

পাৰ্বতিপ্ৰসাদৰ বোলছবি 'ৰূপহী'ৰ কাহিনীটো আছিল কমলেশ্বৰ চলিহাৰ। বোলছবিখনত যিবোৰ দৃশ্য সংযোজন কৰা হৈছিল সেই দৃশ্য সমূহৰ ভিতৰত উল্লেখযোগ্য হ'ল মাজুলীৰ দক্ষিণপাট সত্ৰৰ ৰাস নৃত্য আৰু ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াৰ দৃশ্য। কিন্তু পৰিতাপৰ কথা যে অসমীয়া সমাজ-সংস্কৃতিক জীয়াই ৰাখিব খোজা এই প্ৰয়াসত কেণা লাগিল। কেমেৰামেনৰ দোষত অসমত তোলা এই বিলাক দৃশ্যৰ উপৰি অন্যান্য ঠাইত গ্ৰহণ কৰা বহিৰ্দৃশ্যবোৰৰো এখনো নুঠিল। উপায়হীন হৈ পাৰ্বতিপ্ৰসাদে কলিকতাত ভায়েক মোক্ষদা প্ৰসাদ বৰুৱাৰ সহায়ত গল্পটো নতুনকৈ সজাই তোলে। ইমানেই নহয় ষ্টুডিঅ'তে সকলো দৃশ্য তৈয়াৰ কৰিলে। বহু পৰিশ্ৰমৰ অন্তত বোলছবি নিৰ্মাণৰ কাম সমাধা হ'ল যদিও পাৰ্বতিপ্ৰসাদৰ সুন্দৰ ছবি নিৰ্মাণ কৰা হেঁপাহ পূৰ্ণ নহ'ল। পুনৰ তেওঁ ছবি নিৰ্মাণৰ আশা পুহি ৰাখিছিল যদিও শাৰীৰিক অসুস্থতাৰ বাবে সেই আশাও অপূৰ্ণ হৈয়ে ৰ'ল।

**পাৰ্বতিপ্ৰসাদ বৰুৱা আৰু অসমৰ ভাষা-সাহিত্য**

অসমীয়া ভাষা- সাহিত্যৰ উন্নতি আৰু প্ৰতিষ্ঠাৰ বিভিন্ন দিশত পাৰ্বতিপ্ৰসাদ জড়িত হৈ আছিল। বিশেষকৈ অসমীয়া ভাষাৰ শুদ্ধতা আৰু অসমীয়াত্ব ৰক্ষাত পাৰ্বতিপ্ৰসাদে বিশেষ আগ্ৰহ আৰু সচেতনতা প্ৰকাশ কৰিছিল। পাৰ্বতিপ্ৰসাদে নিজৰ ৰচনাতো শুদ্ধ ভাষাৰ প্ৰয়োগত চকু দিছিল আৰু অসমীয়া ভাষাৰ ঐতিহ্য ৰক্ষাত গুৰুত্ব প্ৰদান কৰিছিল।

**পাৰ্বতিপ্ৰসাদ জড়িত হৈ থকা সন্মিলন, আলোচনী আদি**

কলেজত পঢ়ি থকা কালত পাৰ্বতিপ্ৰসাদে *অসম ছাত্ৰ সন্মিলনত* যোগ দিছিল। তেতিয়া *অসম ছাত্ৰ সন্মিলনৰ (মিলন)* সম্পাদক আছিল *ডিম্বেশ্বৰ নেওগ।* মিলনত পাৰ্বতিপ্ৰসাদে গীত, কবিতা আদি প্ৰকাশ কৰিছিল। তেওঁৰ অনুৰোধত *মৰণ মাধুৰী* নামৰ কবিতাটো পাৰ্বতিপ্ৰসাদৰ নাম নিদিয়াকৈ প্ৰকাশিত হৈছিল। (ডিম্বেশ্বৰ নেওগ; 'পাৰ্বতিপ্ৰসাদৰ সৌঁৱৰণ' গীতি-কবি পাৰ্বতিপ্ৰসাদ বৰুৱা স্মৃতিগ্ৰন্থ পৃ. ১১) বিনন্দ চন্দ্ৰ বৰুৱাৰ (*মিলনৰ*) সম্পাদনা কালতেই পাৰ্বতিপ্ৰসাদ বৰুৱা দুবছৰৰ বাবে সভ্য হৈ আছিল। 'মিলন'ৰ কাম-কাজ দুয়োৰে আলোচনাৰ মাজেদি সমাধা কৰা হৈছিল। 'মিলন' অকালতে বন্ধ হোৱাত

কলিকতাত *আবাহন*ৰ জন্ম হয়। 'আবাহনত পাৰ্বতিপ্ৰসাদৰ *সোণৰ সোলেং* নাটিকাখনি প্ৰকাশিত হয়। তদুপৰি *খেল ভঙা খেলৰ* কবিতা কিছুমান প্ৰথমে *নৱযুগ* আৰু *বামধেনু* আদি আলোচনীত প্ৰকাশিত হৈছিল।

স্কুলত পঢ়ি থকা কালতে পাৰ্বতিপ্ৰসাদে *থুপিতৰা* নামেৰে মাহেকীয়া হাতে লিখা আলোচনী এখন উলিয়াইছিল। 'থুপিতৰা' আৰু মোক্ষদাপ্ৰসাদে সম্পাদনা কৰা ঘৰ-জেউতি নামৰ হাতেলিখা আলোচনীখনত পাৰ্বতিপ্ৰসাদে নিয়মীয়াকৈ কবিতা, প্ৰবন্ধ আদি লিখিছিল। শিবসাগৰৰ পৰা ওলোৱা একে নামৰ আলোচনীখনতো তেওঁ দুই /এটি গীত লিখিছিল। সেই সময়ৰ ছাত্ৰ-ছাত্ৰীৰ সাহিত্য আলোচনাৰ কেন্দ্ৰস্থ ল *বিমলালয়া সভাতো* পাৰ্বতিপ্ৰসাদে নিয়মীয়াকৈ অংশ গ্ৰহণ কৰিছিল।

১৮৪৮ শক (১৯২৬ চন)ৰ পৰা হাতে লিখা অৱস্থাত ওলোৱা ঘৰ-জেউতিৰ মুঠ একৈশটা সংখ্যাৰ কেইবাটিয়েও পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ সময়ৰ সাক্ষ্য বহন কৰি আছে। (প্ৰাপ্তিস্থান ঃ পাৰ্বতিপ্ৰসাদ বৰুৱা পুথিভঁৰাল; সংৰক্ষক ঃ প্ৰণবিৰাম বৰুৱা, ঠিকনাঃ সুন্দৰপুৰ পথ ; গুৱাহাটী) তলত গীত আৰু কবিতাৰ প্ৰথম শাৰীৰ নাম আৰু ৰচনাৰ সময় উল্লেখ কৰা হ'ল।

| | গীত আৰু কবিতাৰ প্ৰথম শাৰীৰ নাম | ৰচনাৰ সময় |
|---|---|---|
| (ক) | জোনাকী অ' জোনাকী | ১৮৪৮ শক (১৯২৬ চন) |
| (খ) | সোণৰ হৰিণা তই ক'ত দেখিলি<br>নোবোলো তোক সোণৰ অসম<br>লুইতৰ পাৰৰে<br>গুৰিয়াল কাই<br>জেউতিলৈ আশীৰ্বাদ<br>সাদৰী চেনেহী আই | ১৮৪৯ শক (১৯২৭ চন) |
| (গ) | জয় জয় আই মোৰ অসমৰ জয়<br>আজি ফাগুনৰ পুৱা বেলাতেই | ১৮৫০ শক (১৯২৮ চন) |
| (ঘ) | সোণৰ সোলেং (নাটিকা)<br>শাৰদী সন্ধিয়াৰ জোনাকী মেল<br>হেৰা ফুলৰি মাধৈ মালতী | ১৮৫১ শক (১৯২৯ চন) |

## পাৰ্বতিপ্ৰসাদ আৰু জোনাকী মেল

১৯২৯ চনত শৰত কালৰ এটি পূৰ্ণিমা ৰাতিত সৰুচৰাই চাহ-বাগিচাৰ বৰ বঙলাৰ আগফালে এজোপা পুলি খাজুৰী গছৰ তলত পাৰ্বতিপ্ৰসাদে *জোনাকী মেলৰ* পাতনি মেলে। পিছলৈ এই মেলে অসম সাহিত্য সভাৰ এটি শাখা হৈ অসমীয়া ভাষা-সাহিত্যৰ উন্নতি আৰু বিকাশত সহায় কৰে।

'জোনাকী মেলৰ' উদ্দেশ্য আছিল সাহিত্য চৰ্চা। পাৰ্বতিপ্ৰসাদে গীত, কবিতা আদি ৰচনা কৰি মেলত পাঠ কৰিছিল। ঠিক তেনেকৈ 'জোনাকী মেলে' সাহিত্য অনুৰাগী পাঠকৰ উপস্থিতিত বিভিন্নজনৰ সৃষ্টিশীল চিন্তা-চেতনাক আদৰি লৈছিল। কেইবাজনো কবি-সাহিত্যিকক জন্ম দিছিল।

জোনাকী মেলৰ মেলুৱৈসকলৰ ভিতৰত সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁই, শশীচন্দ্ৰ বৰবৰুৱা, সৰ্বেশ্বৰ বৰচেতিয়া, যোগকান্ত বৰুৱা, শৈলেশ দাশগুপ্ত, শশী বৰুৱা আদি উল্লেখযোগ্য। এই মেলৰ কোনো নিয়ম নাছিল। (পাৰ্বতিপ্ৰসাদ বৰুৱা ; 'জোনাকী মেল'; পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী পৃ. ৩৪০) প্ৰত্যেক জোনাকতে 'জোনাকী মেলৰ' আয়োজন কৰা হৈছিল। কেতিয়াবা কৃষ্ণপক্ষতো মেলৰ অধিৱেশন বহিছিল। 'জোনাকী মেল' আয়োজন কৰা স্থানসমূহ আছিল ; 'ফটাশিল', 'গৰমপানী', 'টিয়কৰ বনাই পথাৰ', 'উগুৰি খুটিৰ গোহালি ঘৰ' ইত্যাদি। গুৱাহাটী, শ্বিলং আদিতো 'জোনাকী মেল' বহিছিল।

ক্ৰমবিকশিত পথেৰে গৈ 'জোনাকী মেল' অসম সাহিত্য সভাৰ এটি শাখাত পৰিণত হয়। অসম সাহিত্য সভাৰ এটি শাখা হৈ অসমীয়া ভাষা সাহিত্যৰ বিভিন্ন দিশত দিহা পৰামৰ্শ আগবঢ়াইছিল। অসম সাহিত্য সভাৰ নিয়মাৱলীৰ খুটিনাতি, চন্দ্ৰকান্ত অভিধানৰ ফুল-ত্ৰুটী আদি আঙুলিয়াই দি শুদ্ধ সংস্কৰণ কৰাৰ ব্যৱস্থা ল'বলৈ 'জোনাকী মেলে' অসম সাহিত্য সভাক হেঁচা প্ৰদান কৰিছিল। তদুপৰি বেজবৰুৱাৰ স্মৃতি ৰক্ষাৰ এটি প্ৰস্তাৱ দাঙি ধৰিছিল।

## পাৰ্বতিপ্ৰসাদ বৰুৱা আৰু অসম সাহিত্য সভা

পাৰ্বতিপ্ৰসাদ অসম সাহিত্য সভাৰ লগত জড়িত হৈছিল 'জোনাকী মেল'ৰ জৰিয়তে। মহেশ্বৰ নেওগ অসম সাহিত্য সভাৰ সম্পাদকৰ দায়িত্বত থকা কালতে তেওঁ বিশেষভাৱে অসম সাহিত্য সভাৰ সৈতে সংশ্লিষ্ট হৈ পৰে। ১৯২৬ চনৰ ১৯ ফেব্ৰুৱাৰীত পাৰ্বতিপ্ৰসাদ বৰুৱাই এটা ভৱন নিৰ্মাণৰ প্ৰতিশ্ৰুতি দিয়ে। এই উদ্দেশ্যে তেওঁ পঞ্চাশ হেজাৰ টকা দান কৰে। ভগৱতীপ্ৰসাদৰ স্মৃতি ৰক্ষাৰ্থে ভৱনটিৰ নাম *ভগৱতীপ্ৰসাদ বৰুৱা*

*ভৱন* ৰখাৰ সিদ্ধান্ত কৰা হয়। (অসম সাহিত্য সভাৰ পত্ৰিকা; দ্বাবিংশ বছৰ; ৰত্নকান্ত বৰকাকতী স্মৃতি সংখ্যা; সম্পা. বিশ্বনাৰায়ণ শাস্ত্ৰী; পৃ. ৫০) পাৰ্বতিপ্ৰসাদে দান-পত্ৰত অসম সাহিত্য সভাৰ স্থায়ী আৱাস নিৰ্মাণ আৰু ভগৱতীপ্ৰসাদৰ স্মৃতি-সংৰক্ষণৰ উদ্দেশ্যৰ কথা উল্লেখ কৰে। পাৰ্বতিপ্ৰসাদৰ এই দানৰ লগতে চৰকাৰেও পঞ্চাশ হেজাৰ টকাৰ সাহায্য আগবঢ়োৱাত ভৱনটি নিৰ্মিত হয়।

পাৰ্বতিপ্ৰসাদ বৰুৱাই অসম সাহিত্য সভাৰ গোৱালপাৰা অধিৱেশনৰ সংগীত সন্মিলনত সভাপতিত্ব কৰিছিল। তেওঁৰ অভিভাষণখনিত সাহিত্য-সংস্কৃতিৰ বিভিন্ন দিশৰ আলোচনা পোৱা যায়। সংগীতৰ প্ৰাচীন ঐতিহ্য সংৰক্ষণত তেওঁ বিশেষ গুৰুত্ব আৰোপ কৰিছিল। তদুপৰি কলা, চিত্ৰ, বোলছবি, অভিনয় আদি বিভিন্ন দিশত নিজস্ব ধাৰণা আৰু অভিমত আগবঢ়াই গৈছে।

## অসমীয়া ভাষা, কলা-শিল্পৰ প্ৰতি পাৰ্বতিপ্ৰসাদৰ সজাগতা

পাৰ্বতিপ্ৰসাদে অসমীয়া জাতিৰ নিজস্ব কলা-শিল্প ৰক্ষাত বিশেষ গুৰুত্ব দিছিল। ঐতিহাসিক বিশিষ্টতা আৰু প্ৰাকৃতিক বৈচিত্ৰ্যই এটা জাতিৰ সুকীয়া জাতীয়তা গঢ়ি তোলাত সহায় কৰে। কিন্তু 'ভূগোলৰ মানচিত্ৰৰ আঁচৰ ব্যৱধানে এটা জাতি গঢ়ি তুলিব নোৱাৰে।' (পাৰ্বতিপ্ৰসাদ বৰুৱা ; অসম সাহিত্য সভাৰ ঊনত্ৰিংশ সন্মিলনৰ সংগীত অধিৱেশনৰ সভাপতিৰ অভিভাষণ ; *পাৰ্বতিপ্ৰসাদ বৰুৱা* ৰচনাৱলী পৃ. ৩০৫) পাৰ্বতিপ্ৰসাদে অসমীয়া জাতি, ভাষা সাহিত্য, সংস্কৃতি গঠনত বিভিন্ন উপাদান, বিচিত্ৰতা আদিক স্বীকাৰ কৰি লৈছিল। কিন্তু বিজতৰীয়া সংস্কৃতিৰ প্ৰতি তেওঁ বিৰূপ মনোভাৱ প্ৰকাশ কৰিছিল। তেওঁ জাতিটোৰ বুৰঞ্জীৰ আদৰ্শেৰে আগবাঢ়িলেহে স্বকীয়তা ৰক্ষা হয় বুলি বিশ্বাস কৰিছিল।

পাৰ্বতিপ্ৰসাদে অসমৰ সংগীত-নৃত্যৰ প্ৰসাৰ আৰু বিকাশৰ বাবে অসম সংগীত নাটক একাডেমীয়ে বিশেষ ভূমিকা লোৱাত গুৰুত্ব দিছিল। শংকৰদেৱ, মাধৱদেৱৰ বৰগীতৰ সুৰৰ মাধুৰ্য, পৱিত্ৰতা আৰু গাম্ভীৰ্য ৰক্ষাৰ বাবে সত্ৰসমূহত বৰগীতৰ সুৰ-চানেকি কৰিব জনা লোকৰ হতুৱাই সুৰ-চানেকি নিৰ্মাণ কৰিবলৈ পৰামৰ্শ আগবঢ়াইছিল। তদুপৰি বৰাগী গীত, দেহবিচাৰ, শুকন্নানী, দুৰ্গাবৰী, কাহিনী গীত আদিৰ সুৰবো সুৰ-চানেকি কৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছিল। অসমৰ থলুৱা সংগীতৰ অনুশীলন আৰু ৰাগ-ৰাগিণীৰ প্ৰভাৱাদিৰ গৱেষণা হোৱাটোও তেওঁ আশা কৰিছিল।

পাৰ্বতিপ্ৰসাদৰ নিজৰ লেখনিত, শব্দ বাছনিত নিজৰ চিন্তাধাৰা প্ৰতিফলিত হৈছিল। তেওঁ গীতৰ স্বৰলিপিৰ পৰিৱৰ্তে সুৰ-চানেকি শব্দ ব্যৱহাৰ কৰিছিল। মুদ্ৰাযন্ত্ৰ আৰু ছপাশালৰ পৰিৱৰ্তে চেপাশাল শব্দটো ব্যৱহাৰ কৰিছিল। তেওঁ চন্দ্ৰ, প্ৰসাদ, মোহন, কুমাৰ, নাথ আদি

শব্দক আমদানিকৃত বুলি ভাবি তাৰ পৰিবৰ্তে ৰাম শব্দটো ব্যৱহাৰ কৰিছিল। শব্দৰ উচ্চাৰণ সঠিক হোৱাৰ ওপৰতো তেওঁ গুৰুত্ব দিছিল।

**অসমীয়া সমাজলৈ পাৰ্বতিপ্ৰসাদৰ দান-বৰঙণি**

পাৰ্বতিপ্ৰসাদ আছিল সমাজসেৱী আৰু দানী ব্যক্তি। অসম সাহিত্য সভাৰ ভগৱতীপ্ৰসাদ ভৱন, শিৱসাগৰৰ ঘূৰণ ৰংগমঞ্চ, সোণাৰিৰ ভগৱতীপ্ৰসাদ বৰুৱা সোঁৱৰণি উচ্চ মাধ্যমিক বিদ্যালয় আদি পাৰ্বতিপ্ৰসাদৰ উল্লেখযোগ্য বৰঙণি।

**পাৰ্বতিপ্ৰসাদ বৰুৱা আৰু অসমীয়া সংস্কৃতি**

পাৰ্বতিপ্ৰসাদ বৰুৱা প্ৰকৃতাৰ্থত সংস্কৃতিৰ একনিষ্ঠ পূজাৰী। পাৰ্বতিপ্ৰসাদৰ সংস্কৃতি-চেতনা গীত, কবিতা আৰু গদ্যৰ মাজত প্ৰতিফলিত হৈছে। পাৰ্বতিপ্ৰসাদে শিল্প সম্পৰ্কে নিজৰ দৃষ্টিভংগী প্ৰকাশ কৰিছে অসম সাহিত্য সভাৰ ঊনত্ৰিশ সন্মিলনৰ সংগীত অধিবেশনৰ সভাপতিৰ অভিভাষণখনত। মানুহ একোটা মন আৰু প্ৰাণৰ অধিকাৰী কিন্তু মানুহৰ ভিতৰত জীয়াই থকা প্ৰয়োজনতকৈ ওপৰঞ্চি বা সৰহ যিখিনি প্ৰাণ আছে সেই প্ৰাণৰ প্ৰকাশতেই শিল্পৰ জন্ম। মানুহৰ মন আৰু প্ৰাণৰ আনন্দৰ সংযোগতে সুন্দৰৰ জন্ম। প্ৰাণৰ প্ৰকাশ আৰু প্ৰেৰণাই কলাৰ সৃষ্টিৰ উৎস। কলা-শিল্পৰ জন্ম সম্বন্ধে সহজ ভাষাৰে পাৰ্বতিপ্ৰসাদে কৈছিল— "আমাৰ প্ৰয়োজন গা মুচিবলৈ গামোচা, গা মুচিবলৈ সুবিধাজনককৈ দীঘে-বাণিয়ে জোখাৰে, দাঁতিকেইটা সতকাই নাফাটিবলৈ অলপ ডাঠকৈ সূতাৰ জোঁৱৰ দি, আগ দুটা অলপ তঁৰিয়াই এখন কাপোৰ বৈ থোৱা হ'লেই আমাৰ প্ৰয়োজন আঁটে। কিন্তু সিমান কৰিয়েই শিপিনী ক্ষান্ত নহ'ল। অলপ সময় হানি কৰি হ'লেও আগ দুটাত অন্ততঃ এটা ৰঙা আঁচুৰ পাণ-কটা দিহে তেওঁ সন্তুষ্ট হ'ল। ঠিক এইখিনিতেই প্ৰাণৰ পাতনি আৰু কলা-শিল্পৰ জন্মোৎসৱ।" (অভিভাষণ, পৃ. ২৯২) মানুহে মন আৰু প্ৰাণৰ বা হৃদয়ৰ গুণতো সৌন্দৰ্য্য প্ৰয়োগ কৰে। জীৱনৰ সৈতে সৌন্দৰ্য আৰু সংস্কৃতিৰ সম্বন্ধ নিবিড়। মানুহৰ ৰুচিবোধ সম্পন্ন চিন্তা-বৃত্তিৰ প্ৰকাশতহে সংস্কৃতি প্ৰকাশ পায়। জীৱনৰ আভ্যন্তৰীণ আৰু বাহ্যিক আচৰণৰ উৎকৰ্ষণৰ মাজেৰে সংস্কৃতি প্ৰকাশিত হয়। পাৰ্বতিপ্ৰসাদৰ ভাষাতে "প্ৰকৃত কলা মানুহৰ প্ৰাণে প্ৰাণে যুগে যুগে আপুনি ফুটি ওলায়"। পাৰ্বতিপ্ৰসাদে বাহিৰৰ সংস্কৃতিৰ অনুকৰণক বা হুবহু নকলক আৰ্ট বোলা নাই। কিয়নো আৰ্টৰ বীজ নিজৰ মাটিত গজিলেহে প্ৰাণ ৰক্ষা হয়। পাৰ্বতিপ্ৰসাদৰ দৃষ্টিত কলা হৈছে সৎ চিন্তা আৰু সৎ ভাৱনৰ প্ৰকাশ। একোটা জাতিৰ 'সমগ্ৰ মানুহৰ কাম-কাজ, পিন্ধন-উৰণ, চলন-ফুৰণ আৰু প্ৰাণৰ আশা-আকাংক্ষা,

ৰং-ধেমালি, হাঁহি-কান্দোন, হেঁপাহ, হাবিয়াসৰ মাজেদি কলাত্মক চিন্তাৰ প্ৰকাশ পায়। ইবিলাকৰ মাজেদি প্ৰকাশিত হয় সুন্দৰ আৰু সংস্কৃতিৰ ধাৰণা। পাৰ্বতিপ্ৰসাদে বিশ্বাস কৰিছিল মানৱ জীৱনৰ অন্তঃসংস্কৃতিৰ সুস্থ আৰু শুদ্ধ প্ৰকাশৰ বাবে প্ৰয়োজন সাধনা, আধ্যাত্মিক উপলব্ধি— "সেয়ে এটা বস্তু আছে বুলি বা পাম বুলি সাধিলেহে সফল হোৱা যায়। শিল্পৰ গোসাঁইক দেখা পাবলৈ হ'লে, সম্পূৰ্ণ বিশ্বাসেৰে ভকতিভাৱে আশাশুধীয়াকৈ অনুসন্ধান কৰা প্ৰয়োজন। অসমৰ কলা-সংস্কৃতি শিল্পৰ নিজা বৈশিষ্ট্য আছে। নিজা বৈশিষ্ট্য আছে ভাৰতীয় শিল্পৰ। ভাৰতীয় আৰু পাশ্চাত্য শিল্পৰ আদৰ্শৰ মাজত প্ৰভেদ আছে।" ভাৰতীয়ই চায় অন্তৰৰ ৰূপ আৰু পশ্চিমে চাই বাহিৰৰ ৰূপ।" পাৰ্বতিপ্ৰসাদে কলিকতাৰ আৰ্ট স্কুলৰ সেই সময়ৰ প্ৰিঞ্চিপাল' হেডেল চাহাবে কোৱা কথাখিনি অন্তৰিকতাৰে উপলব্ধি কৰিছিল— "European art has, as it were, wings clipped, it knows only the beauty of earthly things. Indian art sowing into the highest empyrean, even trying to bring down to earth something of the beauty of the things above- physical beauty was to the Greeks, a Divine characteristic, the perfect animal received Devine honour from them, both before and after death.

The Hindoo artist has an entirely different starting point. He believes that the highest type of beauty must be sought after, not in imitation or selection of human or natural forms. But in the endevours to suggest something finer and more subtle than ordinary physical beauty. Indian art its essentially idealistic, mystic, symbolic and transcendental. The artist is both priest and poet" (শিল্প সম্পৰ্কে একাষাৰ পৃ.৩১৭; পা. ব. ৰ. ৩য় সং:)

## পাৰ্বতিপ্ৰসাদৰ দৃষ্টিত জাতীয়তা আৰু শিল্প-সংস্কৃতিৰ সম্পৰ্ক

পাৰ্বতিপ্ৰসাদে অসমীয়া সংস্কৃতিৰ নিজত্ব আৰু ঐতিহ্যক জীয়াই ৰখাটো একান্তভাৱে কামনা কৰিছিল। অন্য দেশৰ কলা শিল্পতকৈ অসমীয়া কলা-শিল্পৰ নিজস্বতাক ৰক্ষা কৰাটো অতি গুৰুত্বপূৰ্ণ জ্ঞান কৰিছিল। অসমীয়াৰ জাতীয়তাৰ সৈতে শিল্প-সংস্কৃতিৰ সম্পৰ্ক গভীৰ। পাৰ্বতিপ্ৰসাদে এই বিষয়ে কৈছে— 'আপুনি যদি আপোনাৰ নিজত্বটো প্ৰকাশ কৰিবলৈ ইচ্ছা কৰে তেনেহ'লে আপোনাৰ আইগৰাকী দুখীয়া নিছলা হ'লেও আই বুলি মাতবলৈ লাজ পালে নচলিব। আপুনি আমাৰ সকলো বিষয়তে এই নিজৰ ভেটি বিচৰাটোৱেই হৈছে প্ৰথম প্ৰয়োজনৰ কথা— আমাৰ জাতীয়তা ৰক্ষা কৰিবলৈ হ'লে। এটা জাতিৰ

শিল্প-সংস্কৃতিক বাদ দি স্বাধীনতা বৰণ কৰিবলৈ যোৱা আৰু এখন হাত কাটি কৰযোৰে প্ৰণাম কৰিবলৈ যোৱা একে কথা। সেই কাৰণে শিল্পৰ বৰঘৰটো সজাবলৈ যোৱাৰ আগতে নিজৰ পটৃতালগা ভেটিটো বিচাৰি উলিওৱাটোহে হৈছে ঘাই কথা। তাৰ পিছতহে তথাকথিত সভ্য উচ্চ আদি শিল্পৰ লগত ফেৰ মাৰিবলৈ যোৱাৰ কথা।' (অভিভাষণ পৃঃ২৯৫, পাঃ বঃ ৰঃ ৩য় সং) পাৰ্বতিপ্ৰসাদৰ সমসাময়িক যুগৰ সংস্কৃতিত বৈদেশিক ভাবধাৰাৰ আঘাত লাগিছিল। অসমীয়া শিল্প-সংস্কৃতিৰ শোচনীয় ৰূপৰ এখন ছবি পাৰ্বতিপ্ৰসাদৰ অভিভাষণ খনত প্ৰকাশিত হৈছে। "আমাৰ সকলোবিলাক দেশী মানুহৰ হাতৰ শিল্প দিনে দিনে লোপ পাবলৈ ধৰিছে। তিতাবৰীয়া, সৰ্থেবৰীয়া কঁহাৰৰ কামৰ আদৰ আজিকালি মৰি আহিছে। অসমীয়া কুমাৰ-কমাৰৰ ঠাইত বঙালী কুমাৰ, কমাৰ সোমাইছেগৈ। ছিলতীয়া মিস্ত্ৰীয়ে আমাৰ ঘৰৰ চালত ৰং-বেৰঙৰ কাৰুকাৰ্য কৰিছে। মুঠতে সকলো ৰকমৰ বাৰে বঙলুৱা আহিলা-পাতিৰে আমাৰ দৈনন্দিন জীৱনৰ প্ৰয়োজন যোগাইছে। এইবোৰ দেখি শুনি স্পষ্ট বুজা যায় যে এই জাতি মৰণাপন্ন আৰু ঘৰতে থাকিও শিল্পৰ অধিষ্ঠাত্ৰী গোঁসানী আজি সিংহাসনচ্যুতা।" ( পৃ. ২৯৫-২৯৬) জ্যোতি প্ৰসাদ, পাৰ্বতিপ্ৰসাদৰ সময়ছোৱাত বিজতৰীয়া সংস্কৃতিয়ে অসমীয়া সংস্কৃতিক গ্ৰাস কৰাৰ উপক্ৰম হৈছিল। অসমীয়া সংস্কৃতিৰ এই সংকটকালত জ্যোতিপ্ৰসাদ আৰু পাৰ্বতিপ্ৰসাদে অসমীয়া শিল্প সংস্কৃতিৰ ঐতিহ্য আৰু স্বকীয়তা ৰক্ষাৰ বাবে নিজৰ সৃজনী প্ৰতিভাক ব্যৱহাৰ কৰিছিল ; চিন্তা আৰু কৰ্মৰ মাজতো অসমীয়া সংস্কৃতি ৰক্ষাৰ পোষকতা কৰিছিল। পাৰ্বতিপ্ৰসাদে বিশ্বাস কৰিছিল "ভূগোলৰ মানচিত্ৰৰ আঁচৰ ব্যৱধানে এটা জাতি গঢ়ি নোতোলে। নানা ৰকম প্ৰাকৃতিক বৈচিত্ৰ্য, ঐতিহাসিক বিশিষ্টতা আদি অনেক কাৰণৰ ফলতহে এটা জাতিৰ সুকীয়া জাতীয়তা গঢ়ি উঠে।" (পৃ. ২৯৪)।

### প্ৰাচীন সংগীত আৰু নৃত্য সম্বন্ধে পাৰ্বতিপ্ৰসাদৰ চিন্তা

পাৰ্বতিপ্ৰসাদে অসমৰ প্ৰাচীন নৃত্যগীতৰ সংৰক্ষণ আৰু বিকাশত বিশেষ গুৰুত্ব আৰোপ কৰিছিল। এটা জাতিৰ জাতীয় সংস্কৃতি ঐশ্বৰ্যশালী আৰু প্ৰাণৱন্ত হ'লেহে জাতিৰ আত্মমৰ্যাদা ৰক্ষা পৰে। সেয়ে পাৰ্বতিপ্ৰসাদে প্ৰাচীন আৰু লোক সংস্কৃতিৰ সম্পদ গীত নৃত্যৰ চৰ্চা, প্ৰসাৰ আৰু সংৰক্ষণৰ প্ৰয়োজনীয়তা গভীৰভাৱে অনুভৱ কৰিছিল। তেখেতে সত্ৰত প্ৰচলিত বৰগীতৰ ৰাগ-তাল, স্বৰলিপি আৰু আন আন গীত মাতৰ সুৰ-চানেকি কৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছিল। বৰগীতৰ উপৰি দেহ বিচাৰ, শুকন্নানী, দুৰ্গাবৰী, বৰাগী গীত আদিৰ সুৰো সুৰ চানেকিত তুলি ৰখাত গুৰুত্ব আৰোপ কৰিছিল। তদুপৰি অসমৰ পৰ্বত-ভৈয়ামৰ জনজাতি বিলাকৰ বিভিন্ন গীত-মাতৰ সুৰ বিলাক সংৰক্ষণ কৰাৰ

গুৰুত্ব উপলব্ধি কৰিছিল। কিয়নো নানা জাতি, জনজাতিৰ সাংস্কৃতিক উপাদানেৰে অসমীয়া সংস্কৃতি গঢ় লৈ উঠিছে। পাৰ্বতিপ্ৰসাদে এই কাৰ্য অসম সংগীত-নাটক একাডেমীৰ দ্বাৰা সম্পন্ন হোৱাটো আশা কৰিছিল।

পাৰ্বতিপ্ৰসাদে অসমীয়া থলুৱা সংগীতৰ অনুশীলনৰ উপৰি হিন্দুস্থানী আৰু কৰ্ণাটকী সংগীতৰ লগতে শ্ৰীহস্তমুক্তাৱলীৰ পৰা নাচৰ মুদ্ৰা আৰু সংগীত দামোদৰৰ পৰা গীতৰ বিষয়ে চৰ্চা কৰাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিছিল।

## পাৰ্বতিপ্ৰসাদৰ সাংস্কৃতিক দৰ্শন আৰু সংস্কৃতিৰ ভৱিষ্যত সম্বন্ধে চিন্তা

পাৰ্বতিপ্ৰসাদে হাড়ে-হিমজুৱে বিশ্বাস কৰিছিল যে ঐতিহ্যৰ ভেটিতহে জাতীয় সংস্কৃতিৰ বিকাশ সম্ভৱ। নতুন সংস্কৃতিৰ প্ৰতিষ্ঠা প্ৰাচীনৰ ভেটিতহে হোৱা উচিত। প্ৰাচীন গীত-মাত, নৃত্য, প্ৰাচীন পুথি, অসমীয়া চিত্ৰশিল্প আদি সংৰক্ষণ কৰি অসমীয়া সংস্কৃতিৰ স্বকীয়তা জীয়াই ৰখাৰ পোষকতা কৰিছিল। পাৰ্বতিপ্ৰসাদৰ সাংস্কৃতিক দৃষ্টিভংগীৰ মাজত ৰক্ষণশীলতাৰ স্থান নাছিল। তেওঁৰ দৃষ্টিভংগী আছিল বিজ্ঞানসন্মত। অসমীয়া কলা-সংস্কৃতিৰ গুৰু হিচাপে শ্ৰীমন্ত শংকৰদেৱৰ প্ৰতি থকা শ্ৰদ্ধা অটুট ৰাখিও বোলছবিৰ দৰে নতুন শিল্পৰ মাধ্যমেদি অসমীয়া সংস্কৃতিৰ প্ৰচাৰ আৰু প্ৰসাৰত গুৰুত্ব আৰোপ কৰিছিল। এই উদ্দেশ্য সাধনৰ বাবে অসমত এটা ষ্টুডিঅ'ৰ প্ৰয়োজনীয়তাৰ কথা তেওঁ অভিভাষণখনত দোহাৰে। পাশ্চাত্য সংস্কৃতিৰ অগ্ৰগতিয়ে অসমীয়া সংস্কৃতিক প্ৰভাৱিত কৰাৰ সম্পৰ্কত তেওঁ এনেধৰণৰ মনোভাব ব্যক্ত কৰিছে— "যি দেশৰে নহওঁক গোটেই পৃথিৱীৰে সেই 'ইজম্'বোৰ গভীৰ ভাৱে অনুশীলন কৰি আৰু তাৰ মৰ্ম বুজি মন চহকী কৰি নিজৰ দেশৰ মৌলিক প্ৰকাশভংগী আৰু আদৰ্শ ৰক্ষা কৰা স্বাধীন সৃষ্টিবোৰ দেখিলেহে বেছি ভাল লাগে। অৱশ্যে এই প্ৰকাশভংগী বা 'টেকনিক্' উৎকৃষ্ট হ'লে পৃথিৱীৰ যিকোনো দেশৰে হ'লেও আপত্তি কৰিবৰ কাৰণ হ'ব নোৱাৰে। যদিহে এটা প্ৰকাশ ভংগীয়েদি ওলোৱা 'আৰ্ট'ৰ ৰূপৰ আদৰ্শ নিজৰ মাটিত গজা হয়।" (শিল্প সম্পৰ্কে একাষাৰ, পৃ. ৩১৬; পাঃ বঃ ৰঃ /৩য় সংঃ) বাহিৰৰ সংস্কৃতিৰ পৰা আহৰণ কৰা উৎকৃষ্টখিনিক অসমৰ স্বকীয় সংস্কৃতিৰ মাজত জীণ নিয়াব লাগিব। পাৰ্বতিপ্ৰসাদে বিশ্বাস কৰিছিল— "ভাৰতীয় শিল্পৰ আদৰ্শ ঠিক থাকিলেই যিকোনো প্ৰকাশ ভংগীতে প্ৰকাশ পালেও বিশ্ব শিল্পৰ মাজত ভাৰত-শিল্পই নিজৰ সুকীয়া আসন প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হ'ব।" পাৰ্বতিপ্ৰসাদে আশা কৰিছিল— "চিৰকাল আমাৰ পাছে পছে আহি থকা আমাৰ বুৰঞ্জীয়ে উভতি চাই, তেওঁৰ চকুৰ ইঙ্গিতত নিজৰ বাট চিনি ক্ৰম অনুসৰি চলিলেহে আমাৰ শিল্প জীৱন্ত হৈ এটা জাতিৰ অস্তিত্ব প্ৰমাণ কৰিব।" (অভিভাষণ, পৃঃ ২৯৭; ৩য় সং) পাৰ্বতিপ্ৰসাদৰ সংস্কৃতি-দৰ্শনৰ মাজত যিবোৰ ধ্যান-ধাৰণা প্ৰকাশিত

হৈছে তাৰ মাজতে এটা হৈছে কলাৰ মাজেদিহে সংস্কৃতিৰ প্ৰকাশ ঘটে। অসমীয়া সংস্কৃতিৰ মাজত স্বকীয়তা জীয়াই ৰখাটোৱেই একমাত্ৰ আৰু শেষ কথা নহয়। অসমীয়া সংস্কৃতিক গতিধৰ্মিতা প্ৰদান কৰি সুস্থ ভৱিষ্যত নিৰ্মাণৰ পথ প্ৰশস্ত কৰি তোলাটোও সমানেই গুৰুত্বপূৰ্ণ কথা। জ্যোতিপ্ৰসাদৰ দৰে পাৰ্বতিপ্ৰসাদেও শিল্পৰ স্বচ্ছল অৱস্থা আশা কৰিবলৈ হ'লে অৰ্থনীতি স্বচ্ছল হোৱাটো প্ৰয়োজন বুলি ভাবে— "কিন্তু যেতিয়া জাতিৰ পেটৰ পোৰণিত খোৱা-লোৱা লৈয়ে টনাটনি, তেতিয়া শিল্পৰ কথা কেৱে শুনিব নোখোজে আক' নুশুনিলেও নিস্তাৰ নাই। তাৰ কাৰণ হৈছে আনহাতে চাবলৈ গ'লে কথা একেটাই। জাতিৰ খোৱা-বোৱাৰ ভাৱনাই যেতিয়া ডাঙৰকৈ দেখা দিয়ে, বুজিব লাগিব যে তাৰ জীয়াই থকালৈ সন্দেহ হৈছে— মানেই প্ৰাণৰ অভাৱ ঘটিছে আৰু সেই প্ৰাণতেই হৈছে আৰ্টৰ জন্ম। তেনেহ'লে আৰ্টৰ যদি আদৰ নহ'ল, প্ৰাণনো সৰহ হয় কেনেকৈ? আজিকালি আমাৰ এই জীয়াই থকাৰ খোৱা-কামোৰাই আৰ্ট আগবঢ়াত হেঁচা মাৰি ধৰিছে।" (পৃ. ২৯৬) পাৰ্বতিপ্ৰসাদে সংস্কৃতিৰ সুস্থ ভৱিষ্যত নিৰ্মাণৰ বাবে ৰাজনৈতিক চৰিত্ৰৰ সততা, ৰাষ্ট্ৰৰ সহযোগিতা আৰু জনসাধাৰণৰ সচেতনতাৰ প্ৰয়োজনীয়তাৰ কথাও অভিভাষণখনত দোহাৰিছে। বোলছবি নিৰ্মাণৰ বাবে এটা ষ্টুডিঅ'ৰ প্ৰয়োজনীয়তাৰ কথা অনুভৱ কৰি তেওঁ কৈছে— "জনগণৰ চৰকাৰে জনগণক নাড়ীজ্ঞান কৰি, আন্দোলনলৈ বাট নেচাই" এই কাৰ্য্যৰ বাবে তৎপৰ হ'লেহে সংস্কৃতিৰ বিকাশ আৰু উন্নতিৰ পথ প্ৰশস্ত হ'ব। শিল্পই প্ৰতিষ্ঠা লাভ কৰিবলৈ হ'লে ৰাইজো সচেতন হোৱা উচিত। "কেৱল ৰাষ্ট্ৰৰ মুখলৈকে নেচাই সমূহ কলামোদী ৰাইজেও নখ জোকাৰি কলাৰ প্ৰসাৰত সহায় কৰিব লাগে।" শিল্প সম্পৰ্কে একাষাৰ (পৃ. ৩১৮) এই সকলোৰে সহযোগিতাত ভৱিষ্যতৰ সংস্কৃতিয়ে উন্নতি আৰু বিকাশ লাভ কৰিব বুলি পাৰ্বতিপ্ৰসাদে বিশ্বাস কৰিছিল।

# দুই

# পাৰ্বতিপ্ৰসাদ বৰুৱাৰ ৰচনাৰ সামগ্ৰিক পৰিচয়

**পাৰ্বতিপ্ৰসাদৰ সমগ্ৰ ৰচনাক তলত দিয়া ধৰণেৰে ভাগ কৰিব পাৰি—**

| | | | |
|---|---|---|---|
| ক | গীত | ঃ | লুইতী আৰু গুণগুণনি |
| খ | গীতি কাব্য | ঃ | শুকুলা ডাৱৰ ঐ কহঁৱা ফুল |
| গ | গীতি-নাটিকা | ঃ | সোণৰ সোলেং আৰু লখিমী |
| ঘ. | কবিতা | ঃ | ভঙা টোকাৰীৰ সুৰ, খেল ভঙা খেল, ময়াপী আৰু মৌ-টোকাৰী |
| ঙ. | অনূদিত কবিতা | ঃ | ভঙা-কবিতা |
| চ. | গদ্য ৰচনা | ঃ | অসম সাহিত্য সভাৰ উনত্ৰিংশ সন্মিলনৰ সংগীত অধিৱেশনৰ সভাপতিৰ অভিভাষণ, সমিধান, ৰূপকোঁৱৰৰ কথা, শিল্প সম্পৰ্কে একাষাৰ, শিক্ষক সকললৈ বিদায় সম্বৰ্দ্ধনাৰ প্ৰত্যুত্তৰ আৰু জোনাকী মেল। |
| ছ. | যুটীয়া ৰচনা | ঃ | 'এতিয়া আৰু তেতিয়া'। কবিতাটোৰ এছোৱা পাৰ্বতিপ্ৰসাদ বৰুৱাই আৰু আনছোৱা বিনন্দ চন্দ্ৰ বৰুৱাই ৰচনা কৰিছিল। কবিতাটো বিনন্দ চন্দ্ৰ বৰুৱাৰ নামত 'বাঁহীত' প্ৰকাশিত হৈছিল। |

পাৰ্বতিপ্ৰসাদৰ প্ৰায়বোৰ ৰচনাই ১৯২৩-৩৩ চনৰ ভিতৰৰ। কেৱল 'খেল ভঙা খেল'ৰ কবিতা সমূহহে পিছৰ ৰচনা। তেওঁৰ ৰচনা সমূহৰ প্ৰকাশৰ চনবোৰ ক্ৰমে- 'গুণগুণনি'

(প্র. ১৯৫৩), লুইতী (১৯৫৯), ভঙা টোকাৰীৰ সুৰ (১৯৫৯), 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল' (১৯৬৩), 'খেল ভঙা খেল' (১৯৬৯)

**পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ সাধাৰণ বৈশিষ্ট্য**

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ সাধাৰণ বৈশিষ্ট্য হৈছে গীতিধৰ্মিতা। পাৰ্বতিপ্ৰসাদৰ গীতত কাব্যিকতা আৰু কবিতাত গীতিময়তাৰ প্ৰকাশ লক্ষ্য কৰা যায়। সাধাৰণভাৱে পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাক গীতি কবিতা আখ্যা দিব পাৰি। কবিতা সমূহত একেটি মাথোন চিন্তা, অনুভূতি অথবা পৰিস্থিতিৰ বৰ্ণনা আছে। (F T. palgrave, Preface *Golden Treasury;* p ix)

বিষয়বস্তুৰ ফালৰ পৰা পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাক তলত দিয়া ধৰণেৰে ভাগ কৰিব পাৰি —

(ক) স্বদেশ প্ৰেমমূলক, (খ) নৈসৰ্গিক বিষয়ক, (গ) প্ৰেমমূলক, (ঘ) আত্ম কথনমূলক, (ঙ) দাৰ্শনিক ভাবাপন্ন, (চ) ৰহস্যভাবাপন্ন, (ছ) শোক-কবিতা, (জ) স্মৃতিচাৰণমূলক।

প্ৰকাশ ভংগীৰ ফালৰ পৰা বিচাৰ কৰি পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাক চাৰিটা ভাগত ভগাব পাৰি। সেয়া হৈছে *প্ৰত্যক্ষ* বা *প্ৰাঞ্জল, ৰীতিবদ্ধ, বৌদ্ধিক* বা *ৰূপকধৰ্মী* আৰু *ধ্বনি সামঞ্জস্য প্ৰধান।* (R J. Rees, *An Introduction to English literature* p 115) পাৰ্বতিপ্ৰসাদৰ *সৰহ সংখ্যক* গীতৰ ধৰ্ম হৈছে প্ৰাঞ্জলতা বা স্বতঃস্ফূৰ্ততা। তেওঁৰ শোক-কবিতা কেইটিক *ৰীতি বদ্ধ কবিতাৰ* শাৰীত অন্তৰ্ভুক্ত কৰিব পৰা যায়। ধ্বনি *সামঞ্জস্য প্ৰধান* ভাগটোত লুইতীৰ অন্তৰ্ভুক্ত প্ৰায়বোৰ গীতকে ধৰিব পাৰি। গীতসমূহৰ ভাষা আৰু শব্দচয়নত শ্ৰাব্য গুণ নিহিত হৈ আছে। ধ্বনিয়ে অৰ্থৰ ব্যঞ্জনা দান কৰিবলৈ সক্ষম হৈছে।[২৮] পাৰ্বতিপ্ৰসাদৰ *সোণৰ সোলেঙৰ* কবিতা সমূহক *ৰূপকধৰ্মী কবিতা* বুলিব পাৰি।

**পাৰ্বতিপ্ৰসাদৰ কবি-মানস**

জীৱন, সমাজ আৰু সভ্যতাৰ লগত কবিতাৰ সম্বন্ধ গভীৰ। একোজন কবিৰ কাব্য-ফচল একক নহয়। কবিসকলৰ কবি-মানস গঠনত বিভিন্ন উৎস বা উপাদানে ক্ৰিয়া কৰিব পাৰে।

পাৰ্বতিপ্ৰসাদৰ কবি-মানস গঠনত কেইবাটাও উপাদানে সহায় কৰিছে। সেয়া হৈছে— (ক) ঘৰুৱা বা পাৰিবাৰিক আদৰ্শ, (খ) অসমৰ স্থানীয় প্ৰাকৃতিক পৰিৱেশ আৰু অসমৰ লৌকিক ঐতিহ্য, (গ) ঊনবিংশ শতিকাৰ ৰমন্যাসিক আদৰ্শ, (ঘ) পূৰ্বসুৰীৰ আদৰ্শ,

(ঙ) উপনিষদীয় আদৰ্শ, (চ) সমসাময়িক যুগৰ প্ৰভাৱ, (ছ) জীৱনৰ ঘাত-প্ৰতিঘাত আৰু কবি-মানসত ইয়াৰ প্ৰভাৱ।

এই উপাদান সমূহৰ মূল সূত্ৰ ধৰিছে কবিৰ স্বকীয় কল্পনা, চিন্তা, আবেগ-অনুভূতি আৰু লিৰিক ধৰ্মী কাব্যিক প্ৰতিভাই। এই আটাইৰে সমন্বয়ত পাৰ্বতিপ্ৰসাদৰ স্বকীয় প্ৰতিভা বিকশিত হৈছে।

**পাৰিবাৰিক আদৰ্শ**

পাৰ্বতিপ্ৰসাদৰ আদৰ্শৰ মূল উৎস হৈছে ঘৰুৱা পৰিয়াল। পাৰ্বতিপ্ৰসাদে জন্ম লাভ কৰা পৰিয়ালটো অসমীয়া ভাষা সাহিত্য-সংস্কৃতিৰ লগত সংশ্লিষ্ট আছিল। পাৰ্বতিপ্ৰসাদৰ পূৰ্বপুৰুষ *যাদু ৰাম ডেকা বৰুৱাই* বঙালী কাকত *সমাচাৰ দৰ্পণ, সমাচাৰ চন্দ্ৰিকা* আৰু *অৰুণোদই* কাকতত চিঠি-পত্ৰ, প্ৰবন্ধ আদি লিখিছিল। ১৮৩৯ চনত তেওঁ *বঙলা-অসমীয়া অভিধান* এখন প্ৰণয়ন কৰি কৰ্ণেল জেনকিঞ্চৰ হাতত অৰ্পণ কৰে। অভিধানখনত উচ্চাৰণ অনুসৰি বৰ্ণ-বিন্যাসৰ সৰলীকৰণৰ পৃষ্ঠপোষকতা কৰা হৈছিল। (মহেশ্বৰ নেওগ ; অসমীয়া সাহিত্যৰ ৰূপৰেখা ; পৃ. ২২৪) অভিধানখনে 'অৰুণোদই'ক প্ৰভাৱান্বিত কৰিছিল। ১৮৬৭ চনত ডক্টৰ মাইল্‌ছ ব্ৰাঞ্চনে এই অভিধানৰ বৰ্ণ-বিন্যাসৰ ৰীতিৰ ভিত্তিত তেওঁৰ অভিধান প্ৰকাশ কৰে।

যাদুৰাম ডেকাবৰুৱাৰ নাতি *ৰাধিকাপ্ৰসাদে* অসমীয়া ভাষা সাহিত্যলৈ *পদ্য জামলা, ভিক্টোৰিয়া চৰিত্ৰ* আৰু *ভূগোল পাঠ* আদি ৰচনাৰে তেওঁৰ অৱদান আগবঢ়ায়। ৰাধিকাপ্ৰসাদৰ পত্নী *হিমলা বৰুৱানীয়ে* বৰপুত্ৰ ভগৱতীপ্ৰসাদৰ মৃত্যুৰ শোকত এলানি কবিতা ৰচনা কৰে। বিননিয়ে অসমীয়া ইলিজী কবিতাক চহকী কৰিলে। 'বিননি' ৩১টা ইলিজীৰ এটা থুপ।

ভগৱতীপ্ৰসাদে সৰুৰে পৰাই সাহিত্য-সংগীত চৰ্চা কৰিছিল। তেওঁ কিছুমান ইংৰাজী শব্দৰ প্ৰতিশব্দ উলিয়াইছিল। লাইব্ৰেৰীৰ ঠাইত *পুথি-ঠকা*, চিনেমাৰ ঠাইত *বোলছবি*, , থিয়েটাৰৰ সলনি নাটশাল, ফাউন্টেন পেনৰ সলনি *নিজৰি কাপ* ইত্যাদি। তদুপৰি অসমৰ প্ৰথম দৈনিক অসমীয়া কাকত *দৈনিক বাতৰিখনৰ বাতৰি* নামটো দিছিল ভগৱতীপ্ৰসাদে। উল্লেখযোগ্য, বাতৰিখন ওলাইছিল যোৰহাটৰ ঠেঙাল নামৰ গাঁৱৰ ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাৰ (মোমায়েক) ঘৰত থকা ছপাশালৰ পৰা। কাকতখন মোমাইদেৱেকৰ মৃত্যুৰ পিছত বন্ধ হয়।

পাৰ্বতিপ্ৰসাদৰ পৰিয়ালৰ অন্য এগৰাকী আদৰ্শনীয় ব্যক্তি হৈছে আইদেউতাক ললিতী বৰুৱানী। তেওঁ সুন্দৰকৈ সুৰ লগাই আইনাম, ঘোষা, কীৰ্তন আদি গাব

পাৰিছিল। পাৰিবাৰিক আদৰ্শই পাৰ্বতিপ্ৰসাদৰ কবি মানসত আদৰ্শবোধৰ চেতনা জগাই তুলিছিল।

## অসমৰ স্থানীয় প্ৰাকৃতিক পৰিৱেশ আৰু অসমৰ লৌকিক ঐতিহ্য

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ প্ৰধান উপজীব্য হৈছে অসমৰ সেউজীয়া প্ৰকৃতি জগত। বিভিন্ন ঋতুত পৰিবৰ্তন হোৱা প্ৰকৃতিৰ ৰূপ-ৰস-গন্ধ-স্পৰ্শই কবিক অভিভূত কৰিছে। তেওঁ প্ৰকৃতি জগতৰ পৰা আহৰণ কৰা সৌন্দৰ্য-সুষমা হৃদয়ৰ ৰসাল অনুভূতিত জুবুৰিয়াই অভিনৱ ৰূপত প্ৰকাশ কৰিছে। শব্দচয়ন, ব্যঞ্জনা, কল্পচিত্ৰৰ মাজেৰে অসমৰ প্ৰকৃতি পাৰ্বতিপ্ৰসাদৰ ৰচনাত মূৰ্তিমন্ত হৈ উঠিছে।

অসমৰ স্থানীয় প্ৰাকৃতিক পৰিৱেশত লালিত-পালিত পাৰ্বতিপ্ৰসাদে প্ৰকৃতিক প্ৰাণভৰি ভাল পায়। বৰলুইত দিখৌৰ দোকোল-ডকা পানী, পানচৈ-বৰনাৱৰ অহা-যোৱা দৃশ্য, লুইতৰ দুপাৰৰ কঁহুৱা বন, লুইতৰ বুকুত উঠি অহা লেক্‌লৌ পৰুৱা, লুইতৰ বুকুত প্ৰতিধ্বনিত হোৱা বাৰমাহী গীত, ম'হ গুৱালৰ মুখত বাগৰি ফুৰা বনঘোষা-বিহুগীতৰ সুৰ, অসমৰ হাবি-বন-নদী-নিজৰা, শস্য-শ্যামলা পথাৰ, চৰাই-চিৰিকতি আদি বিচিত্ৰ উপাদানে পাৰ্বতিপ্ৰসাদৰ ৰচনাত ভূমুকি মাৰিছে।

অসমৰ প্ৰাকৃতিক পৰিৱেশৰ সৈতে অসমৰ লোক-জীৱনৰ সম্পৰ্ক নিবৱচ্ছিন্ন। লুইতক কেন্দ্ৰ কৰি বিকশিত হোৱা লোক-জীৱনৰ ছবিখনৰ আভাস পাৰ্বতিপ্ৰসাদে তেওঁৰ ৰচনাত দি গৈছে। পাৰ্বতিপ্ৰসাদৰ সৃষ্টিশীলতাক অসমৰ লৌকিক ঐতিহ্যই গভীৰভাৱে অনুপ্ৰাণিত কৰিছে।

পাৰ্বতিপ্ৰসাদে বাল্যকালতে অসমৰ লৌকিক ঐতিহ্যৰ সৈতে পৰিচিত হৈছিল। মাতৃ হিমলা বৰুৱানীয়ে ঘৰুৱা কাম-বন, বোৱা-কটা, ফুল তোলা, মুগা-কটা, চিলাই কৰা আদি সৰু-সুৰা নানা কাৰ্যৰ মাজত অসমৰ লোক-সংস্কৃতিক জীয়াই ৰাখিছিল। তেওঁ কেঁচা মুগা কাটি সোণবৰণীয়া সূতাৰে কাপোৰ বৈ গুণাৰ ফুল তুলি সুন্দৰ সাজ-পোছাক তৈয়াৰ কৰিছিল আৰু জীয়ৰী-বোৱাৰীকো সেই শিক্ষা দিছিল। হিমলা বৰুৱানীৰ এনেধৰণৰ কলাসুলভ কামক সন্মান জনাই সোণাৰিৰ ঘৰৰ নাম ভগৱতীপ্ৰসাদে 'সোণালী-পাম' ৰাখিছিল। (সান্ত্বনা বৰুৱা ; *লেখিকাৰ জীৱনী* ; সম্পা. শীলা বৰঠাকুৰ ; পৃ. ৩৫) সেই সময়ত ঘৰে ঘৰে পতা গোপিনী সবাহতো তেওঁ বৰগীতৰ পৰা নতুন নাম উলিয়াই গাইছিল। কীৰ্তন-ভাগৱতৰ তত্ত্ব সুন্দৰকৈ বুজাব পাৰিছিল। স্থানীয় লোকগীতৰ আদৰ্শত গীত ৰচনাৰ বাবে পাৰ্বতিপ্ৰসাদক অনুপ্ৰাণিত কৰিছিল। তেওঁ ৰামায়ণ, মহাভাৰতৰ বিভিন্ন

সাধু ৰস লগাকৈ সতি-সণ্ডতিক কৈছিল। আইদেউতাক ললিতী বৰুৱানীয়ে এই ক্ষেত্ৰত বিশেষভাৱে আগভাগ লৈছিল।

পাৰ্ব্ব তিপ্ৰসাদে এনে ঘৰুৱা পৰিৱেশৰ দ্বাৰা অসমৰ লৌকিক ঐতিহ্যৰ সংশ্ৰৱ লাভ কৰে। অসমৰ স্থানীয় প্ৰাকৃতিক পৰিৱেশ আৰু প্ৰৱহমান ঐতিহ্যধাৰাৰ লগত যোগসূত্ৰ স্থাপন কৰি পাৰ্বতিপ্ৰসাদে নিজস্ব ৰচনাক নতুন আয়তন দান কৰিলে।

## ঊনবিংশ শতিকাৰ ৰমন্যাসিক আদৰ্শ

পাৰ্ব্বতিপ্ৰসাদৰ কবি-মানস গঠনত সমকালীন কাব্যধাৰায়ো বিশেষভাৱে সহায় কৰিছিল। বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামীয়ে গঢ়ি দিয়া *জোনাকীৰ* আদৰ্শই ঐতিহ্য আৰু আধুনিকতাৰ মাজত সমন্বয় স্থাপন কৰে। জোনাকীৰ জাগৰণে বেজবৰুৱাৰ পৰা জ্যোতিপ্ৰসাদলৈকে আধুনিক সাংস্কৃতিক ধাৰাটো বিকশাই তুলিছিল। (নগেন শইকীয়া ; অসমীয়া কবিতা আৰু অন্যান্য বিষয় ; পৃ. ৪৭) 'জোনাকী'য়ে পাশ্চাত্য সাহিত্য, দৰ্শন আৰু সংস্কৃতিৰ লগত পাঠকক পৰিচয় কৰাই দিয়ে। ৰোমাণ্টিক দৃষ্টিভংগীৰ বিকাশ আৰু প্ৰকাশত 'জোনাকী'য়ে বিশেষ ভূমিকা লয়। ঐতিহ্যৰ পুনৰ মূল্যায়নতো বিশেষ গুৰুত্ব আৰোপ কৰে। 'জোনাকী'ৰ সমসাময়িক *বিজুলী* আৰু পৰৱৰ্তী আলোচনী *বাঁহী, ঊষা আলোচনী, আৱাহন, আমাৰ বান্ধৱ, চেতনা* আদিৰ জৰিয়তে অসমীয়া সাহিত্যই বিকাশ লাভ কৰে।

পাৰ্বতিপ্ৰসাদে তৃতীয় দশকৰ অসম ছাত্ৰ-সন্মিলনৰ মুখপত্ৰ *মিলনৰ* জৰিয়তে আত্ম প্ৰকাশ কৰে। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত ঊনবিংশ শতিকাৰ আদৰ্শ আৰু কাব্যধাৰাৰ সাঁচ লক্ষ্য কৰিব পাৰি। অসমীয়া ভাষাৰ স্বকীয়তা ৰক্ষাৰ প্ৰচেষ্টা, ঐতিহ্যৰ পুনৰ মূল্যায়নৰ মানসিকতা, সামাজিক জীৱনত সংস্কাৰ সাধনৰ মনোভাব ঐতিহ্য আৰু আধুনিকতাৰ সমন্বয় স্থাপনৰ মানসিকতা তেওঁৰ ৰচনাত পৰিলক্ষিত হয়। মুঠ কথাত, ঊনবিংশ শতিকাৰ ৰমন্যাসিক আদৰ্শ আৰু কাব্যিক লক্ষণসমূহে পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাক প্ৰসাৰতা দান কৰিছে।

## পূৰ্বসুৰীৰ আদৰ্শ

পাৰ্বতিপ্ৰসাদে অসমীয়া কলা-সংস্কৃতিৰ আদি গুৰু শ্ৰীমন্ত শংকৰদেৱে প্ৰতিষ্ঠা কৰা সমাজ আৰু সংস্কৃতিৰ আদৰ্শত অনুপ্ৰাণিত হৈছিল। চিত্ৰ, গীত, নাট, নৃত্য, অভিনয় এই সকলো দিশতে থকা দক্ষতাক শ্ৰদ্ধাৰে সুঁৱৰিছিল। পাৰ্বতিপ্ৰসাদৰ মতে বৃন্দাবনী বস্ত্ৰত তোলা বিভিন্ন চিত্ৰ আৰু থাপনাত, গামোচাত শংকৰদেৱে ত্ৰৈকোণিক চিত্ৰৰ (cubism)

সম্পৰ্যায়ৰ ছবি প্ৰথমে উলিয়ায়। (অসম সাহিত্য সভাৰ উনত্ৰিংশ সন্মিলনৰ সংগীত অধিৱেশনৰ 'সভাপতিৰ অভিভাষণ'; পৃ. ৩১৫)

*শংকৰদেৱৰ দৰে মাধৱদেৱৰ* আদৰ্শয়ো পাৰ্বতিপ্ৰসাদৰ কবি মানসত প্ৰভাৱ বিস্তাৰ কৰিছিল। বৰগীতৰ সুৰৰ মাধুৰ্য আৰু গম্ভীৰ্যই যেনেদৰে তেওঁক আকৰ্ষণ কৰিছিল তেনেদৰে *নামঘোষাৰ* ভক্তিৰ মাহাত্ম্যয়ো কবিমানসত সাঁচ বহুৱাই ছিল। মাধৱদেৱৰ আত্মলঘিমা আৰু দাস্য ভাবে পাৰ্বতিপ্ৰসাদৰ অন্তৰ স্পৰ্শ কৰিছিল। নামঘোষাৰ পদবোৰ তেওঁ সুললিত কণ্ঠেৰে, সভক্তিৰে, গহীন সুৰেৰে আৰ্গেনত বজাই গাইছিল। পাৰ্বতিপ্ৰসাদৰ অন্তৰত কৃষ্ণৰ প্ৰতি ওপজা ভক্তি ভাবে তেওঁৰ ৰচনাৰ মাজত আত্মপ্ৰকাশ কৰিছে।

পাৰ্বতিপ্ৰসাদক শংকৰদেৱ, মাধৱদেৱৰ উপৰি দ্বিজ মাধৱ আৰু শুভংকৰ কবিৰ সংগীত আৰু নৃত্যৰ আদৰ্শই আকৃষ্ট কৰিছিল। প্ৰাচীন অসমীয়া গীত সম্পৰ্কে জানিবলগীয়া জ্ঞানৰ আৰ্হি গ্ৰহণ কৰিছিল দ্বিজ মাধৱ ৰচিত *শ্ৰীকৃষ্ণ মঙ্গল* পুথিৰ পৰা। এসময়ত প্ৰচলিত শুভংকৰ কবিৰ *শ্ৰীহস্তমুক্তাৱলী* আৰু *সংগীত দামোদৰৰ* আধাৰত ক্ৰমে নাচৰ মুদ্ৰা আৰু গীতৰ বিষয়ে চৰ্চা কৰাত গুৰুত্ব প্ৰদান কৰিছিল।

পাৰ্বতিপ্ৰসাদে অসমীয়া ভাষা-সাহিত্যৰ মূল আদৰ্শ গ্ৰহণ কৰিছিল *লক্ষ্মীনাথ বেজবৰুৱাৰ* পৰা। পাৰ্বতিপ্ৰসাদৰ মতে বেজবৰুৱা অসমীয়া সাহিত্যৰ সৰবৰহী (standard) ভাষাৰ প্ৰৱৰ্তক। (বিনন্দ চন্দ্ৰ বৰুৱা; পৃ. ৩৬) সেয়ে সাহিত্যৰ ক্ষেত্ৰত পাৰ্বতিপ্ৰসাদে বেজবৰুৱাক অনুসৰণ কৰিছিল। পাৰ্বতিপ্ৰসাদে 'মিলন'ৰ সম্পাদনা সমিতিৰ সভ্য হৈ থাকোতে নিজৰ ৰীতি-নীতি প্ৰয়োগ কৰোঁতে আৱশ্যক হ'লে বেজবৰুৱাৰ মতামত বিচাৰিছিল। (সান্ত্বনা বৰুৱা ; 'নিৰ্ভীক মানসিকতাৰ কবি পাৰ্বতিপ্ৰসাদ' ; *আমাৰ অসম* ৭ জুন, ১৯৯৮ পৃ. ৩) পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ মাজত বেজবৰুৱাৰ একনিষ্ঠতাৰ প্ৰভাৱ দেখা যায়। পাৰ্বতিপ্ৰসাদ আৰু জ্যোতিপ্ৰসাদ সমসাময়িক ব্যক্তি আছিল। দুয়ো সংস্কৃতিৰ পূজাৰী। জ্যোতিপ্ৰসাদৰ গীতে পাৰ্বতিপ্ৰসাদক যথেষ্ট প্ৰেৰণা যোগাইছিল।

জ্যোতিপ্ৰসাদ আৰু পাৰ্বতিপ্ৰসাদৰ মাজত বোলছবি সম্পৰ্কীয় আলোচনা-বিলোচনা হৈছিল। জ্যোতিপ্ৰসাদৰ হাতত 'জয়মতী' (১৯৩৩) বোলছবি নিৰ্মাণৰ বাবে প্ৰয়োজন হোৱা ৰজাদিনীয়া পৰ্হিদোলাৰ দাপোন কেইখনমান দিছিল বুলি পাৰ্বতিপ্ৰসাদে উল্লেখ কৰিছে।[৮] 'ৰূপহী' বোলছবি লাভজনক নোহোৱাত জ্যোতিপ্ৰসাদে পাৰ্বতিপ্ৰসাদক স্বৰচিত গীত কেইটিমান সংযোগ কৰিবলৈ পৰামৰ্শ দিছিল। পাৰ্বতিপ্ৰসাদে এটা নতুন আদৰ্শক প্ৰতিষ্ঠা কৰিবৰ বাবে জ্যোতিপ্ৰসাদৰ সগোত্ৰ হৈ আগবাঢ়িছিল। দুয়োজনে অসমীয়া সংস্কৃতিৰ বিকাশ আৰু প্ৰকাশক প্ৰাণৱন্ত কৰি তুলিবলৈ যত্ন কৰিছিল।

বংগৰ *দ্বিজেন্দ্ৰলাল, ৰজনীকান্তৰ* গীত আৰু কবিতাই পাৰ্বতিপ্ৰসাদক অনুপ্ৰাণিত কৰিলেও *ৰবীন্দ্ৰনাথৰ* প্ৰভাৱ আছিল গভীৰ। পাৰ্বতিপ্ৰসাদে যিটো সময়ত সাহিত্য চৰ্চাত মনোনিবেশ কৰিছিল সেই সময়ছোৱাত বঙলা সাহিত্য আৰু সংগীতে অসমৰ সাংস্কৃতিক আকাশ আচ্ছন্ন কৰি ৰাখিছিল। বেংগলত প্ৰায় অৰ্দ্ধ শতিকাজুৰি শিক্ষিত লোকসকল ৰবীন্দ্ৰনাথৰ দ্বাৰা প্ৰভাৱিত হৈছিল। তেওঁলোকে ৰবীন্দ্ৰনাথৰ হাতৰ আখৰ নকল কৰিছিল। গদ্য-ৰীতি, কবিতা, গান আদিও অনুকৰণ কৰিছিল। (Chidananda Dasgupta, Jivanananda Das · The Age : p. 9) তেওঁলোকে ৰবীন্দ্ৰনাথক বাদ দি কোনো উৎকৰ্ষমূলক চিন্তা-চৰ্চা কৰিব নোৱাৰিছিল। অসমীয়া সাহিত্যতো ঠিক তেনেকৈ বহুকেইজন কবি-সাহিত্যিকৰ চিন্তা-চেতনাক ৰবীন্দ্ৰনাথে স্পৰ্শ কৰিছিল। এই সকলৰ ভিতৰত পাৰ্বতিপ্ৰসাদ আছিল অন্যতম। ভগৱতীপ্ৰসাদ আৰু পাৰ্বতিপ্ৰসাদ দুয়োজনে ৰবীন্দ্ৰনাথৰ হাতৰ আখৰৰ গঢ়ত আখৰ লিখিবলৈ যত্ন কৰিছিল। ৰবীন্দ্ৰনাথ মানুহজন আৰু তেওঁৰ ব্যক্তিত্বৰ বিভিন্ন দিশে পাৰ্বতিপ্ৰসাদক আকৰ্ষিত কৰিছিল। পিন্ধন-উৰণতো পাৰ্বতিপ্ৰসাদে ৰবীন্দ্ৰনাথক অনুকৰণ কৰিছিল। ৰবীন্দ্ৰনাথৰ দৰে টুপী পিন্ধিছিল। কিন্তু দুয়োজনৰ টুপীৰ মাজত নিজস্ব বৈশিষ্ট্য ফুটি উঠিছিল। ৰবীন্দ্ৰনাথৰ টুপী আছিল উকা। আনহাতে পাৰ্বতিপ্ৰসাদৰ টুপীত আছিল এড়ীয়া কাপোৰত বহা ৰঙা আঁচুৰ চাৰি আঙুলীয়া ফুল। পাৰ্বতিপ্ৰসাদে এলবাৰ্ট হলত অনুষ্ঠিত ৰবীন্দ্ৰনাথৰ বিশেষ অনুষ্ঠান সমূহো উপভোগ কৰিছিল। এইবিলাকৰ ভিতৰত বক্তৃতা, নাটৰাজ নৃত্য, গীত, অভিনয় ইত্যাদিয়েই প্ৰধান। ভগৱতীপ্ৰসাদে পাৰ্বতিপ্ৰসাদলৈ কলিকতাৰ পৰা পঠোৱা ৰবীন্দ্ৰনাথৰ *কেতেকী, শেফালি, বৈতালিক, গীত-পঞ্চাশিকা* আদিৰ সুৰ-চানেকি চাই দুহেজাৰমান গীত গাব পৰা হৈছিল। কলিকতালৈ গৈও তেওঁ ৰবীন্দ্ৰনাথৰ গীতৰ চৰ্চা কৰিছিল। ৰবীন্দ্ৰনাথৰ গীত আৰু কাব্য চিন্তৰ প্ৰভাৱ পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ মাজত বিচাৰি পোৱা যায়।

### উপনিষদীয় আদৰ্শ

পাৰ্বতিপ্ৰসাদৰ কবি-মানস গঠনত উপনিষদীয় আদৰ্শই বিশেষ ভূমিকা বহন কৰিছে। উপনিষদে পাৰ্বতিপ্ৰসাদৰ চিন্তা-অনুভূতিক গভীৰতা দান কৰিছে। তেওঁ উপনিষদীয় দৃষ্টি আৰু দৰ্শনেৰে জীৱনক বিচাৰ কৰি চাইছে।

### সমসাময়িক যুগৰ প্ৰভাৱ

পাৰ্বতিপ্ৰসাদ আৰু জ্যোতিপ্ৰসাদ আদিয়ে যিটো সময়ত জন্ম গ্ৰহণ কৰিছিল সেই সময়ছোৱা কেইবাটাও দিশৰ পৰা তাৎপৰ্যপূৰ্ণ। ঊনবিংশ শতিকাৰ শেহ ভাগৰ কবিতাৰ

ধাৰাটোৱে কুৰি শতিকাৰ আৰম্ভণিৰ দশক কেইটাত প্ৰসাৰতা লাভ কৰিছিল। কুৰি শতিকাৰ আৰম্ভণিৰ দশক কেইটাত অসমীয়া কবিমানসত ভাষা সাহিত্য, সংস্কৃতিৰ উৎকৰ্ষ সাধনৰ প্ৰতি অনুৰাগ বৃদ্ধি হৈছিল। তাৰ সমান্তৰালভাৱে পাশ্চাত্য ৰোমাণ্টিচিজিমৰ ভাবাদৰ্শৰ সমন্বয় সাধনৰ প্ৰক্ৰিয়া অব্যাহত আছিল। একেসময়তে ৰবীন্দ্ৰনাথৰ কাব্যই কিছুসংখ্যক কবি-গীতিকাৰক প্ৰভাৱিত কৰিছিল।

অন্যহাতে, পাৰ্বতিপ্ৰসাদে যিখিনি সময়ত সৃষ্টিশীল কাৰ্যত মনোনিবেশ কৰিছিল সেইখিনি সময় আছিল *জাতীয়তাৰ নৱজাগৰণৰ* সময়। ১৯২১ চনৰ এই জাতীয় জাগৰণে অসমীয়া কবি সাহিত্যিকসকলৰ মন জাগৰিত কৰিলে। বিশেষভাৱে *বেজবৰুৱা* আৰু *কমলাকান্ত ভট্টাচাৰ্যৰ* কবিতাত জাতীয়তাৰ ভাবে আত্ম-প্ৰকাশ কৰিলে। এই সময়ছোৱাতে 'মিলন' পত্ৰিকাৰ কৰ্মী আৰু কবি ডিম্বেশ্বৰ নেওগৰ কবিতা, বিনন্দ চন্দ্ৰ বৰুৱা আৰু পাৰ্বতিপ্ৰসাদৰ কবিতাত জাতীয় ভাবৰ প্ৰকাশ ঘটিল। এই ক্ষেত্ৰত *পদ্মধৰ চলিহা, অম্বিকাগিৰী ৰায়চৌধুৰী, মিত্ৰদেৱ মহন্ত, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, কমলানন্দ ভট্টাচাৰ্য, উমেশ চন্দ্ৰ চৌধাৰী, জ্যোতিপ্ৰসাদ আগৰৱালা* আদি উল্লেখযোগ্য। 'জোনাকী'ৰ জৰিয়তেই আধুনিক অসমীয়া মনৰ জাগৰণ আৰম্ভ হৈছিল। (নগেন শইকীয়া; অসমীয়া কবিতা আৰু অন্যান্য বিষয়; পৃ. ৫০) জোনাকীয়ে জন্ম দিয়া অসমীয়া কবি-সাহিত্যিকৰ ৰচনাতে আধুনিক সাংস্কৃতিক ধাৰাটোৰ সূত্ৰপাত হৈছিল।

প্ৰতিজন বিশিষ্ট কবি তেওঁৰ যুগ আৰু সমাজ সম্বন্ধে সচেতন থাকে। (জীৱনানন্দ দাশ; কবিতাৰ কথা ; পৃ. ২০) পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ মাজতো সমকালীন যুগ-নিস্বাস অনুভৱ কৰা যায়। পাৰ্বতিপ্ৰসাদৰ কবিমানসক ৰংপুৰৰ সমসাময়িক শিল্প চৰ্চাই, শিৱসাগৰৰ ঐতিহ্য আৰু শৌৰ্য-বীৰ্যৰ কাহিনীয়ে প্ৰেৰণা যোগাইছিল। পাৰ্বতিপ্ৰসাদৰ জীৱনৰ আধাৰ শিলা নিৰ্মাণৰ সময়তে ৰংপুৰৰ, গড়গাৱঁত চৌযষ্ঠি কলাৰ সৃষ্টি হৈছিল। সেইসময়ত জনপ্ৰিয়তা লাভ কৰা বঙলা গীত-মাতে সচেতন ব্যক্তি সকলক অসমীয়া সুৰৰ ভৱিষ্যৎ সম্পৰ্কে সন্দিহান কৰি তুলিছিল। অসমীয়া সংগীতক পুনৰ প্ৰতিষ্ঠা কৰিবলৈ যত্নপৰ হোৱা কবি-গীতিকাৰ সকলৰ ভিতৰত পাৰ্বতিপ্ৰসাদ অন্যতম। পাৰ্বতিপ্ৰসাদে যুগৰ ভাবশক্তিৰ আধাৰত নতুন দৃষ্টিভংগী আৰু নতুন চেতনাৰে সৃষ্টিশীল কৰ্মত ব্ৰতী হৈছিল।

### জীৱনৰ ঘাত-প্ৰতিঘাত আৰু কবিমানসত ইয়াৰ প্ৰভাৱ

পাৰ্বতিপ্ৰসাদে জীৱনত ওচৰা-উচৰিকৈ কেইবাটাও বিয়োগ জনিত আঘাত পাইছিল। এই আঘাতবোৰে পাৰ্বতিপ্ৰসাদৰ হৃদয়ত আলোড়নৰ সৃষ্টি কৰিছিল যদিও সৃষ্টিশীলতাক

স্থবিৰ কৰিব নোৱাৰিলে। তেওঁৰ কিছুমান গীত আৰু কবিতাই বিৰহ বিচ্ছেদ জনিত ভাবাবেগৰ সাক্ষ্য বহন কৰি আছে।

কমলা বৰুৱা আছিল পাৰ্বতিপ্ৰসাদৰ অতি মৰমৰ। দুয়ো ল'ৰালি কালত একেলগে উমলিছিল ; ধেমালি-ধুমুলা কৰিছিল। কলেজত পঢ়ি থকা কালতে (১৯২৩ চনত) বাইদেৱেক কমলা বৰুৱাৰ অকাল মৃত্যু হয়। পাৰ্বতিপ্ৰসাদক এই দুখে ম্ৰিয়মান কৰি তুলিলে। এই বিয়োগ জনিত আঘাতৰ প্ৰতিক্ৰিয়া স্বৰূপে *মৰণ-মাধুৰী* নামৰ এটি কবিতাৰ জন্ম হয়। পাৰ্বতিপ্ৰসাদে দ্বিতীয় আঘাত পালে ১৯২৫ চনত। পিতৃ ৰাধিকাপ্ৰসাদৰ মৃত্যুৱে পাৰ্বতিপ্ৰসাদক ব্যথিত কৰি তুলিলে।

পাৰ্বতিপ্ৰসাদে তৃতীয়টো আঘাত প্ৰায় ১৯৩৩ চনৰ ১৪ অক্টোবৰত। সেইদিনা নিশালৈ শিৱসাগৰ নাট্য সমাজে 'কনৌজ কুঁৱৰী' নাট মঞ্চস্থ কৰিছিল। 'কনৌজ কুঁৱৰী' নাট উপভোগ কৰাৰ মানসেৰে পাৰ্বতিপ্ৰসাদ, ভগৱতীপ্ৰসাদ আৰু তেওঁৰ পত্নী সত্যৱতী, তেওঁলোকৰ ডেৰ বছৰীয়া শিশু দীপ, সৰু ভনীয়েক প্ৰতিমা আৰু লিগিৰী সৰুদৈ মটৰ গাড়ীৰে শিৱসাগৰ অভিমুখে ৰাওনা হৈছিল। গাড়ীখনৰ চালক আছিল পাৰ্বতিপ্ৰসাদ নিজে। তেওঁ দিচাং নৈৰ পাৰঘাট পোৱাৰ পাছত থিয় গৰাৰ চালামিয়ে গাড়ী নমাই নাৱলৈ তুলিলে। কিন্তু তাতে গাড়ী ৰখাবলৈ যত্ন কৰোঁতে নাৱৰ নঙলা নোহোৱাত নাও চেৰাই গাড়ী নৈৰ বুকুৰ কুৰিহতীয়া দ ঘুলুঙিয়াত পৰিলগৈ। (মহেশ্বৰ নেওগ ; "শিল্পী পাৰ্বতিপ্ৰসাদ বৰুৱা"; *গীতি-কবি পাৰ্বতিপ্ৰসাদ বৰুৱা স্মৃতি গ্ৰন্থ ; পৃ.* ২২) পাৰ্বতিপ্ৰসাদে সাঁতুৰি-নাদুৰি কোনো মতে মৃত্যুৰ পৰা ৰক্ষা পৰিল। তেওঁ প্ৰাণে-পণে সাঁতুৰিব নজনা ককায়েকক চুলি আৰু হাতত ধৰি টানিছিল যদিও ৰক্ষা কৰিব নোৱাৰিলে। পাৰ্বতিপ্ৰসাদৰ বাদে বাকী সকলোৰে দিচাঙৰ বুকুত সলিল সমাধি হ'ল। এই মৰ্মন্তুদ দুখে পাৰ্বতিপ্ৰসাদক আজীৱন বেঢ়ি ৰাখিলে।

পাৰ্বতিপ্ৰসাদে চতুৰ্থটো আঘাত পাইছিল মাতৃৰ পৰা। পুত্ৰশোকত দগ্ধ হৈ হিমলা বৰুৱানীয়ে মনৰ দুখৰাশিক কাব্যিক ৰূপ দান কৰিলে 'বিননি'ৰ ৰূপত। কেইবছৰ মানৰ পিছত তেওঁ পক্ষাঘাত ৰোগত শয্যাশায়ী হৈ ১৯৪৮ চনত মৃত্যুৰ মুখত পৰিল। ক্ৰমান্বয়ে পাৰ্বতিপ্ৰসাদৰ শৰীৰৰো অৱনতি ঘটিবলৈ ধৰিলে। ১৯৫৩ চনত তেওঁ ৰক্তচাপৰ আঘাতত শয্যাশায়ী হয়। শৰীৰৰ বাওঁ অংশ অকামিলা হয় আৰু মাত-কথা অস্পষ্ট হয়। ১৯৬৩ চনত বাতবিষৰ যন্ত্ৰণাত শৰীৰ পংগু হৈ পৰে। তৎসত্বেও তেওঁৰ সৃষ্টি প্ৰক্ৰিয়া অব্যাহত আছিল। সৌন্দৰ্য-তৃষ্ণা মাৰ যোৱা নাছিল। পাৰ্বতিপ্ৰসাদৰ কবি-মানসত এইবিলাক ঘাত-প্ৰতিঘাতে গভীৰ প্ৰভাৱ পেলাইছিল। তেওঁৰ ভাব, চিন্তা, কল্পনা, অনুভূতি, অভিজ্ঞতা আদিক উল্লিখিত উপাদানবোৰ নতুন আয়তন দান কৰিলে।

# তিনি

# ৰোমান্টিক সাহিত্যৰ চমু পৰিচয় আৰু পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতা

যুৰোপৰ জনমানসত আলোড়নৰ সৃষ্টি কৰা বিপ্লৱটো আছিল ১৭৮৯ চনৰ ফৰাচী বিপ্লৱ। ৰুছোৰ দাৰ্শনিক চিন্তাধাৰাই ফৰাচী বিপ্লৱৰ ওপৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছিল। ফৰাচী বিপ্লৱৰ মূল আদৰ্শ আছিল মুক্তিৰ ভাবধাৰা। ফৰাচী সাহিত্যতো ৰুছোৰ লেখনিয়ে প্ৰভাৱ বিস্তাৰ কৰিলে। প্ৰকৃতিলৈ প্ৰত্যাৱৰ্তন, প্ৰকৃতিৰ বুকুত আত্মাৰ সান্ত্বনাৰ সন্ধান, সুন্দৰৰ প্ৰতি গভীৰ অনুৰাগ আদি বিশিষ্ট লক্ষণ সমূহে সাহিত্যত নতুনত্বৰ সূচনা কৰিলে। আনহাতে জাৰ্মান চিন্তানায়ক সকলৰ অতীন্দ্ৰিয়বাদী দৰ্শনেও সাহিত্যক প্ৰভাৱিত কৰিলে। এনেধৰণে ৰমন্যাসিক আন্দোলনৰ সূত্ৰপাত হয় আৰু ৰোমান্টিক সাহিত্যই বিকাশ আৰু প্ৰসাৰ লাভ কৰে।

### পাশ্চাত্য ৰোমান্টিক সাহিত্যৰ প্ৰকৃতি

অষ্টাদশ শতিকাৰ ইংলেণ্ডৰ সাহিত্য আছিল ধ্ৰুপদী সাহিত্য। যুক্তিবাদ, ৰীতি-নীতি আদিৰ ধ্ৰুপদী সাহিত্যত বিশেষ স্থান আছিল। অনুভূতিতকৈ বুদ্ধি, ভাবতকৈ ভাষাই প্ৰাধান্য লাভ কৰিছিল। এই যুক্তিবাদী সাহিত্যৰ বিপৰীতে জন্ম হ'ল ৰমন্যাসিক সাহিত্যৰ। অষ্টাদশ শতাব্দীৰ শেষ দশকত জাৰ্মানীত শ্লিগেল ভাতৃদ্বয়ৰ নেতৃত্বত এটা গোষ্ঠী গঢ়ি উঠিল। একে সময়তে ১৭৯৮ চনত ইংৰাজী সাহিত্যত ৱৰ্ডছ্‌ৱৰ্থ আৰু কলেৰিজৰ যুটীয়া প্ৰচেষ্টাত সৃষ্টি হোৱা 'লিৰিকেল বেলাডচ্' এ নতুন যুগৰ সূচনা কৰিলে। এয়ে ইংলেণ্ডৰ ৰোমান্টিক আন্দোলনৰ আৰম্ভণি। ফৰাচী আৰু জাৰ্মান ৰমন্যাসিক আন্দোলনৰ লগত ইংলেণ্ডৰ ৰমন্যাসিক আন্দোলন বিশেষভাৱে জড়িত। সুন্দৰৰ প্ৰতি গভীৰ অনুৰাগ

আৰু প্ৰকৃতিৰ বুকুত আত্মাৰ সান্ত্বনাৰ সন্ধানী দৃষ্টি ইংৰাজ ৰমন্যাসিক সকলে ফৰাচী চিন্তাৰ পৰাই লাভ কৰিলে। আনহাতে জীৱনৰ ৰহস্যৰ প্ৰতি সন্ধানী দৃষ্টি লাভ কৰিলে জাৰ্মানি চিন্তাবিদসকলৰ পৰা।

বিশেষভাৱে ৰমন্যাসিক কবিসকল আৰু অষ্টাদশ শতিকাৰ কবিসকলৰ মাজত পাৰ্থক্য পৰিলক্ষিত হ'ল কল্পনাশক্তিৰ ওপৰত আৰোপ কৰা গুৰুত্ব আৰু দৃষ্টিভঙ্গীৰ বিশিষ্টতাত। (C. M. Bowra : The Romantic Imagination ; P.I.) কাজামিয়াঁৰ মতে ৰোমান্টিক স্পিৰিট হৈছে আৱেগময় জীৱনৰ এক সৰৱ আধিপত্য। (History of English Literature . p 997 ) ৰোমান্টিচিজিমৰ সংজ্ঞা বিভিন্ন সমালোচক, পণ্ডিতে আগবঢ়াইছে। (L. R. furst , Romanticism . pp. 23) প্ৰতিটো সংজ্ঞাৰে নিজস্ব প্ৰসংগ আছে যদিও ৰোমান্টিক চেতনাৰ সাৰ্বজনীন সংজ্ঞা নাই। (Morio Praz ; The Romantic Agony , p. 14) কাৰণ ৰমন্যাসবাদৰ মনোভংগী বিচিত্ৰ আৰু গতিধাৰা বহুমুখী। (মহেন্দ্ৰ বৰা, ৰমন্যাসবাদ . পৃ. ৩)

ইংৰাজী সাহিত্যত প্ৰধানকৈ ৱৰ্ডছৱৰ্থ, কলেৰিজ, বায়ৰণ, শ্যেলী, কীটছ্ আদি প্ৰসিদ্ধ কবিসকলৰ কবিতাত ৰোমান্টিক সাহিত্যৰ নতুন লক্ষণসমূহ বিচিত্ৰ ৰূপত প্ৰকাশিত হ'ল। ৰোমান্টিক কবি, সাহিত্যিক সকলে মানুহ আৰু কবিতা এই দুয়ো দিশত বহুল দৃষ্টিভঙ্গী আৰোপ কৰিলে। জীৱনৰ আৱেগময় দিশ, কল্পনা, অনুভূতিয়ে বিশিষ্টতা লাভ কৰিলে। মন্ময়ধৰ্মিতা, বিস্ময়ৰ বিচিত্ৰ অভিজ্ঞতা, মধ্যযুগ প্ৰীতিৰ মনোভাব, সৌন্দৰ্য-তৃষ্ণাৰ মুক্ত প্ৰকাশ, প্ৰকৃতিৰ প্ৰতি গভীৰ আকৰ্ষণ, প্ৰকৃতিৰ প্ৰতি নতুন দৃষ্টিভঙ্গী নিক্ষেপণ আদি ৰমন্যাসিক কাবতাৰ বিচিত্ৰ লক্ষণে কাব্য ধাৰাটোক বিশিষ্ট কৰি তুলিলে। ঘৰুৱা ভাষাৰ প্ৰয়োগ, অমিতাক্ষৰ ছন্দ আৰু ছন্দ স্পন্দনৰ আদৰ্শ গ্ৰহণ আদিয়ে ৰমন্যাসিক কবিতাৰ ৰূপবস্তুক নতুনত্ব প্ৰদান কৰিলে। কল্পনাৰ সৃজনীশীলতা ৰোমান্টিচিজিমৰ মূল কথা হৈ ধৰা দিলে। এনেধৰণৰ প্ৰকৃতিয়ে ৰোমান্টিক সাহিত্যক ধ্ৰুপদী সাহিত্যৰ পৰা আঁতৰাই আনিলে।

## অসমীয়া ৰোমান্টিক সাহিত্যৰ পটভূমি

ইংলেণ্ডৰ ৰোমান্টিক আন্দোলন গঢ় লৈ উঠা কাৰণ সমূহৰ লগত অসমীয়া ৰোমান্টিক আন্দোলনৰ মিল নাই। য়ুৰোপীয় নৱন্যাস আন্দোলনৰ মূল উৎস আছিল ৰাজনৈতিক আৰু দাৰ্শনিক পৰিবেশ। ইংৰাজী সাহিত্যত ৰোমান্টিক যুগৰ অৱতাৰণা হোৱাৰ আগতে ইয়াৰ পূৰ্ববৰ্তী অভিব্যক্তি দেখা গৈছিল শ্বেক্সপীয়েৰৰ যুগত। সেয়ে উনবিংশ শতাব্দীৰ নৱন্যাস আন্দোলনটোক নৱন্যাসৰ পুনৰ্জাগৰণ বোলা হৈছে। আনহাতে বংগদেশত নৱন্যাস আন্দোলন আৰম্ভ হৈছিল উনবিংশ শতাব্দীতে। ইষ্ট ইণ্ডিয়া কোম্পানীৰ আগমনে

সমগ্ৰ ভাৰতবৰ্ষৰ ইতিহাসত এটি যুগৰ সূচনা কৰিলে, পৰিৱৰ্তনৰ সূচনা কৰিলে। বঙালী মনোজগততো ইয়াৰ প্ৰতিক্ৰিয়া দেখা গ'ল। জীৱনৰ সুঁতি পৰিৱৰ্তিত হ'ল। সাহিত্যৰ ধাৰাৰো পৰিৱৰ্তন হ'ল। সমালোচক সকলে ঊনবিংশ শতিকাৰ সূত্ৰপাতৰ পৰাই বংগ সাহিত্যত আধুনিকতাৰো সূত্ৰপাত বুলি অভিমত প্ৰকাশ কৰিছে। (গৌৰমোহন মুখোপাধ্যায়, বাংলা সাহিত্যে ৰোমান্টিচিজিম, পৃ. ১২৬)

বংগদেশৰ নৱজাগৰণৰ লগত ঊনবিংশ শতাব্দীৰ ৰমন্যাসিক আন্দোলন সংশ্লিষ্ট হৈ পৰিল। নৱজাগৰণৰ ফলত বংগদেশৰ সাহিত্য, সংস্কৃতি আনকি জাতিৰ চিত্তও আলোড়িত হ'ল। অসমৰ পৰা সেই সময়তে কলিকতাত অধ্যয়ন কৰিবলৈ যোৱা ছাত্ৰ সকলৰ মনতো নৱজাগৰণৰ প্ৰভাৱ পৰিল। ফলত এই ছাত্ৰ সকলৰ নিজৰ সাহিত্যক টনকিয়াল কৰা, ঐতিহ্যক পুনৰ মূল্যায়ন কৰা, নিজৰ জাতিক সচেতন কৰা আৰু অসমীয়াত্ব ৰক্ষাৰ মানসিকতা গঢ়ি উঠিল। বংগৰ নৱজাগৰণৰ ফলত যি কেইটা লক্ষণে বিশেষভাৱে মূৰ দাঙি উঠিছিল সেই কেইটা হৈছে — প্ৰাচীন জ্ঞান আৰু কাব্যকলাৰ নতুন আবিষ্কাৰ, জীৱন সম্বন্ধে মানুহৰ নতুন প্ৰত্যাশা, আবেগ আৰু বিস্ময় জনিত অভিজ্ঞতা, ধৰ্ম আৰু জীৱনাদৰ্শ সম্পৰ্কে নতুন চেতনা, জীৱনদৃষ্টিৰ পৰিৱৰ্তন, এক জ্যোতিৰ্ময় সভ্যতা আৰু সংস্কৃতিৰ প্ৰতি বিস্ময়বিমুগ্ধ দৃষ্টি। ইংৰাজী ৰোমান্টিক সাহিত্যৰ দ্বাৰা অনুপ্ৰাণিত কলিকতা প্ৰবাসী ছাত্ৰসকলে বিশেষভাবে বংগ সাহিত্যৰ চানেকিৰে ৰোমান্টিক ভাবাদৰ্শক অসমীয়াত ৰূপ দিবলৈ প্ৰয়াস কৰিছিল। ফলত অসমীয়াৰ মনতো নৱজাগৰণ আৰম্ভ হ'ল। ১৮৮৯ চনত কলিকতাত প্ৰতিষ্ঠা লাভ কৰা *জোনাকী* ৰ জন্মমুহূৰ্ত আধুনিক অসমীয়া সাহিত্যৰ 'জন্মোৎসৱত' পৰিণত হ'ল। (মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃ. ২৬৩)

'জোনাকী'ৰ পূৰ্ববৰ্তী *অৰুনোদই*ৰ অন্তিম সময়ছোৱাতে অসমীয়া কবিতাই নতুন পথৰ সন্ধান কৰিছিল। ১৮৭৫ চনত *মধুসূদন দত্তৰ* আৰ্হিত ৰচিত আৰু প্ৰকাশিত *অভিমন্যু বধ*ত দুটা দিশ উন্মোচিত হ'ল। সেয়া হৈছে প্ৰাচীন ভাবাদৰ্শৰ পৰা মুক্তি আৰু অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগ। মধুসূদন দত্তৰ আৰ্হিতে লিখিত *ভোলানাথ দাস*ৰ *সীতা হৰণ* কাব্যত প্ৰকৃতিৰ বুকুত ব্যক্তিসত্তা আৰোপিত হ'ল। তদুপৰি *বলদেৱ মহন্তৰ* *উজু পাঠত* ব্যৱহৃত সাৱলীল ছন্দ, *কমলাকান্ত ভট্টাচাৰ্য*ৰ দেশাত্মবোধ আদিয়ে ৰোমান্টিক চেতনা প্ৰকাশত সহায় কৰিলে। বিষয়ৰ ব্যক্তিনিষ্ঠতা, ভাবৰ স্বতন্ত্ৰতা, আংগিকৰ নতুনত্বৰ মাজেৰে 'অৰুনোদই' এ অসমীয়া কবিতাত ৰোমান্টিক জাগৰণৰ পূৰ্বৰংগ ঘোষণা কৰে। (মহেন্দ্ৰ বৰা, 'ভূমিকা', অসমীয়া কবিতা চয়ন ; পৃ. ৩২) আনহাতে 'অৰুনোদই' কাকতৰ পাছত

জন্ম লাভ কৰা কেইবাখনো আলোচনীয়ে অসমীয়া সাহিত্যৰ গতি নিৰ্ণয়ত সহায় কৰিছিল। (যেনে — আসাম বিলাসিনী (১৮৭১), আসাম মিহিৰ (১৮৭২), আসাম দৰ্পণ (১৮৭৪), চন্দ্ৰোদয় (১৮৭৬), আসাম দীপক (১৮৭৬),আসাম নিউচ (১৮৮৫), আসাম বন্ধু (১৮৮৫), মৌ (১৮৮৬), আসাম তৰা (১৮৮৬), ল'ৰা বন্ধু (১৮৮৮), ইত্যাদি।) ১৮৮৯ চনত প্ৰকাশিত 'জোনাকী'ৰ ভাবমূৰ্তিক বিশেষভাৱে লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞি বৰুৱা, সত্যনাথ বৰা আৰু কনকলাল বৰুৱাৰ লেখনিয়ে উজ্জ্বল কৰি তুলিলে।

অসমীয়া সাহিত্যত প্ৰথমে কবিতাতে ৰোমান্টিক চেতনা প্ৰকাশিত হ'ল। অসমীয়া সাহিত্যৰ অন্যান্য ক্ষেত্ৰলৈও ই প্ৰসাৰিত হ'লেও প্ৰধানকৈ কবিতাত ৰোমান্টিকতাৰ ভাব, অনুভূতি, বিষয় আৰু ৰূপৰ নতুনত্বই দেখা দিলে। সেয়ে হ'লেও প্ৰাচীন সাহিত্যৰ দৃষ্টিভংগী আৰু জীৱনবোধ সাহিত্যিকসকলে সম্পূৰ্ণ ৰূপে বৰ্জন কৰিব নোৱাৰিলে। তেওঁলোকে ঐতিহ্যলব্ধ জীৱনাদৰ্শ আৰু সাংস্কৃতিক চেতনাক নতুন দৃষ্টিভংগীৰে গ্ৰহণ কৰিলে। পুৰণি আৰু নতুনৰ সমন্বয় সাধিত হ'ল।

**ৰোমান্টিক যুগৰ বিশিষ্ট কলাৰূপ গীতি-কবিতা**

ৰোমান্টিক যুগত গীতি-কবিতাই নতুন ৰূপ আৰু কাব্যভংগীৰে বিকাশ লাভ কৰিবলৈ সক্ষম হ'ল। ব্যক্তি হৃদয়ৰ স্বচ্ছন্দ অনুভূতিৰ প্ৰকাশ লোকগীত সমূহতো দেখা যায়। সেয়ে হ'লেও লিৰিক কবিতাই ৰোমান্টিক যুগতহে বিশিষ্ট ৰূপত আত্মপ্ৰকাশ কৰিলে। লিৰিকে সুকোমল গুণ আৰু মুক্ত গতি লাভ কৰিলে। ("During this period it achieved a freedom a flexibility and an intensity rarely equalled and certainly never surpassed." L. R. Furst)

অসমীয়া ৰোমান্টিক গীতি-কবিতাৰ পূৰ্ববৰ্তী নিদৰ্শন পোৱা যায় *চৰ্যাপদ* আৰু বৰগীতৰ মাজত। মূলতঃ এই দুয়ো শ্ৰেণীৰ কবিতা ধৰ্মীয় ভাবাপন্ন। বিষয় আৰু লক্ষ্যৰ একমুখিতা, ৰচনাৰ আকৃতিৰ হ্ৰস্বত্ব আৰু সাংগীতিক লয় আদি বৈশিষ্ট্যসমূহ এইবিলাক ৰচনাতো পোৱা যায়। (নগেন শইকীয়া, অসমীয়া কবিতা আৰু অন্যান্য বিষয় ; পৃ. ১২) অসমীয়া ৰোমান্টিক কবিতাত অন্য কিছুমান লক্ষণে বিশিষ্ট ৰূপত আত্মপ্ৰকাশ কৰিলে। তাৰে ভিতৰত মন্ময়ধৰ্মিতা, কল্পনা আৰু আবেগৰ মুক্তি, প্ৰকৃতিত মানৱত্ব আৰোপণ, প্ৰেমৰ আৱেগিক প্ৰকাশ, প্ৰেমৰ ৰূপান্তৰীকৰণ, মানৱতাৰ জয়গান, জাতীয়তা বোধৰ চেতনা, দেশপ্ৰেম আদিয়েই প্ৰধান। তদুপৰি ৰমন্যাসিক কবি সকলে নতুনৰ সৃষ্টিৰ বাবে

লোক-সাহিত্যৰ পৰা সমল সংগ্ৰহ কৰিলে। কবিতাত গ্ৰাম্য জীৱনৰ ছবি অংকন কৰিলে, প্ৰকৃতিৰ প্ৰতি বিচিত্ৰ মনোভংগী প্ৰকাশ কৰিলে। ঘৰুৱা ভাষাৰ প্ৰয়োগেৰে ৰচনা সমূহক সৰলতা দান কৰিলে। কিছুসংখ্যক কবিৰ কবিতাত দাৰ্শনিক চিন্তা, যেনে — কৰ্মফলবাদ, সৰ্বাত্মবাদ, জন্মান্তৰবাদ, আত্মাৰ অবিনশ্বৰতা আদি প্ৰকাশিত হ'ল। কল্পনা প্ৰৱণতা, সূক্ষ্ম অনুভৱ দক্ষতা, ছন্দৰ সাৱলীলতা, লক্ষ্যৰ একমুখিতা, ভাবৰ স্বচ্ছন্দ প্ৰবাহে অসমীয়া ৰোমান্টিক গীতি-কবিতাক প্ৰসাৰতা দান কৰিলে।

**গীত আৰু গীতি-কবিতা**

গীত আৰু কবিতা কবি হৃদয়ৰ ভাব আৰু অনুভূতিৰ পৰাই জন্ম হয়। জীৱন আৰু বস্তু জগতে কবিৰ হৃদয়ত নানা ভাবৰ স্পন্দন জগাই তোলে। ফলত কবিৰ মনত বৰ্ণময় ভাব-অনুভূতিৰ সৃষ্টি হয়। কল্পনা, সৌন্দৰ্য অনুভূতি ৰসোত্তীৰ্ণ হৈ উঠে। এই সংগীতময় কথা ৰূপৰ নাম গীতি-কবিতা। (অসিত কুমার বন্দোপাধ্যায়, বাংলা সাহিত্যের ইতিবৃত্ত ; পৃ. ৪০০) আনহাতে সুৰ, অৰ্থযুক্ত শব্দ আৰু তালৰ সমন্বয়েই গীত। গীতো এক প্ৰকাৰ কবিতা। কাৰণ একোটি গীতত কোনো এজন কবি বা গীতিকাৰৰ বিভিন্ন মানসিক অৱস্থা, আৱেগ-অনুভূতি আদি একোটা দফাত প্ৰতিফলিত হয়। (Huge Chistrotm, The Encyclopedia Brittannica; Vol No. - 25 ; p. 400) গীতৰ মুলবস্তু হৈছে ব্যক্তিহৃদয়ৰ আবেগ, কল্পনা আৰু অনুভূতি। গীতৰ প্ৰধান লক্ষণ হৈছে স্বতঃস্ফূৰ্ততা। তদুপৰি গীত হ'ল সুৰ নিৰ্ভৰ ৰচনা। (কৰবী ডেকা হাজৰিকা, কবিতাৰ ৰূপছায়া; পৃ. ৬৮) ইয়াৰ পৰিপূৰ্ণতা নিৰ্ভৰ কৰে কণ্ঠৰ ওপৰত। আন কথাত, কোনোবাই গোৱাৰ বাবে লিখা সংগীতময় কবিতাই গীত। ইয়াত সংগত থাকিবও পাৰে নাথাকিবও পাৰে। [M D Low (ed.) ; Chamber's Encyclopedia; (Vol. No.) , p 710]

গান কবিতাৰ গুণসম্পন্ন আৰু কবিতা গানৰ গুণযুক্ত হ'ব পাৰে। এনেধৰণৰ উদাহৰণ হৈছে সুৰদাসৰ ভজন, বৈষ্ণৱ পদাৱলী, বাউল সংগীত, ৰবীন্দ্ৰ সংগীত, চৰ্যাগীত, বৰগীত ইত্যাদি। কাৰণ এনেবোৰ গীত-প্ৰধান ৰচনাত কথাবস্তুৰ সুষমা আৰু কাব্যিক-সুষমাৰ সমন্বয় ঘটিছে। গীত আৰু গীতি-কবিতাৰ এটি ওচৰ সম্বন্ধ স্থাপিত হৈছে সুৰৰ মাধ্যমেৰে। গীতি-কবিতাত সুৰৰ প্ৰাধান্য নাথাকিলেও কথা আৰু সুৰৰ সমন্বয় সাধন হয়। (শশন্দ্ৰ দাশ, সাহিত্য-সন্দৰ্শণ ; পৃ. ৫৭) তদুপৰি উভয়েই হৈছে ছন্দোৱদ্ধ ৰচনা। ("Both make use of the same sensous medium, sound or tone. Music presupposes poetry, as metrical composition." – K. C. Pandey ; comparative

Aesthetics , Vol. I : p. 511 ) গান হিচাপে সকলোবোৰ গীত-কবিতা গাব নোৱাৰিলেও গীতি-কবিতাৰো প্ৰাণ বস্তু হৈছে গীতৰ মুখৰতা। অনুভূতিৰ মসৃণতা, ছন্দ-লয়ৰ সুষম সমন্বয়, কল্পনাৰ সজীৱতা গীতি-কবিতাৰো অন্যতম প্ৰধান লক্ষণ। গীতি-কবিতাৰ ইংৰাজী প্ৰতিশব্দ Lyric। লিৰিক শব্দটোৱে ব্যুৎপত্তিগতভাৱে বীণাযন্ত্ৰৰ সহায়ত গোৱা গীতক নিৰ্দেশ কৰিছিল। (M. H Abrams , A Glossary of literary terms ; p. 89) কালক্ৰমত কবিৰ নিজস্ব ভাব, অনুভূতি, চিন্তা বা মানসিক পৰিস্থিতিৰ প্ৰকাশ কৰা চুটি কবিতাক বুজাবলৈ Lyric শব্দটো ব্যৱহৃত হ'ল। গীতি-কবিতাত কোনো বিশেষ ভাব বা অনুভূতিক সৰল আৰু সংক্ষিপ্ত প্ৰকাশ কৰা হয়। সংগীত-মাধুৰ্য আৰু গতি স্বাচ্ছন্দ্যই গীতি-কবিতালৈ বিচিত্ৰতা আনি দিয়ে।

আধুনিক অসমীয়া সাহিত্যত গীত আৰু গীতি-কবিতা পাৰস্পৰিক লক্ষণযুক্ত হৈ উঠিছে। বিশেষকৈ কথাবস্তুৰ দিশৰ পৰা *বেজবৰুৱা, জ্যোতিপ্ৰসাদ, বিষ্ণুৰাভা, পাৰ্বতিপ্ৰসাদ*ৰ গীত গীতি-কবিতালৈ উত্তীৰ্ণ হৈছে। কাৰণ এইসকল গীতিকাৰৰ বাক্‌ভংগী, কথাবস্তুত নতুন চিন্তা আৰু অনুভূতিৰ সংযুক্তি, শাব্দিক নিৰ্মাণ কৌশল, কথিত ভাষাৰ প্ৰয়োগ আদিয়ে গীতক কবিতাৰ অধিক কাষ চপাই নিয়াত সহায় কৰিছে।

## অসমীয়া ৰোমান্টিক কবিতাৰ চমু চিনাকি

'অৰুনোদই' যুগতে অসমীয়া সাহিত্যত আধুনিকতাৰ সূচনা হ'লেও জোনাকী যুগতহে ৰমন্যাসৰ প্ৰধান সুৰ বাজি উঠিল। 'জোনাকী'ৰ প্ৰধান সম্পাদক *চন্দ্ৰকুমাৰ আগৰৱালা*ৰ বনকুঁৱৰী নামৰ কবিতাতে আধুনিক কবিতাৰ সূত্ৰপাত হ'ল। 'প্ৰতিমা' আৰু 'বীণ বৰাগী'ৰ মাজেৰে চন্দ্ৰকুমাৰ আগৰৱালাই প্ৰকৃতিৰ বাহ্যিক আৰু আভ্যন্তৰীণ ৰূপৰ মাজত সৌন্দৰ্য সন্ধান কৰিলে। লোক-সাহিত্যৰ উপাদানক কবিতাত স্থান দিলে ; পুৰণি পৃথিৱীক ধ্বংস কৰি নতুন সমাজ প্ৰতিষ্ঠাৰ আকাংক্ষা প্ৰকাশ কৰিলে। মানৱতাবাদ, অদ্বৈতদৃষ্টি, আশাবাদ আদি চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাৰ অন্যতম বৈশিষ্ট্য ৰূপে পৰিগণিত হ'ল। লক্ষ্মীনাথ বেজবৰুৱাৰ কবিতাৰ মাজত দুটা দিশ প্ৰতিফলিত হৈছে। তেওঁৰ ৰোমান্টিক কবিতাসমূহত স্বদেশপ্ৰীতি, প্ৰেম আৰু সৌন্দৰ্যৰ পূজা, আধ্যাত্মিকতা, ভাবপ্ৰৱণতা, অনুভূতিশীলতা, আশাবাদ আদি লক্ষণসমূহ প্ৰকাশিত হৈছে। বেলাড কেইটাত অসমীয়া লোক-সাহিত্যৰ প্ৰভাৱ পৰিছে। কেইটামান কবিতাত ব্যংগাত্মক আৰু খুঁহুতীয়া ৰস প্ৰধানভাৱে প্ৰকাশিত হৈছে। একে সময়তে *হেমচন্দ্ৰ গোস্বামীয়ে* ইটালীয় আৰ্হিত প্ৰথম অসমীয়া চনেট ৰচনা কৰি অসমীয়া কবিতাক

পৰিপুষ্টি যোগালে। 'ফুলৰ চাকি'ত কবিমনৰ সূক্ষ্ম অনুভূতি, কল্পনা প্ৰৱণতা, স্বদেশ প্ৰীতি, হাস্যৰস, প্ৰেম আৰু আশাবাদ প্ৰকাশিত হৈছে।

'জোনাকী' যুগৰ অন্য কেইজনমান বিশিষ্ট কবি হৈছে *মফিজুদ্দিন আহমদ হাজৰিকা, পদ্মনাথ গোহাঞিবৰুৱা, বেণুধৰ ৰাজখোৱা* আৰু *আনন্দ চন্দ্ৰ আগৰৱালা*. হাজৰিকাৰ 'জ্ঞানমালিনী'ত আৱেগতকৈ জ্ঞানে প্ৰাধান্য লাভ কৰিলে। গোহাঞিবৰুৱাৰ 'লীলা'ত শোক-কবিতা বা ইলিজীৰ লক্ষণ প্ৰকাশ পালে। 'জুৰণি' আৰু 'ফুলৰ চাকি' তেওঁৰ অন্য দুখন কবিতাৰ পুথি। গোহাঞিবৰুৱাই চনেট ৰচনাতো সফলতা লাভ কৰিছে। কিছুমান চনেটত স্তৱ বিভাজন নাই যদিও ভাব, কল্পনা আৰু প্ৰকাশভংগীৰ ফালৰ পৰা চনেটৰ পৰ্যায়ত অন্তৰ্ভুক্ত কৰিব পাৰি। ভাঙনিৰ জৰিয়তে অসমীয়া কাব্য সাহিত্যলৈ অবদান আগবঢ়াওঁতা সকলৰ ভিতৰত আনন্দ চন্দ্ৰ আগৰৱালাই কৃতিত্ব অৰ্জন কৰিছে। *চন্দ্ৰধৰ বৰুৱা*ৰ একমাত্ৰ কবিতা পুথি 'ৰঞ্জন'ত ধেমেলীয়া, গহীন আৰু ব্যংগাত্মক সুৰৰ সংমিশ্ৰণ ঘটিছে। কেৱল 'স্মৃতি' নামৰ কবিতাটোতহে ৰোমান্টিক ভংগী প্ৰকাশিত হৈছে।

হিতেশ্বৰ বৰবৰুৱাৰ চতুৰ্দ্দশপদী কবিতাত কবি প্ৰাণৰ সূক্ষ্ম অনুভূতি আৰু শোকানুভূতি ভাবঘনতাৰ মাজেৰে প্ৰকাশিত হৈছে। ৰঘুনাথ চৌধুৰীৰ কবিতাত প্ৰকৃতি-প্ৰীতি, সৌন্দৰ্য-স্পৃহা, সূক্ষ্ম সৌন্দৰ্যবোধ ছন্দৰ সাৱলীলতাৰ মাজেৰে উদ্ভাসিত হৈছে। পখীৰ মুক্ত জীৱনৰ প্ৰতি আকৰ্ষণ, প্ৰকৃতিৰ মাজত ঈশজ্যোতিৰ সন্ধান, বৈৰাগ্যৰ সুৰ আদিও চৌধাৰীৰ কবিতাৰ অন্যান্য বৈশিষ্ট্য। অম্বিকাগিৰী ৰায়চৌধুৰীৰ কবিতাত ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেম ইন্দ্ৰয়াতীত অনুভূতিত পৰিণত হৈছে। জীৱনৰ গভীৰ ৰহস্যৰ লগত সৌন্দৰ্যৰ সংযোগ তেওঁৰ কবিতাৰ অন্যতম বৈশিষ্ট্য। তেওঁৰ দেশাত্মবোধত সজীৱতা আৰু শক্তিশালী ৰূপৰ সন্ধান পোৱা যায়। *দুৰ্গেশ্বৰ শৰ্মা*ৰ কবিতাত জাগতিক সৌন্দৰ্যৰ প্ৰতি আকৰ্ষণ আৰু ভাৰতীয় দৰ্শনৰ প্ৰভাৱ অন্যতম বৈশিষ্ট্য ৰূপে প্ৰকাশ পাইছে। চিনাকি পৰিচিত চিত্ৰৰ মাজেদি কবিয়ে মনৰ ভাব, অনুভূতি আৰু দাৰ্শনিক উপলব্ধি কাব্যত সৰল আৰু নিৰলঙ্কাৰ ৰূপত প্ৰকাশ কৰিছে। মুঠৰ ও পৰত, উত্তৰ জোনাকী যুগৰ কবিতাক চতুৰ্দ্দশপদী কবিতাই পৰিপুষ্টি যোগালে। ইতিহাসৰ বিষয়বস্তুৱে কবিতাৰ ৰূপ লাভ কৰিলে। শোকানুভূতি, ইন্দ্ৰিয়ানুভূতি, ইন্দ্ৰিয় বিমুখিতা, অতীন্দ্ৰিয় ভাবধাৰা আদি বিশিষ্ট লক্ষণ ব্যক্তিগত ভাবোচ্ছাসৰ মাধ্যমেৰে প্ৰকাশিত হ'ল।

'বাঁহী-আলোচনী স্তৰ'ৰ কবিতাত বিশিষ্ট লক্ষণ ৰূপে লিৰিকধৰ্ম, ব্যক্তিগত ভাবোচ্ছাস, জাতীয় ভাব, দাৰ্শনিকতা আদিয়ে আত্মপ্ৰকাশ কৰিলে। যতীন্দ্ৰনাথ দুৱৰাৰ কবিতাত প্ৰেম আৰু সৌন্দৰ্যই প্ৰধান ৰূপ পৰিগ্ৰহ কৰিলে। কবিৰ সূক্ষ্ম অনুভূতি

গীতিধৰ্মিতাৰ সমন্বয়ত বিকশিত হ'ল। তেওঁৰ কবিতাত ইংলেণ্ড, ৰুছ, পাৰস্যৰ কবিতাৰ প্ৰভাৱ পৰিলেও কাব্য প্ৰতিভাৰ গুণত সেয়া মৌলিক কবিতাৰ ৰূপত প্ৰতিভাত হৈছে। (বিৰিঞ্চি কুমাৰ বৰুৱা, পাতনি, বনফুল ; পৃ. ১) তেওঁৰ আত্মনিষ্ঠ কবিতা বিষাদৰ কাৰুণ্য আৰু অনুভৱৰ আন্তৰিকতাৰে আবেদনশীল। *সূৰ্যকুমাৰ ভূএল্তা* আৰু *দণ্ডিনাথ কলিতা*য়ো অসমীয়া কাব্য-সাহিত্যলৈ অৱদান আগবঢ়াইছে। কলিতাৰ ব্যংগ কবিতাত হাস্যৰসৰ ছিটিকনি থাকিলেও বিশেষকৈ অসমীয়া জীৱন আৰু সমাজৰ ভণ্ডামি, কু-সংস্কাৰৰ কদৰ্য ৰূপটো প্ৰকাশিত হৈছে। *পদ্মধৰ চলিহা* ৰ গীতত জাতীয় ভাব অন্যতম লক্ষণ ৰূপে প্ৰকাশিত হৈছে। *ৰত্নকান্ত বৰকাকতী* ৰ কবিতাৰ মূলবস্তু হৈছে প্ৰেম আৰু সৌন্দৰ্য। তেওঁৰ কবিতাত দাৰ্শনিকতাৰ প্ৰলেপ আছে। শ্বাসাঘাত প্ৰধান ছন্দই তেওঁৰ কবিতাক বিশিষ্টতা দান কৰিছে। *লক্ষ্মীনাথ ফুকন* ৰ কবিতাত প্ৰেম মূল সুৰ হিচাপে পৰিগণিত হৈছে। *নীলমণি ফুকন* ৰ কবিতাত ৰহস্যময় সৌন্দৰ্য-দৰ্শনৰ সন্ধান পাব পাৰি। *শৈলধৰ ৰাজখোৱা* ৰ কবিতাত অসমৰ প্ৰকৃতিৰ বুকুত জাতীয় ভাবৰ অনুৰণন শুনা যায়। 'নিৰ্জনৰ সুৰ' (মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা; পৃ. ২৭৫) ত অন্তৰ্ভুক্ত *নলিনীবালা দেৱী* আৰু *ধৰ্মেশ্বৰী দেৱী বৰুৱানী*ৰ কবিতা সমূহত আধ্যাত্মিক চিন্তাই হৃদয়ৰ ভাবোচ্ছ্বাসক নিয়ন্ত্ৰণ কৰিছে। প্ৰকৃতি প্ৰেম, স্বদেশানুৰাগ, ব্যক্তিগত হৃদয়ৰ ৰিক্ততা, শোকানুভূতিৰ সুকোমল প্ৰকাশ, ৰহস্য চেতনা, ভাৰতীয় দাৰ্শনিক চিন্তা কবিতাসমূহত প্ৰকাশিত হৈছে।

তৃতীয় দশকত ছাত্ৰ সন্মিলনৰ মুখপত্ৰ *মিলনৰ* জৰিয়তে জাতীয়তাৰ জাগৰণ আৰম্ভ হয়। বেজবৰুৱা, কমলাকান্ত ভট্টাচাৰ্যৰ জাতীয়তাৰ আদৰ্শেৰে কবি সকল অনুপ্ৰাণিত হ'ল। বুৰঞ্জীমূলক চৰিত্ৰ, স্থান, কাহিনী আদিৰ পৰা তেওঁলোকে জাতীয় ভাবৰ প্ৰেৰণা লাভ কৰিলে। জাতীয় ভাব আৰু লোকগীতৰ প্ৰভাৱান্বিত সুৰেৰে গীত ৰচনা কৰাটো এই সময়ছোৱাৰ বিশিষ্ট লক্ষণ ৰূপে ধৰা দিলে। (তদীয় ; বিংশ শতাব্দীৰ অসমীয়া সাহিত্য ; পৃ. ৩৬) *ডিম্বেশ্বৰ নেওগৰ* কিছু সংখ্যক কবিতাত প্ৰকাশভংগীৰ সৌষ্ঠৱ, ভাবৰ গাম্ভীৰ্য প্ৰকাশিত হৈছে। স্বদেশ প্ৰেম আৰু আশাবাদ তেওঁৰ কবিতাৰ দুটি প্ৰধান লক্ষণ। বিনন্দ চন্দ্ৰ বৰুৱাৰ কবিতাত গভীৰ স্বদেশপ্ৰেম, অতীত গৌৰৱৰ উন্মাদনা, ধ্বনি শীলতা আৰু চিত্ৰময়তাৰ মাজেদি প্ৰৱাহিত হৈছে। কবিতাত জাতীয় গৌৰৱৰ চেতনা প্ৰকাশিত হোৱা অন্য এজন কবি হৈছে *অতুল চন্দ্ৰ হাজৰিকা*। আনহাতে *প্ৰসন্নলাল চৌধুৰী*ৰ কবিতাত বিদ্ৰোহৰ চেতনা প্ৰধান সুৰ হৈ বাজি উঠিছে। একে সময়ৰে কবি *দৈৱচন্দ্ৰ তালুকদাৰৰ* কবিতাত প্ৰকৃতিৰ প্ৰতি বিশেষ আকৰ্ষণ পৰিলক্ষিত হয়।

এইটো দশকৰ অন্য এক উল্লেখযোগ্য বিশেষত্ব হৈছে অসমীয়া সংগীতৰ পুনৰুত্থান। *জ্যোতিপ্ৰসাদ, বিষ্ণুপ্ৰসাদ, পাৰ্বতিপ্ৰসাদ* এই তিনিওজন কবি গীতিকাৰে যুগটোক ভাব, বিষয় আৰু ৰীতিৰে সমৃদ্ধ কৰিলে। দেশপ্ৰেমৰ চেতনা, ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধাশীল মনোভাব, সাধাৰণ মানুহৰ প্ৰতি দৰদ, লোক সাহিত্যৰ পৰা বুটলি লোৱা উপাদানৰ কাব্যিক ৰূপায়ণ, হৃদয়ৰ উষ্মাই গীতি কবিতাসমূহক বিশিষ্টতা প্ৰদান কৰিলে। একে সময়তে এহাতে জ্যোতিপ্ৰসাদ, বিষ্ণুৰাভাৰ গীত আৰু কবিতাত পৌৰুষদীপ্ত সুৰ ধ্বনিত হ'ল, আনহাতে পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত কোমল, কৰুণ আৰু মিষ্টিক সুৰ ধ্বনিত হ'ল। থলুৱা গীত মাত আৰু সুৰৰ আধাৰত এই কেইজন কবিয়ে সৃজনশীল কল্পনা, ভাব আৰু সুৰৰ অভিনৱ সংযোজনেৰে অসমীয়া স্বকীয় সংস্কৃতি আৰু ঐতিহ্যক পুনৰ উজ্জীৱিত কৰিলে।

ৰোমান্টিক যুগৰ শেষ স্তৰৰ কবিতা সমূহতো ৰোমান্টিক ভাৱোচ্ছাস প্ৰৱাহিত হৈ থাকিল। *আনন্দ চন্দ্ৰ বৰুৱা*ৰ কবিতাত কল্পনাৰ বিলাস, আৱেগৰ তীব্ৰতা আৰু অনুভূতিৰ সুকুমাৰতা উপলব্ধি কৰিব পাৰি। যতীন্দ্ৰনাথ দুৱৰাৰ দৰে *গণেশ গগৈ*ৰ কবিতাতো ব্যক্তিগত হৃদয়ৰ ভাব অনুভূতি, হা-হুতাশৰ প্ৰকাশ দেখা যায়। সেয়ে হ'লেও প্ৰেম আৰু সৌন্দৰ্যই একত্ৰ ৰূপত গগৈৰ কবিতাত ধৰা দিছে। অতীত প্ৰেমৰ ৰোমন্থন, খেদ, বিৰহ-ব্যথা, নিয়তিৰ প্ৰভাৱ তেওঁৰ কবিতাৰ অন্যান্য লক্ষণ। ৰোমান্টিক প্ৰেমৰ ভাব-অনুভূতিক অভিনৱ ৰূপ প্ৰদান কৰা কবি জন হৈছে *দেৱকান্ত বৰুৱা*। তেওঁৰ কবিতাক চিত্ৰকল্পৰ প্ৰয়োগ, কবি প্ৰসিদ্ধিৰ ব্যৱহাৰ,ব্যঞ্জনাপূৰ্ণ শব্দ গাঁথনি, মৃত্যু চেতনাই সমৃদ্ধ কৰিছে। মানুহৰ বীৰ্য আৰু নিয়তিৰ জয় ঘোষণা কৰা কবি দেৱকান্ত বৰুৱাৰ কবিতাৰ ভাব আৰু প্ৰকাশভংগী সম্পূৰ্ণ স্বতন্ত্ৰ। (সত্যেন্দ্ৰ নাথ শৰ্মা ; *অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত*; পৃ. ৩২৮) মুঠৰ ওপৰত, কলিকতা প্ৰবাসী ছাত্ৰসকলে পৰম্পৰাগত অসমীয়া সংস্কৃতিক আধাৰ হিচাপে লৈ প্ৰাচ্য আৰু পাশ্চাত্য ভাবাদৰ্শৰ সমন্বয় সাধন কৰিলে। (Nagen Saikia . Introduction ; *Background of modern Assamese literature ; p. 20*) সমসাময়িক আৰু উত্তৰসাধক কবি সাহিত্যিকসকলে সেই আদৰ্শক সাৱোগত কৰি ৰমন্যাসিক ভাব-সম্পদক নিজৰ সৃষ্টিশীলতাৰ মাজেৰে প্ৰতিষ্ঠা কৰিলে।

### পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাৰ ৰোমান্টিক সৌন্দৰ্যৰ দিশসমূহ

পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাত ৰোমান্টিক সৌন্দৰ্যৰ বিভিন্ন দিশ প্ৰতিভাত হৈছে। এই দিশসমূহ হৈছে—

(ক) কল্পনা প্রৱণতা, (খ) গীতিময়তা, (গ) সৌন্দর্য চেতনা, (ঘ) সূক্ষ্ম অনুভৱ দক্ষতা, (ঙ) সুকোমল ভাব-অনুভূতি, (চ) ৰহস্যময়তা, (ছ) ব্যক্তিগত হৃদয়ৰ ভাবোচ্ছ্বাস আৰু অন্তৰ্লোকৰ অভিজ্ঞতাৰ কাব্যিক প্ৰকাশ, (জ) প্ৰকৃতি প্ৰীতিৰ বিচিত্ৰ অভিব্যক্তি, (ঝ) বিস্ময় চেতনা, (ঞ) ক্ষুদ্ৰাতিক্ষুদ্ৰ বস্তু আৰু প্ৰাণীৰ মাজত সৌন্দৰ্যৰ সন্ধান, (ট) অতীত মুখিতা, (ঠ) মধ্যযুগ প্ৰীতিৰ মনোভাব, (ড) ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধাশীল মনোভাব, (ঢ) চহা জীৱনৰ প্ৰতি অনুৰাগ, (ণ) সাধাৰণ মানুহৰ প্ৰতি সহানুভূতিশীল মনোভাব, (ত) অতি-প্ৰাকৃতিক উপাদানৰ প্ৰয়োগ, (থ) লোক-সাহিত্যৰ বিভিন্ন সমলৰ প্ৰয়োগ, (দ) দেশাত্মবোধৰ চেতনা, (ধ) প্ৰেমৰ ৰূপান্তৰীকৰণ, (ন) ঘৰুৱা ভাষাৰ প্ৰয়োগ, (প) ভাৰতীয় দাৰ্শনিক চিন্তাৰ প্ৰকাশ, (ফ) ছন্দৰ সাৱলীলতা, (ব) আশাবাদ, (ভ) পৰিচিত চিত্ৰৰ মাজেদি ভাবৰ ব্যঞ্জনা দান, (ম) ইন্দ্ৰিয় চেতনাৰ কাব্যিক ৰূপায়ণ ইত্যাদি।

# চাৰি

# পাৰ্বতিপ্ৰসাদৰ ৰচনাত পৰম্পৰাগত ঐতিহ্য, লোক-সংস্কৃতি আৰু লোক-সাহিত্যৰ প্ৰভাৱ

**ভূমিকা**

পাৰ্বতিপ্ৰসাদে অসমৰ লোক-সংস্কৃতি আৰু লোক-সাহিত্যৰ পৰা জীৱনীশক্তি আহৰণ কৰি স্বকীয় ৰচনাৰাজিক সমৃদ্ধ কৰি গৈছে। ইয়াৰ মূলতে আছে তেওঁৰ গভীৰ স্বদেশ প্ৰেম আৰু প্ৰৱল জাতীয়তাবোধ। প্ৰসংগক্ৰমে পাৰ্বতিপ্ৰসাদৰ নিজস্ব বক্তব্য দাঙি ধৰা হ'ল ;

"আপুনি যদি আপোনাৰ নিজত্বটো প্ৰকাশ কৰিবলৈ ইচ্ছা কৰে তেনেহ'লে আপোনাৰ আই গৰাকী দুখীয়া নিছলা হ'লেও আই বুলি মাতিবলৈ লাজ পালে নচলিব। আপুনি উভতি যাবই লাগিব নিজৰ মাটি-ভেটি বিচাৰি। এতিয়া আমাৰ সকলো বিষয়তে এই নিজৰ ভেটি বিচৰাটোৱেই হৈছে প্ৰথম প্ৰয়োজনৰ কথা আমাৰ জাতীয়তা ৰক্ষা কৰিবলৈ হ'লে। আৰু এই জাতীয়তাৰ লগতে শিল্প সংস্কৃতিৰ সম্পৰ্ক নিচেই এলাপেচা বিধৰ নহয়।" (*সভাপতিৰ অভিভাষণ, পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী ; পৃ. ৩০৬)* তেওঁ বিশ্বাস কৰিছিল এটা জাতিৰ শিল্প-সংস্কৃতিক জীয়াই ৰাখিব পাৰিলেহে জাতীয়তা ৰক্ষা হয়।

লোক-সংস্কৃতিয়ে কবিতাৰ ৰূপান্তৰৰ বিভিন্ন স্তৰত প্ৰভাৱ পেলাই আহিছে। এজন কবিৰ সৃষ্টিৰ অন্তৰালত কবিৰ ব্যক্তিগত জীৱন আৰু সামাজিক জীৱনৰ প্ৰভাৱ স্বীকাৰ্য। সেয়ে এজন কবিৰ কাব্যকৃতিৰ মূল্যায়ন এককভাৱে কৰাটো অসম্ভৱ ; কাৰণ, তেওঁৰ পূৰ্বৰ কবিসকল আৰু তেওঁলোকৰ কাব্য সৃষ্টিৰ পৰম্পৰা তথা সমাজৰ প্ৰভাৱে তেওঁৰ ওপৰত স্বাভাৱিকভাৱেই ক্ৰিয়া কৰে। (T. S. Eliot ; Tradition and Individual Talent ; selected prose ; p. 23) পাৰ্বতিপ্ৰসাদৰ কাব্যকৃতিৰ অন্তৰালত কবিৰ ব্যক্তিগত জীৱনৰ লগতে সমাজ জীৱন স্পষ্টকৈ প্ৰতিফলিত হৈছে। পাৰ্বতিপ্ৰসাদৰ

সৃষ্টিকৰ্মক জাতীয় জীৱন-ধাৰা, ঐতিহ্য, কৃষ্টি-সংস্কৃতি আদিয়ে প্ৰভাৱান্বিত কৰিছে। জাতীয় জীৱন-ধাৰা, ঐতিহ্য কৃষ্টি এইবোৰৰ এটাকো কবিয়ে অস্বীকাৰ কৰিব নোৱাৰে। সংস্কৃতিৰ ঐতিহ্যই পাৰ্বতিপ্ৰসাদৰ কবি-মানস গঠন আৰু সৃষ্টিকৰ্মত সহায় কৰিছে। পুৰাণ, ৰামায়ণ, মহাভাৰতৰ পৰা সমল সংগ্ৰহ কৰি স্বকীয় কল্পনা আৰু ধাৰণাক দীপ্তিমান কৰিবলৈ প্ৰয়াস কৰিছে। তেওঁ অসমৰ লোক-সংস্কৃতি, সাহিত্য, ঐতিহ্যক আধুনিক চিন্তা-চেতনাৰ সমন্বয়ত পুনৰ উজ্জীৱিত কৰাৰ প্ৰয়াস কৰিছে। লোক-সাহিত্যৰ পৰা উদ্ধাৰ কৰা জনজীৱনৰ স্পন্দনক তেওঁৰ গীতি-কবিতালৈ সঞ্চাৰিত কৰিছে। ৰবীন্দ্ৰনাথৰ মতে সাহিত্যৰ নিম্ন অংশ স্বদেশৰ মাটিৰ সৈতে জড়িত থাকে। (যেথা — "গাছের শিকরটা যেমন মাটির সংগে জরিত এবং তাহার অগ্রভাগ আকাশের দিকে ছড়াইয়া পড়িয়াছে, তেমনি সর্বত্রই সাহিত্যের-নিম্ন অংশ স্বদেশর মাটির মধ্যেই অনেক পরিমানে জরিত হইয়া ঢাকা থাকে ; তাহা বিশেষ রূপে সংকীর্ণরূপে দেশীয়, স্থানীয়।" — রবীন্দ্ররচনাবলী ; ত্রয়োদশ খণ্ড ; পৃ. ৭১৭) পাৰ্বতিপ্ৰসাদৰো সৃষ্টিশীল ৰচনা সমূহৰ নিম্ন অংশ স্বদেশৰ মাটিৰ সৈতে জড়িত হৈ আছে। তেওঁৰ সাহিত্যৰ ভেটি হৈছে দেশীয়, স্থানীয়। লোক-সাহিত্য আৰু প্ৰাচীন ঐতিহ্যৰ গভীৰ উৎসৰ পৰা ৰস সংগ্ৰহ কৰি নিজস্ব প্ৰতিভাৰ সংমিশ্ৰণেৰে স্বকীয়তা দান কৰাৰ বাবে পাৰ্বতিপ্ৰসাদ সমকালীন কবি-সাহিত্যিকৰ মাজত বিশিষ্ট।

### উপনিষদ, পুৰাণ, মহাভাৰত আৰু ৰামায়ণৰ ঐতিহ্য

পাৰ্বতিপ্ৰসাদৰ ৰচনাত ভাৰতীয় জীৱনাদৰ্শৰ মূল উৎস উপনিষদীয় চিন্তা-চেতনাৰ প্ৰভাৱ পৰিছে। তদুপৰি পুৰাণ, মহাভাৰত, ৰামায়ণৰ পৰা ঐতিহ্য গ্ৰহণ কৰি ভাব-চেতনাক প্ৰসাৰিত কৰিছে। পাৰ্বতিপ্ৰসাদে ঐতিহ্যক কেইবাধৰণেও ব্যৱহাৰ কৰিছে। যেনে — কবিৰ কল্পনা আৰু নতুন ধাৰণাক দীপ্তিমান কৰিবৰ বাবে, ঐতিহ্যৰ সৈতে বৰ্তমানৰ সংযোগ-সেতু স্থাপন কৰিবৰ বাবে, কবি-বুদ্ধিৰ দ্বাৰা পৰিমাৰ্জিত উল্লেখ হিচাপে আৰু উপমা, অলংকাৰ, চিত্ৰকল্প আদি নিৰ্মাণৰ প্ৰয়োজনত পাৰ্বতিপ্ৰসাদে তেওঁৰ গীত আৰু কবিতাত ঐতিহ্যক প্ৰয়োগ কৰিছে।

পুৰাণৰ মতে সূৰ্যদেৱতাৰ ৰথৰ ঘোঁৰা সাতোটা। পাৰ্বতিপ্ৰসাদে এই ঐতিহ্যগত উপমাৰ ব্যৱহাৰৰ মাজেদি নিজস্ব কল্পনাক দীপ্তিমন্ত কৰিছে।

সূৰুয কোঁৱৰে ছুটি মেলি আহে
চেকুৰাই সাতোটি ঘোঁৰা
সোণালী পোহৰৰ ধূলি উৰি আহে
উজ্বলি চৌদিশ-জোৰা।
(পাতকাই পৰ্বত ঐ)

হৰিবংশ আৰু ভাগৱত পুৰাণৰ 'চিত্ৰলেখা' নৃত্য পটিয়সী কলা বিশাৰদা নাৰী। পাৰ্বতিপ্ৰসাদে দুটিমান গীতত 'চিত্ৰলেখা' চৰিত্ৰৰ প্ৰসংগ টানি শৰতৰ ছবিখনত স্বপ্নময় আৱেশ এটিৰ সৃষ্টি কৰিছে।

কোন চিত্ৰলেখি নাচে ছালি ধৰি,
কাৰ স্বৰ্ণ-নূপুৰ ৰুণুজুনু কৰি
থমকি থমকি বাজে সুৰে সুৰে
তাৰে তালে তালে নাচে ধৰি সুৰ
উলাহী ধৰণী ৰঙে ভৰপূৰ।
(শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল)

পাৰ্বতিপ্ৰসাদৰ চিন্তা আৰু কল্পনাত ৰামায়ণ, মহাভাৰতৰ ঐতিহ্যই নতুন আয়তন লাভ কৰিছে। তেওঁৰ কেইবাটিও গীতত ৰথৰ উল্লেখ পোৱা যায়।

তই চলাব লাগিব সাৰথি বিহীন
জীৱনৰ মহাৰথ (গুণগুণনি)
* * * * * * *
তোমাৰ ৰথৰ জয়ধ্বজা
মোৰ শুকুলা ফুলেৰে সজা
(শুকুলা ডাৱৰ ঐ কুঁহুৱা ফুল)

ঠিক তেনেকৈ *সোণৰ সোলেঙত* *সোণৰ হৰিণাৰ* প্ৰসঙ্গ টানি কবিয়ে নিজস্ব ভাব আৰু চিন্তাক প্ৰতীকী ব্যঞ্জনা দান কৰিছে;

সোণৰ হৰিণা তই
ক'ত দেখিলি?
ছাঁ জুইৰ পোহৰত
ধন লেখিলি!

**বৈষ্ণৱ ঐতিহ্য**

মধ্যযুগত, অৰ্থাৎ পঞ্চদশ আৰু যষ্ঠদশ শতিকাত সমগ্ৰ ভাৰততে ধৰ্মীয় নৱন্যাসে দেখা দিয়ে। বিশেষকৈ শংকৰদেৱ আৰু মাধৱদেৱৰ সৃষ্টিশীলতাৰ মাজেদি এনে ধ্যান-ধাৰণা অসমত প্ৰচাৰিত হয়। ঈশ্বৰৰ প্ৰতি চিৰন্তন ভক্তিৰ ৰহস্যবাদেই আছিল শংকৰদেৱৰ মূল বক্তব্য। পাৰ্বতিপ্ৰসাদৰ ৰচনাত বৈষ্ণৱ ঐতিহ্যৰ প্ৰতি কবিৰ আস্থা, বিশ্বাস

আৰু শ্ৰদ্ধাৰ মনোভাব প্ৰকাশিত হৈছে। ঈশ্বৰ সম্পৰ্কীয় কোনো দৰ্শন বা তত্ত্ব প্ৰচাৰৰ ইচ্ছা কবিৰ নাই। কিন্তু বৈষ্ণৱ ঐতিহ্যৰ প্ৰতীক কৃষ্ণই কবিৰ মনোজগতত বিশেষ স্থান অধিকাৰ কৰি আছে। বৈষ্ণৱ সাহিত্যৰ কৃষ্ণ প্ৰেমময়, ৰসময় আৰু আনন্দময়। পাৰ্বতিপ্ৰসাদে কৃষ্ণৰ এই তিনিও সত্তা উপলব্ধি কৰিছে। পাৰ্বতিপ্ৰসাদৰ কবি কল্পনাত কৃষ্ণ মোহন, ভগৱান, ঈশ্বৰ, গুৰিয়াল কাই, প্ৰভু, হৰি, ময়াপী, চিকুণ চোৰ, প্ৰিয়তম আদি বিচিত্ৰ ৰূপত উদ্ভাসিত হৈছে। কবিয়ে যেনেকৈ ভগৱানক জীৱন কাণ্ডাৰী ৰূপে গ্ৰহণ কৰিছে তেনেকৈ ভগৱানৰ ৰসময়ী লীলাও উপভোগ কৰিছে।

বন্ধু হে হেলায় যায়ে বেলা,
চৌপাশে মোৰ ৰসময়ী মেলা।

(শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল)

বৈষ্ণৱ সাহিত্যৰ ঐশ্বৰিক মোহন আৰু মোহনৰ বাঁহীয়ে পাৰ্বতিপ্ৰসাদৰ একাংশ গীতক মায়াময় আৱেশ দান কৰিছে।

কোন ময়াপী আহিল আজি
মোহন বাঁহী বাই!
উঠিল বায়ুৰ হেন্দোলনি
সুৰৰ ধ্বনি পাই। (ময়াপী)

শংকৰী সংস্কৃতিৰ প্ৰতিও কবিৰ আস্থা গভীৰ। পাৰ্বতিপ্ৰসাদে তেওঁৰ কেইটিমান গীতত সন্ধিয়া দবা-কাঁহ বজোৱা, পুৱতি প্ৰসংগ গোৱা আৰু কীৰ্তন-বৰগীতৰ চৰ্চাৰ আভাস দাঙি ধৰি ঐতিহ্যক শ্ৰদ্ধাৰে সুঁৱৰিছে।

শঙ্কৰ পুৰুষে কীৰ্তন পঢ়িলে
মাধৱে বৰগীত গালে

(আই মোৰ সোণৰে অসমত)

** ** ** **

জুৰণি বতাহত ধাননি কঁপিলে
ওপৰে উৰিলে টুনী।
সন্ধিয়া বেলিকা দূৰণি গাঁৱতে
দবা-কাঁহ বজোৱা শুনি।

(লুইতী)

পাৰ্বতিপ্ৰসাদৰ বিশ্বাসত ঈশ্বৰ বা ভগৱানেই একমাত্ৰ আশ্ৰয় স্থল হিচাপে পৰিগণিত হৈছে;

তোমাৰ চৰণ ধৰি প্ৰভু
থিৰেৰে মই ৰওঁ।

(জীৱন ভৰা দুখৰ বোজা)

ঠিক তেনেকৈ কবিৰ বিশ্বাস জন্মিছে ঈশ্বৰৰ আশীৰ্বাদত মৃত্যুও মধুৰ হৈ উঠে ;

ঈশ্বৰৰ আঙুলিয়ে পৰশিব ধীৰে ধীৰে
টোপনিয়ে ধৰিব সাৰটি

(সেউজীয়া পাতবোৰ)

পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ মাজত নামঘোষা আৰু বৰগীতত ব্যৱহৃত শব্দ কিছুমানৰ ব্যৱহাৰ পোৱা যায়। বৰগীতত ব্যৱহৃত শব্দৰ উদাহৰণ এনেধৰণৰ ; *নসয়, ধৱলী, পৰভাত, মোহন, নাও (নাম), পৰাণ, দিশি, নিশি, সেৱ, পাৱে,* ভকত, *ফান্দো, কালিন্দী, নিৰমল, অৰুণ চৰণ, বাৰেক* ইত্যাদি। মাধৱদেৱে 'নামঘোষা'ত ভগৱানক কৰা সম্বোধন সমূহ পাৰ্বতিপ্ৰসাদেও গ্ৰহণ কৰিছে। যেনে — *হৰি, বান্ধৱ, প্ৰিয়তম, বন্ধু, চোৰ* ইত্যাদি।

যথা — নাৰায়ণ নাম নৱ সমস্তৰ
প্ৰসিদ্ধ চৌৰ বিশেষ

— কীৰ্তন আৰু নামঘোষা, পদ ৩৩০; পৃ. ৭৭১

তদুপৰি পাৰ্বতিপ্ৰসাদে ব্যৱহাৰ কৰা বিহৰি, আৰিয়া, বিতৰি আদি শব্দৰ মাজত প্ৰাচীনতাৰ গোন্ধ আছে।

### পাৰ্বতিপ্ৰসাদৰ ৰচনাত লোক-সংস্কৃতিৰ কেইটামান দিশ

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত লোক-সংস্কৃতিৰ অন্তৰংগ আৰু বহিৰংগ দুয়োবিধ প্ৰভাৱ বিচাৰি পোৱা যায়। অসমীয়া কবিতাত কোনো কোনো কবিয়ে ইবিলাকৰ মাত্ৰ উল্লেখ কৰিছে, কোনোৱে লোক-সংস্কৃতি আৰু আধুনিক চিন্তা-চেতনাৰ সৈতে সম্পৰ্ক স্থাপন কৰিছে আৰু কোনোৱে বিষয় বস্তু ৰূপে গ্ৰহণ কৰি কাব্যিক প্ৰকাশ দান কৰিছে। পাৰ্বতিপ্ৰসাদৰ ৰচনাত থকা লোক-সংস্কৃতিৰ কেইটিমান দিশ তলত আলোচনা কৰা হ'ল।

#### উৎসৱ-অনুষ্ঠান

আধুনিক অসমীয়া কবিতাত জাতীয় উৎসৱ বিহুৱে বিশেষ স্থান অধিকাৰ কৰি আছে। এইক্ষেত্ৰত বেজবৰুৱা, *দুৰ্গেশ্বৰ শৰ্মা, নলিনীবালা দেৱী, ডিম্বেশ্বৰ নেওগ, আনন্দ*

*চন্দ্ৰ বৰুৱা* আৰু *দেৱকান্ত বৰুৱা* উল্লেখযোগ্য। পাৰ্বতিপ্ৰসাদে তেওঁৰ ৰচনাৰ মাজত বিভিন্ন প্ৰসংগত বিহু উৎসৱৰ উল্লেখ কৰিছে। এনেধৰণৰ উল্লিখনৰ জৰিয়তে পাৰ্বতিপ্ৰসাদে ঋতুকালীন প্ৰাকৃতিক পৰিবৰ্তনৰ চিত্ৰ অংকণ কৰাৰ লগতে বিভিন্ন উৎসৱৰ সৈতে মানৱৰ উৎসাহ আনন্দৰ সম্বন্ধ স্থাপন কৰিছে। এই ক্ষেত্ৰত *বিহু-চেৰা বিহুৱান, আহিলি ৰঙিলী, ৰাঙলী* উল্লেখযোগ্য। *বুঢ়া আঁহত আৰু বোৰতী নৈত* পাৰ্বতিপ্ৰসাদে ৰূপকাৰ্থত হুঁচৰিৰ প্ৰসংগ আনিছে। তদুপৰি অন্য কিছুমান গীতি-কবিতাত *বিহুনাচ আৰু বিহুগীতৰ* প্ৰসংগৰ মাজেৰে ভাববস্তুক ব্যঞ্জনামণ্ডিত কৰিছে। পাৰ্বতিপ্ৰসাদে মানস-চিত্ৰ নিৰ্মাণৰ প্ৰয়োজনতো বিহুনাচৰ উল্লেখ কৰিছে। যেনে —

আদিম সত্তাটোৰ ৰোমান্স আনি
চ'তমহীয়া বিহুনাচত গাভৰুৰ হাতবোৰ
ঠাৰিতে ভাগি ঘূৰাৰ নিচিনাকৈ
আঁহত জোপাৰ পাতবোৰ একেবাৰে
সৰি নাইকিয়া নোহোৱালৈকে
বতাহত ঘূৰিয়েই থাকে।

(বুঢ়া আঁহত আৰু বোৰতী নৈ)

অসমত উদ্‌যাপিত বিহু মুখ্যতঃ ঋতুকালীন উৎসৱ। অসমৰ প্ৰকৃতিৰ ঋতুকালীন পৰিৱৰ্তনৰ চিত্ৰ পাৰ্বতিপ্ৰসাদে বিভিন্ন গীত আৰু কবিতাত অংকন কৰিছে। তেনে এটি উদাহৰণ ;

আকৌ সেউজীয়াই বজালে বীণ
আঙুলি বোলালে ঢোলতে ধিন্।

চতালি বতাহ বয় নামৰ কবিতাত কবিয়ে বহাগৰ আগমনিত প্ৰকৃতিৰ প্ৰাণ-চঞ্চল ৰূপৰ বৰ্ণনা কৰিছে।

পাই সি বাতৰি নতুন পাতৰ
হাঁহিৰ নপৰে ওৰ,
ফুল কলিটিয়ে সোধে মনে মনে
হেৰ' কিনো হ'ল তোৰ ?
পাতে কাণে কাণে ক'লে,
ফুলে বুজি-বাজি ল'লে।

উৎসৱৰ সৈতে মানৱ জীৱনৰ আশা-আনন্দ উৎসৱ-প্ৰেৰণা আদি নিবিড়ভাৱে জড়িত হৈ আছে। *বীণ বৰাগী তোৰ বীণ খনি ল তুলি* (চা সৌ কুঁহিপাত কৰে লৰচৰ।/ হেৰ'

তুলিধৰ, তোৰ বীণ তুলি ধৰ।) শীৰ্ষক কবিতাটোত এনে ধাৰণা কবিয়ে ব্যক্ত কৰিছে। পাৰ্বতিপ্ৰসাদে বসন্ত ঋতুক 'ৰজা' আখ্যা দিছে।

অন্য এটি ঋতুকালীন উৎসৱ লোক-সমাজত প্ৰচলিত হৈ আছে। সেয়া হৈছে দৌলযাত্ৰা বা হলি উৎসৱ। দৌল উৎসৱৰ আনন্দভৰা ছবিখন কবিয়ে এনেধৰণেৰে দাঙি ধৰিছে;

তুমিয়ে ময়ে খেলিম আজি দোল
আজি বাসন্তী পূৰ্ণিমা
চৌপাশেদি ৰঙৰ মেলা
নাই আনন্দৰ সীমা।

তদুপৰি পাৰ্বতিপ্ৰসাদে দুই-এটি গীতত দীপাৱলী উৎসৱৰ প্ৰসংগৰ মাজেৰে ভাবক ব্যঞ্জনা দান কৰিছে। পাৰ্বতিপ্ৰসাদৰ ৰচনাত *পঞ্জিকা আশ্ৰয়ী উৎসৱ* (নবীন চন্দ্ৰ শৰ্মা, অসমীয়া লোক-সংস্কৃতিৰ আভাস ; পৃ. ২৭৬) ক কেন্দ্ৰ কৰি ৰচনা কৰা দুটিমান গীতি-কবিতা পোৱা যায়। বিশেষকৈ শংকৰদেৱ আৰু মাধৱদেৱৰ *তিথি-উছৱক* সন্মান জনাবলৈ কবিয়ে দেশবাসীক আহ্বান কৰিছে। মুঠ কথাত, অসমত উদ্‌যাপিত বিভিন্ন উৎসৱ-অনুষ্ঠানে পাৰ্বতিপ্ৰসাদৰ সৃষ্টিশীলতাক ব্যাপ্তি দান কৰিছে।

### লোকনৃত্য আৰু লোক বাদ্যৰ সমল

লোক-জীৱনৰ ভেটি হ'ল সামূহিকতা। অসমৰ লোকগীত আৰু লোকনৃত্য সমূহে সামূহিকতাৰ পৰিচয় বহন কৰে। অসমীয়া লোক-সংগীতত সাধাৰণতে বাঁহী, কালি, পেঁপা, শিঙা, গগনা আদি ব্যৱহৃত হয়। তাঁৰ যন্ত্ৰৰ ভিতৰত টোকাৰী, বীণ, চেৰজা বা চেৰেঙা আদিয়েই প্ৰধান। প্ৰাচীন কালত সকলো তাঁৰ যন্ত্ৰকেই 'বীণা' বোলা হৈছিল। (যোগেশ দাস ; অসমৰ জনকৃষ্টি ; পৃ. ১৭৩) অসমীয়া লোক সংগীতত ব্যৱহৃত অন্যান্য বাদ্যযন্ত্ৰৰ ভিতৰত ঢোল, খোল, নাগাৰা, ডবা, মৃদঙ্গ, জয়ঢোল ইত্যাদিয়ে প্ৰধান।

পাৰ্বতিপ্ৰসাদৰ বিভিন্ন গীত আৰু কবিতাত লোক-সংস্কৃতিৰ এই সমলসমূহৰ উল্লেখ আছে। পাৰ্বতিপ্ৰসাদে 'বীণ'ক ৰূপকাৰ্থত ব্যৱহাৰ কৰিছে। পাৰ্বতিপ্ৰসাদে তেওঁৰ ৰচনাত ব্যৱহাৰ কৰা লোকগীত, নৃত্য, বাদ্যৰ সমল সমূহৰ একোটিকৈ উদাহৰণ দাঙি ধৰা হ'ল ঃ

***টোকাৰী, ঝুমুৰ, মাদল*** ('ভঙা টোকাৰীৰ সুৰ') ; ***হুঁচৰি, মৃদং, বীণ, পেঁপা*** ('খেল ভঙা খেল') ; ***খোল, বাঁহী, দবা-কাঁহ, মঞ্জিৰা*** ('গুণগুণনি, লুইতী, শুকুলা ডাৱৰ ঐ কঁহুৱা

ফুল') ; *নূপুৰ, ঢোল, বিহুমান* ('শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল') ; *বিহুনাম, নাচ, নাচনী* ('শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল') ইত্যাদি।

**সাজপাৰ, খাদ্য-কৃষি সমন্বিত জীৱনৰ প্ৰতিফলন**

পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ মাজত অসমীয়া সমাজত ব্যৱহৃত সাজপাৰ, খাদ্য-কৃষি, বাচন-বৰ্তন, বোৱা-কটা আদিৰ আভাস পোৱা যায়। দৃষ্টান্ত —

**সাজপাৰ ঃ** *মুগাৰ বিহা, আঁচু দিয়া আঁচল* ('ৰূপ জেউতি') ; *পাট কাপোৰ, পাগুৰি, জালিকটা* (ক্ৰমে 'আঁহত জুপিৰ', 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল') ; *জোলোঙা* ('জীয়া তেজ') ইত্যাদি।

**খাদ্য-কৃষি ঃ** *খোলা চাপৰিয়া পিঠা, সাঁজপানী* (ক্ৰমে 'বিহু-চেবা বিহুৱান', 'একো ঠেঁহনাই') ; *গুটিধান, নকঠীয়া ধান, ভোগজৰা, ভঁৰাল* ('দুকুল ডকা ঢল', 'ময়াপী') ; *সেউজীয়া ধাননি, শইচ, লখিমী* ('লখিমী') ; *কোমোৰা, লোণ* ('মৌ-টোকাৰী') ইত্যাদি।

**বাচন-বৰ্তন ঃ** *সঁফুৰা* ('মৌ-টোকাৰী') ; *বানবাতি* ('একো ঠেঁহ নাই') ইত্যাদি।

**বোৱা-কটা ঃ** *শিপিনী, চানেকি, ঘাই* ('জোনাকী অ' জোনাকী') ইত্যাদি।

**জন্ম, মৃত্যু আৰু বিবাহৰ প্ৰসংগ**

লোক-সংস্কৃতিত লোক মানসৰ জীৱন চৰ্যা আৰু মানস চৰ্চাৰ সামগ্ৰিক কৃতি নিহিত থাকে। (তুষাৰ চট্টোপাধ্যায়, লোক সংস্কৃতিৰ তত্ত্বৰূপ ও স্বৰূপ সন্ধান ; পৃ. ৫২) পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ মাজত লোক জীৱন চৰ্যাৰ বিভিন্ন আভাস প্ৰতিফলিত হৈছে। জন্ম, মৃত্যু, বিবাহ আদিৰ প্ৰসংগ কেইবাঠাইতো পোৱা যায়। যেনে — *মৰণ* ('মৰণ নিৰ্মালি'), *হোমৰ জুই* ('চকুপানী'), *দৰা ছোৱালী* ('আত্মাৰ আৱাৰ'), *মৰিশালি* ('বুঢ়া আঁহত আৰু বোৱতী নৈ'), *বৰণৰ মালা* ('মৌ-টোকাৰী') ইত্যাদি। এই বিলাক প্ৰসংগ কবিৰ বিচিত্ৰ ভাব-অনুভূতি প্ৰকাশৰ প্ৰয়োজনত আহি পৰিছে।

**লোক-সংস্কৃতিৰ অন্তৰংগ প্ৰভাৱ**

লোক-সংস্কৃতিৰ অন্তৰংগ উপাদানৰ ভিতৰত ফকৰা-যোজনা, প্ৰবাদ-প্ৰৱচন, খণ্ডবাক্য, সাঁথৰ, লোকাচাৰ, অন্ধবিশ্বাস, কু-সংস্কাৰ, অলৌকিক বিশ্বাস আদি উল্লেখযোগ্য। ইবিলাকক লোক-সাহিত্যৰ সুভাষিতাৱলী (বিৰিঞ্চি কুমাৰ বৰুৱা, অসমৰ লোক-সংস্কৃতি; পৃ. ২৯) বোলা হয়।

আধুনিক অসমীয়া কবিতাত লোক সংস্কৃতিৰ অন্তৰংগ উপাদানৰ ঘৰুৱা প্ৰকাশভংগী বিশেষভাৱে ডিম্বেশ্বৰ নেওগ, আনন্দ চন্দ্ৰ বৰুৱা আৰু পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ মাজত পোৱা যায়। পাৰ্বতিপ্ৰসাদে কল্পনা আৰু ভাব-অনুভূতি প্ৰকাশৰ প্ৰয়োজনত বিভিন্ন খণ্ডবাক্য আৰু জতুৱাঠাঁচ আদি গীত আৰু কবিতাসমূহত ব্যৱহাৰ কৰিছে।

**অলৌকিকতাৰ প্ৰভাৱ**

অলৌকিক শক্তিৰ লগত মানুহৰ বিশ্বাস জড়িত হৈ আছে। অলৌকিকতা ৰোমান্টিক সাহিত্যৰ বিশিষ্ট লক্ষণ। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত কিছুমান অলৌকিক উপাদান পৰিলক্ষিত হয়। যেনে — *লখিমী আই, শীতলা গোসাঁনী* ('মৰণ-মাধুৰী'), *জল কুঁৱৰী* ('বুঢ়া আহঁত আৰু বোৱতী নৈ'), *দেৱতা-দানহ* ('এজাক মানুহ এমুঠি পইচা'), *ভেলেকী* (গীত) ইত্যাদি।

**পাৰ্বতিপ্ৰসাদৰ ৰচনাত লোক-সাহিত্যৰ বিভিন্ন উপাদানৰ প্ৰয়োগ**

লোক সাহিত্যক ৰূপ-ৰীতিৰ ভিত্তিত বিভিন্ন শ্ৰেণীত বিভক্ত কৰা হৈছে। বিৰিঞ্চি কুমাৰ বৰুৱাই জনশ্ৰুতিমূলক লোক-সাহিত্যক গদ্য আৰু গীত এই দুটি ৰূপত বিভক্ত কৰিছে। প্ৰফুল্ল দত্ত গোস্বামীয়ে পাঁচোটা ভাগত লোক-সাহিত্যক ভাগ কৰিছে। যেনে —

(ক) কল্পনাপ্ৰধান সাধুকথা, পুৰাণকাহিনী, কিংবদন্তী, কৌতুক আদি ; (খ) বিবিধ গীত-মাত ; (গ) সাঁথৰ ; (ঘ) পটন্তৰ বা প্ৰবচন আৰু (ঙ) মন্ত্ৰ। (অসমীয়া জন সাহিত্য; পৃ. ৪) *সত্যেন্দ্ৰ নাথ শৰ্মাই* (ক) লোকগীত, (খ) ফকৰা যোজনা আৰু প্ৰবচন, (গ) সাধুকথা এইকেইটা বিভাগত লোক-সাহিত্যক অন্তৰ্ভুক্ত কৰিছে। (অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত ; পৃ. ২৩) মুঠ কথাত, গদ্য আৰু পদ্য উভয়েই লোক-সাহিত্যৰ প্ৰধান অংগ।

অসমীয়া লোক-সংস্কৃতিৰ দৰে লোক-সাহিত্যও বৈচিত্ৰ্যপূৰ্ণ আৰু প্ৰভাৱশালী। লোক-সাহিত্যৰ প্ৰভাৱ অসমীয়া কবিতাত দুই ধৰণে পৰিছে। এয়া হৈছে বিষয়বস্তুৰ ক্ষেত্ৰত পোনপটীয়া প্ৰভাৱ আৰু পৰোক্ষ প্ৰভাৱ। চিত্ৰকল্প উপমা আদি অলংকাৰৰ প্ৰয়োগৰ মাজেদি লোক-সাহিত্যৰ প্ৰভাৱ অসমীয়া কবিতাত পৰিছেহি।

পাৰ্বতিপ্ৰসাদক লোক-সাহিত্যৰ শাশ্বত সজীৱতাই বিশেষভাৱে আকৰ্ষণ কৰিছিল। তেওঁ বিশ্বাস কৰিছিল — একোটা জাতিৰ ধাৰ্মিক, সামাজিক, মনস্তাত্বিক বিষয়সমূহৰ উপলব্ধিত লোক-সাহিত্যৰ উপাদানসমূহে বিশেষভাৱে সহায় কৰে। লোক জীৱনে সৃষ্টি কৰা গীত, কবিতা, শিল্প-কলাৰ মাজত জাতিটোৰ লোকমন, অভিজ্ঞতা, আশা-আকাংক্ষা

আদি প্ৰতিফলিত হয়। পাৰ্বতিপ্ৰসাদৰ ৰচনাক লোক-সাহিত্যৰ প্ৰত্যক্ষ আৰু পৰোক্ষ প্ৰভাৱ উভয়েই পৰিপুষ্টি যোগাইছে।

## লোক-সাহিত্যৰ প্ৰত্যক্ষ প্ৰভাৱ

পাৰ্বতিপ্ৰসাদে তেওঁৰ ৰচনাত লোক-সংগীতৰ কিছুমান স্তৱক একে ৰূপতে ব্যৱহাৰ কৰিছে। যেনে—

(ক) ধনক ধনে কৰি ধনকে ঘটিছা
পৰম যতন কৰি
ধন যায় উছলি দেহা যায় পিছলি
লগত যায় দুচলি খৰি।

(জীৱনৰ মৌৰহ)

(খ) চাইনো চাই বুলিবা বাট সমনীয়া
চাইনো চাই বুলিবা বাট,
দেহাৰে ভিতৰত আছে খলাবমা
পিছলি পৰিবা তাত।

(লুইতৰ বুকুতে)

(গ) চালত মলঙিলে চালে দৈ কোমোৰা
টেকেলিত মলঙিলে লোণ
মাটিত মলঙিলে মণিৰাম দেৱান ঐ
নেকান্দি থাকিব কোন?

(মৌ-টোকাৰী)

## লোক-সাহিত্যৰ পৰোক্ষ প্ৰভাৱ

পাৰ্বতিপ্ৰসাদৰ ৰচনাত বিভিন্ন লোক-কবিতাৰ ভাৱৰ ধ্বনি-প্ৰতিধ্বনি আৰু লোক-কথাৰ প্ৰসংগ বিচাৰি পোৱা যায়। এই প্ৰভাৱসমূহে পৰোক্ষভাৱে তেওঁৰ ৰচনাত আত্মপ্ৰকাশ কৰিছে। সাধাৰণভাৱে লোক-কবিতাৰ ভিতৰত বিহুগীত, হুঁচৰি, বিয়ানাম, দেহ-বিচাৰ গীত, জিকিৰ, জাৰী, বাৰমাহী গীত, নাওখেলৰ গীত, বিভিন্ন ধৰণৰ বেলাড, নিচুকনি গীত আদিক অন্তৰ্ভুক্ত কৰিব পাৰি। লোক-কবিতাসমূহত লোকমন আৰু হৃদয়ৰ স্পন্দন অনুভৱ কৰিব পাৰি। পাৰ্বতিপ্ৰসাদৰ কবিতাত প্ৰতিধ্বনিত লোক-কবিতাসমূহ হৈছে দেহ-বিচাৰ গীত আৰু টোকাৰী গীত, আইনাম বা শীতলা গোসাঁনীৰ নাম, বিলাপ গীত আৰু নিচুকনি

গীত। এইবিলাক গীতৰ ভাৱবস্তুৰ সৈতে পাৰ্ৱতিপ্ৰসাদৰ কিছুমান কবিতাৰ ভাবৰ সাদৃশ্য বিচাৰি পোৱা যায়।

### *দেহ-বিচাৰ গীত আৰু টোকাৰী গীতৰ প্ৰতিধ্বনি*

আধ্যাত্মিক ভাব দেহ-বিচাৰ গীত আৰু টোকাৰী গীতৰ প্ৰধান সুৰ। দেহ-বিচাৰ গীতৰ প্ৰতিপাদ্য বিষয় হৈছে, দেহেই ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ সংস্কৰণ। দেহ-বিচাৰ গীতত দেহক 'নাও' আৰু 'নগৰৰ' লগত তুলনা কৰা হয়। পাৰ্ৱতিপ্ৰসাদৰ 'হেৰ' বলিয়া নয়ন ভৰি ভৰি চা' শীৰ্ষক গীতটোত এটি লোকগীতৰ প্ৰতিধ্বনি শুনা যায় ;

কল্‌মৌ পাতৰে নাও সাজি ল'লোঁ
ইকৰা পাতৰে বঠা।

(দ্ৰষ্টব্য ঃ অসমীয়া লোকগীতি সংগ্ৰহ ; পৃ. ১৯ ;
সংক ঃ যোগেশচন্দ্ৰ তামুলী)

কিছুমান দেহ-বিচাৰ গীতত দৈহিক সংযমৰ প্ৰয়োজনীয়তা, জীৱনৰ নশ্বৰতা, গুৰুৰ সাহায্য আদি তান্ত্ৰিক যোগ সাধন মাৰ্গৰ আধ্যাত্মিক ধাৰণাসমূহৰ বিৱৰণ পোৱা যায়। পাৰ্ৱতিপ্ৰসাদৰ 'ভঙা টোকাৰীৰ সুৰ' নামৰ কবিতাটোত দৈহিক সংযমৰ ধাৰণা এটি ব্যক্ত হৈছে —

তোৰ এই জীৱনৰ বাটৰ ছায়াত যদি
ক্ষন্তেক'লৈ আহি কোনোবাই
কিহৰ মায়াত জানো মউ সনা মাত মাতি
ভালৰি লগাই

**********

মিছা অভিমান কৰি নকৰিবি ভুল
কলিজাতে ঢাকি থৈ কলিজাৰ হুল
সমুখলৈ বাই যাবি গান।

ঠিক তেনেকৈ জীৱনৰ *নশ্বৰতাৰ ধাৰণা* দুই-এটি গীতত প্ৰকাশিত হৈছে। যেনে —

দূবৰি বনৰ নিয়ৰৰ টোপাত
পোহৰ ওলমি ৰয় ;
হাতেৰে ধৰিলে পোহৰ সৰি পৰে
বৰাগী বলিয়া হয়।

(শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল /১৬)

জীৱনৰ পথ অতিক্ৰম কৰোঁতে পাৰ্ৱতিপ্ৰসাদে গুৰুৰ সাহায্য কামনা কৰিছে—

তুমি জানা ক'ত সিপাৰৰ ঘাট
ক'ত সত্ৰৰ আছে কৰাপাত
তুমি গুৰি ধৰি নিয়া পাৰ কৰি
দিয়া বাট দেখুৱাই।
(গুৰিয়াল কাই)

দেহ-বিচাৰ গীত প্ৰতীকধৰ্মী। এইবিধ গীতত শৰীৰক নাও, ঘৰ আৰু চাকিৰ লগত তুলনা কৰা হয়। পাৰ্ৱতিপ্ৰসাদে *দূৰত সেউজীয়া* শীৰ্ষক গীতিকবিতাটিত দেহক *তুলুঙা নাৱৰ* লগত তুলনা কৰিছে।

পাৰ্ৱতিপ্ৰসাদৰ গীত আৰু কবিতাত *টোকাৰী* ৰূপকাৰ্থত ব্যৱহৃত হৈছে। ভঙা টোকাৰীৰ সুৰত কবিয়ে টোকাৰীৰ ৰূপকৰ মাজেদি ব্যক্তিগত জীৱনৰ প্ৰতিচ্ছবি দাঙি ধৰিছে।

## আইনাম বা শীতলা গোসাঁনীৰ নামৰ প্ৰতিধ্বনি

আইনাম বা শীতলা গোসাঁনীৰ নামসমূহ সৰল বিশ্বাস, আন্তৰিক শ্ৰদ্ধা, প্ৰগাঢ় ভক্তি, আত্মনিবেদনৰ ভাব, স্তুতি-মিনতি, কাকুতি-প্ৰণতিৰে ভৰপূৰ। পাৰ্ৱতিপ্ৰসাদৰ *পূজো আহা অ'ই মাতৃ* শীৰ্ষক গীতটিয়ে এনেধৰণৰ বৈশিষ্ট্য বহন কৰিছে। পাৰ্ৱতিপ্ৰসাদৰ 'আই' হৈছে জন্মভূমি আই। কিন্তু জনমভূমি আইলৈ কবিৰ যি প্ৰগাঢ় ভক্তি, আন্তৰিক শ্ৰদ্ধা, ভক্তি পৰায়ণতা সেয়া আইনামৰ ভক্তিৰ লগতহে তুলনীয়। আইনামত আইক পূজিবলৈ ভক্তিমতীসকলে যেনেকৈ পৱিত্ৰ দ্ৰব্য বিচাৰি নাপাই মূৰৰ কেশেৰে পাৱ মলচি দিয়াৰ মনোভাব ব্যক্ত কৰিছে ঠিক তেনেদৰেই পাৰ্ৱতিপ্ৰসাদৰ আই মাতৃক সেৱা কৰাৰ মনোভাব ব্যক্ত হৈছে;

সমল সাথেঁ চকুৰ পানী
চৰণ ধুৱাওঁ তাকেই আনি,
বুকুৰ তেজৰ অৰ্ঘ্য ঢালি বুৱাওঁ পদতল।।

অন্য এটি কবিতা *আই মোৰ সোণৰে অসমত* কবিৰ স্বদেশ প্ৰেম ভক্তি বিগলিত হৃদয়ৰ মাজেৰে প্ৰকাশিত হৈছে। কবিতাটোত বিশেষভাৱে শ্ৰদ্ধা-ভক্তিৰ *আন্তৰিকতা* আৰু *আত্মলঘিমাৰ* সুৰ প্ৰকট হৈ উঠিছে;

আই মোৰ নিছলা সেৱকৰ নিঃকিন পূজাভাগ
নিঘিনি লোৱা আই তুলি
সেৱাৰ বঢ়া-টুটা ক্ষেমিবা আই মাতৃ
দুখীয়া নিছলা বুলি।।

বসন্তৰ অধিষ্ঠাত্ৰী দেৱী 'আই'ক *শীতলাও* বোলা হয়। পাৰ্বতিপ্ৰসাদৰ কেইটিমান গীত আৰু কবিতাত *ফুলবাৰী, আঁহিত, ঘাট, ছান* আদি আইনাম বা শীতলা নামত ব্যৱহৃত শব্দ পোৱা যায়। *আহঁত জুপি* শীৰ্ষক কবিতাটোত এনেধৰণৰ উল্লেখসমূহ পোৱা যায়। যেনে —

লুইতৰ পাৰতে          জকমক কৰিলে
কাৰে ফুলবাৰীখন
**********
ফুলনি কাষতে          শুকুলা শিলৰে
পকা খট-খটি ঘাট
ছান কৰি যোৱা          চৰণ এযুৰি
চাব পৰি আছে তাত।

আইনামত শীতলাৰ ঘাটত আয়ে স্নান কৰে বুলি বিশ্বাস কৰা হয়।

তু. ; শীতলাৰ ঘাটে          আয়ে স্নান কৰে
লাহৰ চুলিটাৰি মেলি।

অন্য এটি বিশ্বাস হৈছে শীতলা আয়ে আঁহত গছত পুথি পঢ়ে, আঁহতৰ পাতত ঢাল খেলে। আইনামত মহাদেৱৰ মাননিৰ বাবে *বকুল ফুলৰ মালা* আগবঢ়োৱাৰ কথা উল্লেখ আছে।

তু ঃ মহাদেৱৰ মাননি          বকুল ফুলৰ মালা
নমাই বিমানৰ পৰা।

পাৰ্বতিপ্ৰসাদৰ কবিতাতো *বকুল ফুলৰ* উল্লেখ আছে ;

বকুল তলেদি          কোন গ'ল সেয়া
পাট কাপোৰৰ সাজ
বকুল কিপাহি          কোচত ভৰাই
সোমালে বনৰ মাজ।

(একে)

পাৰ্বতিপ্ৰসাদৰ *জয় জয় আই মোৰ অসমৰ জয়* শীৰ্ষক গীতি-কবিতাত আইৰ আসন পতা সবাহৰ নামৰ সাদৃশ্য আছে। আসন-পতা সবাহৰ নামত এনেদৰে গোৱা হয়;

আসিল শীতলা মাৱ বসিয়ো আসনে।
ফলে পুষ্পে সেৱা কৰো তোমাৰ চৰণে।।
বসিলা শীতলা দেৱী আসনত উঠি।
গন্ধে পুষ্পে ধূপে-দীপে হোৱা মন তুষ্টি।।

(দ্ৰষ্টব্য ঃ জয়ৰাম দাস, শীতলা ; পৃ. ৮)

পাৰ্বতিপ্ৰসাদৰ উক্ত কবিতাত আসন-পতা নামৰ গাম্ভীৰ্য এনেদৰে ৰক্ষিত হৈছে,

ৰতনৰে সিংহাসনত জননী বহিছে
সুবৰ্ণৰে বন্তিগছি উজ্বলি জ্বলিছে
**************
কাঞ্চন কুৰুবক কৰবী আনা
চন্দন ধুনা-ধুপ সুৰভি সানা।
(জয় জয় আই মোৰ অসমৰ জয়)

অন্য এটি কবিতা *মৰণ-মাধুৰীত* পাৰ্বতিপ্ৰসাদে *শীতলা গোসাঁনীৰ* প্ৰসংগ টানি প্ৰাণৰ বিৰহ-যাতনাৰ আনন্দময় নিস্ত্ৰান্তিৰ আভাস দান কৰিছে;

নয়ন ভৰিব চাই
মুখত সি জ্যোতি-শিখা
কপালত তৰা ফোঁট শিখা
সাপৰ মূৰত যেন মণি
সাইলাখ লখিমী আই
শান্তিময়ী শীতলা গোসাঁনী।।

বিশ্লেষণ কৰি দেখা গ'ল অসমীয়া জন সমাজত ধূপ, দীপ, চন্দন, বকুল ফুলেৰে পূজা-অৰ্চনা কৰা 'আইমাতৃ'ৰ নামৰ সমপৰ্যায়ৰ সৃষ্টি পাৰ্বতিপ্ৰসাদৰ দেশভক্তিৰ কবিতা কেইটি। আইনামত প্ৰকাশিত ঐকান্তিক ভক্তি পাৰ্বতিপ্ৰসাদৰ কল্পনাত দেশভক্তিলৈ উত্তৰণ হৈছে।

**বিলাপ-গীতৰ প্ৰতিধ্বনি**

বাৰমাহী গীত আৰু বিলাপ-গীত উভয়েই কৰুণ ৰসাত্মক। অসমীয়া সমাজত দ্ৰৌপদীৰ বিলাপ-গীত, ৰাধিকাৰ বিলাপ-গীত, যশোদাৰ বিলাপ-গীত আদিৰ প্ৰচলন আছে। এনেধৰণৰ অন্য কিছুমান বিলাপ-গীত হৈছে হৰিণা পহুৰ বিলাপ-গীত, মৃগীৰ বিলাপ-গীত আদি। এইবিলাকৰ ভিত্তিভূমি সাধুকথা। (বসন্ত কুমাৰ ভট্টাচাৰ্য; অসমীয়া লোকগীত সমীক্ষা; পৃ. ৬৭)

পাৰ্বতিপ্ৰসাদৰ হৰিণীৰ চকুতে পানী বিৰিঙিলে কবিতাটোত হৰিণা পহুৰ বিলাপ-গীতৰ প্ৰতিধ্বনি শুনা যায়। হৰিণৰ বিৰহত হৰিণীৰ হৃদয়ত সৃষ্টি হোৱা বেদনাৰাশিক কবিয়ে এনেদৰে প্ৰকাশ কৰিছে;

হৰিণীৰ চকুতে পানী বিৰিঙিলে
এটুপি দুটুপি সৰে ;
দুবৰি খাওঁতে চকুপানী টুপি
দুবৰিতে লাগি ধৰে।

কবিৰ কল্পনাত হৰিণাৰ স্নেহভৰা চকুলো মুকুতালৈ পৰিৱৰ্তন হৈছে। পাৰ্বতিপ্ৰসাদে এই বিলাপ-গীতৰ প্ৰাচীনতাক আধুনিক দৃষ্টিভংগীৰে গ্ৰহণ কৰি আধুনিকতালৈ ৰূপান্তৰ কৰিছে;

কোনে কয় সেয়া নিশা সৰি পৰা
আকাশী নিয়ৰৰ কণা
হৰিণীৰ চকুলো মুকুতা বুলীয়া
হেঙুলী ৰহণ সনা।

তু. বেজবৰুৱা, কোনে কয় সিটি হৰিণা পোৱালি
ইমান চেতনা নাই,
বনৰ সৌন্দৰ্যই ৰূপ ধৰি আহি
ডেও দি জুবৰি খায়।
(কদমকলি ; 'ভ্ৰম')

**ওমলা গীতৰ প্ৰতিধ্বনি**

পাৰ্বতিপ্ৰসাদৰ ৰচনাত ওমলা গীতত ব্যৱহৃত বাক্যৰ প্ৰতিধ্বনি শুনা যায়। এনেধৰণৰ কেইটিমান উদাহৰণ হৈছে — *চুলি মেলি চেংকলি মৃদং বজাই* ('পুতৌ বেচেৰী পৃথিৱী') *গাগিনী কিমান পানী* ('ফৰিং') *অ' চিত পখিলী/ক'চোন ক'ত পাই/সৰু পাখি দুখিলি* ('অ' চিত পখিলি), *কোমল কইনা বুঢ়া দৰা* ('আত্মাৰ আৰাৱ'), *আম গছৰ শুকান ডাল/একে চৰেই ভাঙিম গাল* ('জীৱনৰ জিগিণিত') ইত্যাদি।

তদুপৰি পাৰ্বতিপ্ৰসাদে নিচুকনি গীতত প্ৰকাশিত চৰিত্ৰৰ সৰলতা আৰু কোমলতা ভেলেঙীৰ চৰিত্ৰত আৰোপ কৰিছে ;

তুমি নাৱৰীয়া নাও বাই আহিছা
কেলেই ধৰিছা শৰ ?
**ভেলেঙীৰ দেহাটি জাতেই আলসুৱা**
**কলিজা কোমল বৰ।**
**(লুইতৰ পাৰৰে)**

নিচুকনি গীতত কুমলীয়া শিশুটিৰ বৰ্ণনা এনেদৰে কৰা হৈছে;

আমাৰ বোপাটি নিচেই আলসুৱা
নিচেই কলপাতৰ থুৰি।

(দ্ৰষ্টব্য ঃ অসমীয়া লোকগীতি সংগ্ৰহ ; পূৰ্বোল্লিখিত ; পৃ. ১)

**লোক-কথাৰ প্ৰসংগ**

পাৰ্বতিপ্ৰসাদে *তুলা আৰু তেজা* লোক-কথাটিৰ প্ৰসংগ সময়ৰ ব্যৱধান দেখুৱাবলৈ ব্যৱহাৰ কৰিছে। যেনে —

কোনে জানে হায় ক'ৰে তেজা বাই
ফুলতী গাভৰু হ'ল,
এটি দুটি কৰি পাত জহি সৰি,
কপউ ভুৰুঙি গ'ল।।

(লুইতী)

লোক-সাহিত্য নান্দনিক গুণেৰে সমৃদ্ধ। পাৰ্বতিপ্ৰসাদে তেওঁৰ সৃষ্টিশীল ৰচনা সমূহত লোক-সাহিত্য আৰু লোক-সংস্কৃতিৰ বিভিন্ন সমলক আধুনিক চিন্তা-চেতনাৰে গ্ৰহণ আৰু সম্পৰ্ক স্থাপন কৰি কাব্যিক ৰূপ দান কৰিছে।

# পাঁচ

# পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ সাহিত্যিক বৈশিষ্ট্যসমূহৰ আলোচনা

পাৰ্বতিপ্ৰসাদৰ সমগ্ৰ ৰচনা সাহিত্যিক গুণেৰে সমৃদ্ধ। পাৰ্বতিপ্ৰসাদৰ চিন্তা, অনুভূতি, কল্পনা, অভিজ্ঞতা আৰু দৃষ্টিভংগী - এই সকলোৰে প্ৰকাশ স্বকীয়। পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ মাজত প্ৰকাশিত সাহিত্যিক বৈশিষ্ট্যৰ দিশ সমূহ এনেধৰণৰ— (ক) প্ৰকৃতি প্ৰেমৰ বিচিত্ৰ অভিব্যক্তি, (খ) শৰতৰ প্ৰতি দৃষ্টিভংগীৰ বিশিষ্টতা, (গ) ৰহস্যবাদী ভাবধাৰা, (ঘ) প্ৰেমৰ বিচিত্ৰ ধাৰা, (ঙ) ব্যক্তিগত জীৱন-অভিজ্ঞতাৰ কাব্যিক প্ৰকাশ, (চ) শোকোচ্ছাসৰ কাব্যিক ৰূপায়ণ ইত্যাদি।

**অসমীয়া ৰোমান্টিক কবিতাৰ প্ৰকৃতি আৰু পাৰ্বতিপ্ৰসাদৰ প্ৰকৃতিপ্ৰেমৰ বিচিত্ৰ অভিব্যক্তি**

পাশ্চাত্য ৰোমান্টিক কাব্য-সাহিত্যত অষ্টাদশ শতিকাৰ শেষ দশকত প্ৰতিধ্বনিত হোৱা প্ৰকৃতি প্ৰেমৰ বিচিত্ৰ সৌন্দৰ্য্য অসমীয়া কাব্য-সাহিত্যতো উদ্ভাসিত হৈছে। ঊনবিংশ শতিকাৰ প্ৰথম ভাগৰ অসমীয়া কবিতাত প্ৰকৃতি বন্দনাৰ সুৰ বিচিত্ৰ ৰূপত ব্যঞ্জনামণ্ডিত হৈছে। অসমীয়া ৰোমান্টিক কবিসকলে প্ৰকৃতিৰ প্ৰতি থকা বিচিত্ৰ দৃষ্টিভংগী মনোমোহা ৰূপত প্ৰকাশ কৰিছে। প্ৰকৃতিৰ সৰল সৌন্দৰ্যৰ মাজেৰে লাভ কৰা নিবিড় আনন্দ, প্ৰকৃতিৰ সৈতে প্ৰেম-ভালপোৱাৰ পৰিচয় স্থাপনৰ অভিলাষ, প্ৰকৃতিৰ মাজত মানৱিক চেতনা আৰোপ, প্ৰকৃতিৰ মাজত শান্তিৰ আশ্ৰয়ৰ সন্ধান, প্ৰকৃতিৰ ছয় ঋতুৰ মাজেৰে প্ৰকাশিত বিচিত্ৰ সৌন্দৰ্য উপভোগৰ বাসনা, প্ৰকৃতিৰ মাজত ৰহস্য সন্ধানৰ প্ৰয়াস, প্ৰকৃতিৰ সৈতে একাত্মতাৰ অনুভূতি স্থাপনৰ আকাংক্ষা আদি বিভিন্ন দৃষ্টিকোণ অসমীয়া ৰোমাণ্টিক কবিতাৰ মাজত প্ৰতিফলিত হৈছে। অসমীয়া প্ৰকৃতি কবিসকলৰ কবিতাৰ বিশ্ব প্ৰকৃতিৰ অন্তত ৰূপৰ প্ৰতি মুগ্ধতা লক্ষ্য কৰা যায়। অসমীয়া কবিৰ কবিতাত, প্ৰাচ্য আৰু পাশ্চাত্যৰ

কবিতাৰ দৰে যদিও সমাহিত আৰু ৰুদ্ৰ এই দুয়োটা ৰূপৰ বৰ্ণনা আছে। প্ৰকৃতিৰ চিৰন্তন সৌন্দৰ্য্যৰ অন্বেষণ আৰু প্ৰকৃতিৰ ৰূপ ঐশ্বৰ্য্যৰ মনোৰম চিত্ৰৰ বৰ্ণনাও অসমীয়া ৰোমাণ্টিক কবিতাৰ মাজত জিলিকি আছে। এই যুগৰ সকলো কবিৰ কবিতাত এই লক্ষণ সুস্পষ্ট।

দ্বিতীয়তে, প্ৰকৃতিৰ মাজত মানুহৰ আত্মিক সম্পৰ্কৰ উপলব্ধিয়ে এই যুগৰ কবিতাক বিশালতা প্ৰদান কৰিছে। অসমীয়া ৰোমাণ্টিক যুগৰ কেইজনমান বিশিষ্ট কবিৰ চিন্তা আৰু চেতনাৰ মাজত এনে বৈশিষ্ট্য প্ৰতিফলিত হৈছে। এইক্ষেত্ৰত উল্লেখযোগ্য কবি আৰু কবিতা কেইটিমান হ'ল— চন্দ্ৰকুমাৰ আগৰৱালাৰ 'তেজীমলা'; বেজবৰুৱাৰ 'ধনবৰ আৰু ৰতনী', 'সখীৰ প্ৰতি' ; পদ্মনাথ গোহাঞিবৰুৱাৰ 'গুহা'; আনন্দ চন্দ্ৰ আগৰৱালাৰ 'পানশৈ' ; হিতেশ্বৰ বৰবৰুৱাৰ 'কমতাপুৰ ধ্বংস' ; ৰঘুনাথ চৌধাৰীৰ 'কেতেকী চৰাই' ; পাৰ্বতিপ্ৰসাদ বৰুৱাৰ 'দূৰত সেউজীয়া চাপৰিটি আজি' আদি কবিতাৰ মাজত প্ৰকৃতিলৈ প্ৰত্যাবৰ্ত্তনৰ হেঁপাহ প্ৰকাশিত হৈছে। অসমীয়া ৰোমাণ্টিক কবিসকলৰ কাব্যত ধৰা দিয়া অন্য এক বিশিষ্ট দৃষ্টিকোণ হৈছে প্ৰকৃতিৰ মানৱীকৰণ। সংস্কৃত সাহিত্যৰ কবি কালিদাসৰ দৰে অসমীয়া কবি সকলেও প্ৰকৃতিৰ মানৱীয় ৰূপ নিৰীক্ষণ কৰিছে। বেজবৰুৱা (মইনা, তৰা) ৰঘুনাথ চৌধাৰী (গোলাপ, মৰমৰ পখী, গিৰিমল্লিকা), পদ্মনাথ গোহাঞিবৰুৱা (মেঘদূত) শৈলধৰ ৰাজখোৱা (পাষাণ-প্ৰতিমা) আৰু পাৰ্বতিপ্ৰসাদ বৰুৱা এই ক্ষেত্ৰত উল্লেখযোগ্য। এই সকল কবিৰ কবিতাত প্ৰকৃতি মানৱীয় আৱেগ-অনুভূতি, আশা-কল্পনাৰে পৰিপূৰ্ণ এটা সত্তাত পৰিণত হৈছে।

ৰবীন্দ্ৰনাথৰ 'বলাকা'ৰ গতি-ধৰ্মৰ কাব্যিক অভিব্যক্তিয়ে কেইবাজনো অসমীয়া কবিক অনুপ্ৰাণিত কৰিছে। প্ৰকৃতিৰ গতি-ধৰ্মই যিসকল কবিৰ চিন্তা-চেতনাক আলোড়িত কৰিছিল সেই সকলৰ ভিতৰত পদ্মনাথ গোহাঞিবৰুৱা (বিশ্ববীণ), হিতেশ্বৰ বৰবৰুৱা (উটি যোৱা বন), ৰঘুনাথ চৌধাৰী (নইৰ বুকুত, বৰ্ষা, ফল্গু), চন্দ্ৰধৰ বৰুৱা (ধূলিকণা মই), যতীন্দ্ৰ নাথ দুৱৰা (এটি উৰি যোৱা ৰাজহাঁহলৈ, সোণোৱালী দেশ) আৰু পাৰ্বতিপ্ৰসাদৰ 'সোণৰ সোলেং' উল্লেখযোগ্য। এই সকল কবিয়ে প্ৰকৃতিৰ গতি ধৰ্মৰ মাজত আৱিষ্কাৰ কৰিছে জীৱনৰ ধৰ্ম। পাৰ্বতিপ্ৰসাদেও 'বুঢ়া আঁহত ঐ বোৱতী নৈ' শীৰ্ষক কবিতাত কৈছে—

ময়ে সেই যুগে যুগে গৰাখহনীয়াত উঘালি পৰা
বুৰা আঁহতৰ ডালে ডালে নাচ নাচি
বোঁৱতী সুঁতিত সেউজী পাম বিচাৰি ভটিয়াই যাওঁ
বাৰে বাৰে ৰং নাথ দ'লৰ চোতালত
জীৱনৰ হুঁচৰি গাওঁ
চিৰকলীয়া চেঙেলীয়া কবি মোৰ নাম।

এই কাল-প্ৰৱাহত বিশ্ব-প্ৰকৃতিৰ গতি স্থবিৰ হোৱা নাই। বিশ্ব-সংসাৰৰ চলমান প্ৰৱাহৰ মাজত কবিয়ে আৱিষ্কাৰ কৰিছে জীৱন প্ৰৱাহ।

প্ৰকৃতিৰ ঐশ্বৰ্যময় ৰূপৰ মাজত চিৰসুন্দৰৰ সন্ধানে কেইবাজনো কবিৰ চিন্তা-ভাৱনাক বিস্তৃতি প্ৰদান কৰিছে। এই সকল কবিয়ে প্ৰকৃতিৰ ৰূপ-ৰস-গন্ধ-স্পৰ্শৰ মাজেৰে লাভ কৰা অনিন্দ্যসুন্দৰ উপলব্ধিৰ মাজত পৰমসত্তাৰ জ্যোতিৰ সন্ধান লাভ কৰিছে। প্ৰকৃতিৰ বুকুত লুকাই থকা পৰম সত্তাৰ সন্ধান লাভ কৰি এই উপলব্ধিক এক সাৰ্বজনীন স্তৰলৈ উন্নীত কৰাৰ প্ৰয়াস কৰিছে। অসমীয়া ৰোমাণ্টিক যুগৰ প্ৰথম তৰংগৰ কবি বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, গোহাঞিবৰুৱা, ৰঘুনাথ চৌধাৰী, হিতেশ্বৰ বৰবৰুৱা, দুৰ্গেশ্বৰ শৰ্মা, অম্বিকাগিৰী ৰায়চৌধুৰী, ৰত্নকান্ত বৰকাকতী, ধৰ্মেশ্বৰী দেৱী বৰুৱানী, যমুনেশ্বৰী খাটনীয়াৰ আদি কেইবাজনো কবিৰ কবিতাত অধ্যাত্ম-চেতনাৰ ব্যঞ্জনামণ্ডিত প্ৰকাশ লক্ষ্য কৰা যায়। কিন্তু অসমীয়া ৰহস্যবাদী কবিতাৰ ধাৰা সৃষ্টিত বিশেষভাৱে অৰিহণা যোগায় নলিনীবালা দেৱীয়ে। নলিনীবালা দেৱীৰ কবিতাত ৰহস্যবাদী ভাবৰ গভীৰতা অনুভৱ কৰা যায়। এই গৰাকী কবিৰ বাহিৰেও অম্বিকাগিৰী ৰায় চৌধুৰী, পাৰ্বতিপ্ৰসাদ বৰুৱা, ৰত্নকান্ত বৰকাকতী, নীলমণি ফুকন, দুৰ্গেশ্বৰ শৰ্মাৰ কবিতাত ৰহস্যবাদী চিন্তা-চেতনাৰ সুৰ প্ৰতিধ্বনিত হৈছে।

পাৰ্বতিপ্ৰসাদৰ ৰোমাণ্টিক কল্পনাত প্ৰকৃতি হৈ উঠিছে বৈচিত্ৰময়ী। প্ৰকৃতিৰ সান্ত্বনাদায়িনী, আনন্দদায়িনী আৰু শান্তিদায়িনী - এই তিনিওটা ৰূপ তেওঁ আৱিষ্কাৰ কৰিছে। প্ৰকৃতিৰ পৰা কবিয়ে জীৱনৰ দীক্ষাও গ্ৰহণ কৰিছে। প্ৰকৃতিৰ প্ৰাণ চঞ্চল ৰূপত কবি মুগ্ধ হৈছে। ক্ষুদ্ৰৰ মাজত বৃহত্তৰ সম্ভাৱনা আৱিষ্কাৰ কৰিছে। কিছুমান কবিতাত প্ৰকৃতি আশা, আনন্দ আৰু আদৰ্শৰ উৎস হৈ ধৰা দিছে। প্ৰকৃতিৰ বুকুত যি সংগীতৰ সুৰ শুনিবলৈ পাইছে সেই সুৰে কবিক অভিভূত কৰি ৰাখিছে ওৰে জীৱন। প্ৰকৃতিৰ ৰূপ, ৰস, গন্ধ, স্পৰ্শৰ বিচিত্ৰ অনুভৱত কবিৰ প্ৰাণ আকুল হৈ উঠিছে। প্ৰকৃতিৰ বিভিন্ন উপাদান আৰু ৰূপময় বৈচিত্ৰ্যৰ মাজত সৌন্দৰ্য অন্বেষণ কৰি পাৰ্বতিপ্ৰসাদে এটি সংগীত আৱিষ্কাৰ কৰিছে। প্ৰকৃতিৰ আভ্যন্তৰত এক সজীৱ সত্তা আৱিষ্কাৰ কৰিছে। সেই সত্তাৰ সন্ধানে কবি মানসত ৰহস্যান্বেষী ভাৱৰ জন্ম দিছে। প্ৰকৃতিৰ প্ৰতি ৰহস্যময় দৃষ্টিভংগী নিক্ষেপ কৰিছে।

পাৰ্বতিপ্ৰসাদে প্ৰকৃতিৰ বুকুত উপনিষদীয় আনন্দ প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে। তদুপৰি ভঙা-গঢ়াৰ মাজেৰেও প্ৰকৃতিৰ প্ৰাণ অসীম সম্ভাৱনাময় - এনে ধাৰণাও ব্যক্ত হৈছে। প্ৰাণৰ ক্ষয় নাই। প্ৰাণ কালজয়ী। জন্ম-জন্মান্তৰৰ মাজেৰে প্ৰাণ সাৰ্থক হৈ উঠে। কবিয়ে প্ৰকৃতিৰ বুকুতে এই বিশ্ব প্ৰাণৰ প্ৰতিষ্ঠা মন্ত্ৰ আৱিষ্কাৰ কৰিছে। (দ্ৰষ্টব্যঃ 'বুঢ়া আইঁত আৰু বোৱতী নৈ') প্ৰকৃতিৰ সৈতে সমপ্ৰাণতাৰ অনুভৱ আৰু প্ৰকৃতিৰ মাজত

চলমান প্রাণ-শক্তিৰ আৱিষ্কাৰে পাৰ্বতিপ্ৰসাদৰ চিন্তা-অনুভূতিক প্ৰসাৰিত কৰিছে। অতীত, বৰ্ত্তমান পাৰ হৈ ভৱিষ্যতেও প্ৰকৃতিৰ সৈতে মিলনৰ আকাংক্ষা, প্ৰকৃতিৰ মাজত ৰহস্যময় সত্তাৰ অন্বেষণ আৰু শৰতৰ প্ৰতি প্ৰকাশিত বিশিষ্ট দৃষ্টিভংগীৰ বাবে পাৰ্বতিপ্ৰসাদ অন্যান্য প্ৰকৃতি কবিৰ মাজত বিশিষ্ট।

## গীতি-নাটক 'লখিমী'ৰ অন্তৰ্ভুক্ত গীত আৰু কবিতাত প্ৰতিফলিত প্ৰাকৃতিক চিত্ৰ

*লখিমী*ৰ উপস্থাপন আৰু বিন্যাস ৰীতি গীতিময়। নাট্যকাৰে প্ৰকৃতি জগতৰ কেইটামান বিশিষ্ট উপাদানক চৰিত্ৰত অৱতীৰ্ণ কৰোৱাইছে। জড় প্ৰকৃতিৰ হেমন্ত-লখিমী, শৰত- কুঁৱৰী, কঁহুৱা, শুকুলা ডাৱৰ, শেৱালি, কুঁৱলী, বস্তি আদি চৰিত্ৰ সমূহত মানৱীয় বৃত্তি আৰোপ কৰিছে। নৈসৰ্গিক অৱস্থা-বিশেষক নাটকীয় ৰূপদানৰ বিশিষ্টতাৰ ফালৰ পৰা 'লখিমী'ক *ৰূপক নাটক* বুলি অভিহিত কৰিব পাৰি।

ঋতু-বিষয়ক গীতি-নাট্যখনিত প্ৰকৃতিৰ দুখন ছবি অংকিত হৈছে। শৰতৰ বিদায় আৰু হেমন্তৰ আগমনিৰ ছবি। (আলোচনাৰ বাবে কেৱল গীতখিনিক লোৱা হৈছে)।

(ক) **শৰতৰ বিদায়ৰ ছবি ঃ** পাৰ্বতিপ্ৰসাদৰ কল্পনাত শৰতৰ ৰথৰ পতাকা কঁহুৱাৰ শুভ্ৰ ফুলেৰে সজা। শৰত ঋতুৰ আগমণিত প্ৰকৃতি আনন্দত আত্মহাৰা হৈ উঠে। প্ৰকৃতিয়ে শৰতৰ বিচ্ছেদ সহ্য কৰিব নোৱাৰে। কঁহুৱাৰ এটি গীতৰ মাজেৰে এনে মনোভাব ব্যক্ত হৈছে।

বিদায় বাঁহী বাজি
ভাঙিব নেকি আজি
তোমাৰ জয়ৰ ৰঙত মজা
মোৰ শুকুলা জয় ধ্বজা ?

শেৱালিৰ গীতৰ মাজেদি আশা-আকাংক্ষাৰ সুকোমল প্ৰকাশ ঘটিছে। শৰতৰ লগত বিদায় ল'বলৈ শেৱালিও কুণ্ঠিত হৈছে।

শেৱালি শৰত ঋতুৰ প্ৰধান সম্পদ। হেমন্ত ঋতুৰ আগমনিলৈকে শেৱালিৰ দুই-এটি কলি ফুলিবলৈ বাকী থাকে।

এতিয়াও মোৰ বহুত কলি
তোমাকে চাই নয়ন মেলি
এতিয়াই নৌ সামৰিবৰ
শেষ হোৱা নাই ৰং।

পাৰ্বতিপ্ৰসাদৰ সুকোমল কল্পনাত শৰতৰ বিদায়ৰ ছবিখন বিষাদ আৰু কাৰুণ্যৰে উদ্ভাসিত হৈছে। 'বিষাদ' কবিতাত ৰঘুনাথ চৌধাৰীয়ে শৰতকালত নাচি নাচি আনন্দৰ

যোগান ধৰা খঞ্জন পখীটিৰ বিদায়ত অন্তৰত বিষাদ অনুভৱ কৰাৰ দৰে পাৰ্বতিপ্ৰসাদেও শৰতৰ শেৱালিৰ বিদায়ত বিষাদ অনুভৱ কৰিছে ;

আজি আঘোণত ঘনাই পৰিছে কুঁৱলী
নৈৰ পাৰত কঁহুৱা মৰিছে উৰঁলি
ফুল কলিটি দেহি ঐ
হঠাতেই আজি কিনো হ'ল ?
জানোচা শৰতে কিবা কি গ'ল।

(খ) **হেমন্ত-লখিমীৰ আগমনিৰ ছবিঃ** হেমন্ত ঋতুৰ আগমনিৰ লগে লগে পথাৰ শইচেৰে নদন-বদন হয়। কৃষিজীৱী লোকে নতুন শস্য চপাই 'ন-খোৱা' উৎসৱ পালন কৰে। পাৰ্বতিপ্ৰসাদে এনে অৰ্থ আৰু ব্যঞ্জনাৰ মাজেৰে 'লখিমী'ক 'সুৰৰ ন-খোৱা' আখ্যা দিছে। লখিমীৰ আগমনিৰ চিত্ৰখন কবিয়ে এনেদৰে অংকন কৰিছে—

কুঁৱলীৰ ওৰণিখনি লৈ
লখিমী আহিছে চোৱা হেৰা ;
শইচেৰে হাঁহিছে ধৰণী
লখিমীৰ জয় গান কৰা।

শৰতৰ সোণবৰণীয়া পোহৰত ধাননি পথাৰ সোণবৰণীয়া হৈ জিলিকি উঠে। পাৰ্বতিপ্ৰসাদে হেমন্ত ঋতুৰ চিত্ৰখন দাঙি ধৰিবলৈ গৈ প্ৰকৃতিৰ প্ৰতিটো উপাদানক সূক্ষ্মভাৱে নিৰীক্ষণ কৰিছে। শেৱালিয়ে শেহ আশা পূৰণ কৰিবলৈ লখিমীক কাব্যিক নিমন্ত্ৰণ কৰিছে।

আহাহে লখিমী মোৰ
বুলোৱা চৰণ যোৰ
ফুলক কলিটি মোৰ
চৰণৰ ভৰ পাই।

অসমীয়া কৃষিজীৱী ৰাইজে শাওণৰ পৰা আঘোণলৈকে লখিমীক আদৰিবলৈ শ্ৰম আৰু সাধনা কৰে। মাটিৰ বন্তি গছিৰ নাচোনৰ গীতটোৱে তাৰে সাক্ষ্য বহন কৰিছে।

লখিমী সোণৰ বৰণ
কৰে আজি অৱতৰণ
আদৰি কৰাঁচো বৰণ
লোৱাঁচো দীখা।

পাৰ্বতিপ্ৰসাদে 'লখিমী'ত ঋতু পৰ্যায়ৰ এটি দৃশ্য গীতৰ সহায়েৰে উ পস্থাপন কৰিছে। কবিৰ সূক্ষ্ম কল্পনাবোধ, অনুভূতিৰ ঘনতা, ভাব আৰু উপলব্ধিৰ কাব্যিক ৰূপায়ণৰ মাজেৰে প্ৰকৃতিৰ দুখন সজীৱ চিত্ৰ প্ৰকাশিত হৈছে।

**'লুইতী'ত প্ৰকৃতিৰ ইন্দ্ৰিয়গ্ৰাহ্য ৰূপৰ মাজেৰে সৌন্দৰ্য সন্ধান**

লুইতীৰ অন্তৰ্ভুক্ত গীত আৰু কবিতাৰ মাজেৰে পাৰ্বতিপ্ৰসাদে প্ৰকৃতিৰ পৰা লাভ কৰা বিচিত্ৰ অনুভূতিৰ কাব্যিক ৰূপায়ণ কৰিছে। 'লুইতী'ৰ গীত সমূহৰ ভাবধাৰা বিশ্লেষণ কৰিলে কেইবাটাও দিশ প্ৰতিফলিত হয়।

(ক) **প্ৰকৃতিৰ জড়মূৰ্ত্তিৰ অন্তৰালত প্ৰাণতৰংগ আৱিষ্কাৰ ঃ** পাৰ্বতিপ্ৰসাদৰ কল্পনা আৰু অনুভৱত মানৱ আৰু প্ৰকৃতিৰ প্ৰাণতৰংগ একে। মানুহ আৰু প্ৰকৃতি উভয়েই পোহৰ-পিয়াসী। সূৰ্য বন্দনাত প্ৰকৃতি মুখৰিত হয়।

কেৱে নাজানিলে কেৱে নুশুনিলে
অৰণ্যই পঢ়িলে স্তৱ
চৌদিশ জুৰি উঠিলে গম্ভীৰ
সূৰুয বন্দন ৰৱ।
(অৰণ্যৰ মাজত)

কবিৰ অনুভৱত সূৰ্য চিৰ-যৌৱনৰ প্ৰতীক ।প্ৰকৃতিয়ে সূৰ্যৰ পৰা পোহৰ আহৰণ কৰি যৌৱনৰ শক্তি সঞ্চয় কৰে। কবিৰ তীব্ৰ অনুভূতি আৰু প্ৰখৰ কল্পনাত সূৰুয কোঁৱৰে সাতোটি ঘোঁৰা চেকুৰাই আহোতে পাহাৰৰ ধূলি উৰি আহে। এনেদৰে পাৰ্বতিপ্ৰসাদে জড়মূৰ্ত্তিৰ অন্তৰালত প্ৰাণতৰংগ আৱিষ্কাৰ কৰিছে।

(খ) **প্ৰকৃতিৰ বুকুত মানৱীয় আবেদন আৰোপ ঃ** কালিদাসৰ দৰে পাৰ্বতিপ্ৰসাদে জড় জগতৰ বুকুত চেতনা আৰোপ কৰি গীত আৰু কবিতা সমূহক তাৎপৰ্য দান কৰিছে। লুইত আৰু সাগৰৰ মিলন কামনাৰ ছবিখন ব্যঞ্জনাময়তাৰে অংকন কৰিছে। সাগৰৰ মনোভাব বুজি লুইতৰ মন অনুৰাগেৰে ৰঞ্জিত হৈ পৰিছে।

লুইতৰ বুকুতে কঁপনি উঠিলে
হেন্দোলি উঠিলে ঢউ
ওপৰত কঁপিলে কলীয়া ডাৱৰ ঐ
ঢালিলে বুকুৰে মউ।
(সাগৰৰ পাৰৰে)

পাৰ্বতিপ্ৰসাদে অনুভৱ কৰিছে প্ৰকৃতি আৰু মানুহৰ ভাব অনুভূতি একে। পুখুৰীৰ পাৰৰে শীৰ্ষক কবিতাটোত তেনে এটি ভাব ব্যক্ত হৈছে –

পুখুৰী পাৰৰে কেচ ফুল এজুপি
নিতৌ তিনি পাহি সৰে ;
এপাহি সৰিলে আন পাহি গৈ
কাষতে বেজাৰ কৰে।

(গ) **লুইতৰ পাৰৰ দৃশ্যাৱলীৰ সৌন্দৰ্য সন্ধান ঃ** পাৰ্বতিপ্ৰসাদৰ কবি মানসক লুইতৰ পাৰৰ দৃশ্যাৱলীয়ে আনন্দ আৰু সৌন্দৰ্য দান কৰিছে। লুইতৰ পাৰৰ এজাৰ, আঁহত, ঝাওবন আদিৰ সেউজীয়া দৃশ্য শোভাই কবিৰ মনত সৌন্দৰ্যৰ অনুভূতি জগাই তুলিছে। আঁহত জুপিৰ টোপাল সৰি তিতি থকা দুবৰি ডৰা কবিৰ চকুত সৌন্দৰ্যময় হৈ উঠিছে। পৰ্বতৰ ভেলেঙীয়ে চাপৰিৰ সৌন্দৰ্য বঢ়াইছে। লুইতৰ দীঘল ডৰিয়লি বালি, বন-বিৰিখ, বতাহ, পানী আদি প্ৰাকৃতিক উপাদান সমূহৰ বৰ্ণনা বাস্তৱিক। এজাৰৰ ডালত বহি গীত গোৱা কপৌ ; টিপচিৰ ৰঙা-উলাহ ভৰা নাচোন, সূৰুযৰ পোহৰ পৰি জিলিকি উঠা পৰ্বতৰ দৃশ্য, লুইতৰ চাপৰিত নাৱৰীয়াই ভাত ৰান্ধি খোৱা দৃশ্য, নাহৰ গছৰ না কুঁহিপাত, চৰাই-চিৰিকতিৰ মিহিমাত আদি প্ৰকৃতিৰ ইন্দ্ৰিয়-গ্ৰাহ্য ৰূপৰ মাজেৰে কবিয়ে সৌন্দৰ্য সন্ধান কৰিছে।

(ঘ) **প্ৰকৃতিৰ বুকুত আনন্দ, সান্ত্বনা আৰু প্ৰেৰণাৰ উৎস সন্ধান ঃ** পাৰ্বতিপ্ৰসাদে তেওঁৰ বিভিন্ন গীত আৰু কবিতাত প্ৰকৃতিক আনন্দৰ উৎস ৰূপত আৱিষ্কাৰ কৰিছে। ৱৰ্ডছৱৰ্থৰ দৰে প্ৰকৃতিৰ সেউজীয়া ৰূপৰ মাজত প্ৰেৰণা আৰু সান্ত্বনাৰ সন্ধান পাইছে। কবিয়ে আৱিষ্কাৰ কৰিছে সেউজীয়াৰ এনে এক শক্তি আছে যি জীৱনক সঞ্জীৱনী দান কৰিব পাৰে; মন-প্ৰাণলৈ সজীৱতা আনি দিব পাৰে। কবিয়ে জীৱনৰ 'শুকান বালিগড়া', 'অথাই সাগৰৰ উৰুমিৰ কোলাহল' অতিক্ৰম কৰিবলৈ 'সেউজীয়া'ৰ বুকুত প্ৰেৰণা বিচাৰিছে।

দূৰত সেউজীয়া চাপৰিটি আছি
নকৈ চাই ল মন
তাতে আছে তোৰ হেৰোৱা ৰতন
লুকুৱা সপোনৰ ধন

(দূৰত সেউজীয়া)

পাৰ্বতিপ্ৰসাদে প্ৰকৃতিৰ সেউজ-সম্পদৰ মাজত প্ৰাণ-শক্তিৰ উৎস বিচাৰি পাইছে,

প্ৰাণৰ গানৰ তালে তালে
চৰণ পেলাই ফাগুন আহিছে ;

জীৱন বনৰ ডালে ডালে
কোঁহ মেলাই ফাগুন আহিছে।।
(নাহৰ গছৰ কুঁহিপাতত)

পাৰ্বতিপ্ৰসাদে প্ৰকৃতিয়ে নতুন ৰূপ, ৰস আৰু চেতনাৰে মানৱ জীৱনক জগাই তোলে— এনে এক প্ৰতীতী লাভ কৰিছে ;

মৰা জীৱনৰ সুঁতিত বান,
জাগে পৰাণত নতুন গান
কেঁচা - কলিজাৰ কঁপনি লাগে।
(জীৱন জাগে)

(ঙ) **প্ৰকৃতি অতীত স্মৃতি ৰোমন্থনৰ অন্যতম মাধ্যমঃ** প্ৰকৃতিয়ে পাৰ্বতিপ্ৰসাদৰ মনত বিচিত্ৰ ভাব অনুভূতি জগাই তোলে। প্ৰকৃতিয়ে কেতিয়াবা কবিৰ মনলৈ সোঁৱৰণী আনি দিয়ে ;

পুৰণি চিনাকি
ফাগুনী জোনাকী
দূৰণিৰ গাঁৱৰে পুৰণি বান্ধৈ
বাট চাই আছে যেন বৈ।
(ফাগুনী জোনাক ঐ)

(চ) **প্ৰকৃতি-আশ্ৰিত প্ৰাণীৰ প্ৰসংগঃ** 'লুইতী'ত বিভিন্ন প্ৰাণীৰ প্ৰতি কবিৰ দৰদ প্ৰকাশিত হৈছে। পাৰ্বতিপ্ৰসাদক ৰঘুনাথ চৌধাৰীৰ দৰে পখীৰ মুক্ত জীৱনে আকৰ্ষিত কৰে। মনত মুক্তিৰ বাসনা জগাই তোলে।

পোহৰৰ গুণ গাই
ফুটুকাৰ মৌ খাই
তোৰ দৰে ঘূৰি ঘূৰি
উৰিবৰ মন যায়।
(অ' চিত পখিলি)

পখী-পতংগ মানৱৰ দৰে পোহৰৰ পূজাৰী। ব'হাগিৰ আগমনত পখীৰ কণমানি বুকু ৰঙ-উলাহেৰে ভৰে। সমগ্ৰ জগতক ব'হাগিৰ বাতৰি বিলোৱাতেই টিপচীৰ প্ৰতীক্ষাৰ চৰম প্ৰাপ্তি নিহিত হৈছে। কবিৰ সূক্ষ্ম অনুভূতিত টিপচী পোহৰৰ দূত হৈ ধৰা দিছে।

এধানি টিপচীৰ একনি বুকুতে
পোহৰৰ বতৰা বয়;
ৰ'দালি আহিবৰ আগলি বাতৰি
ৰাতি নৌ পুৱাওতেই কয়।।
(দোকমোকালিতে)

টিপচীক কবিয়ে নতুনৰ বাৰ্তাবাহক ৰূপতো আৱিষ্কাৰ কৰিছে। পখীৰ কাকলিত সাৰ পাই উঠা প্ৰকৃতি জগতৰ ছবিখন কবিৰ কল্পনাত এনেদৰে প্ৰতিভাত হৈছে;

অৰণ্যৰ মাজতে অজান পখীয়ে
পুৰতি প্ৰসংগ গালে ;
লতাই বিৰিখে ফুল কলিবোৰে
মূৰ তুলি তুলি চালে।
(অৰণ্যৰ মাজতে)

সুন্দৰৰ ধ্যানত কবিয়ে চৰাই-চিৰিকতি, পখিলি-জোনাকীৰ সৈতে সমপ্ৰাণতা অনুভৱ কৰিছে। চৰাই-চিৰিকতিৰ সুৰীয়া কল-কাকলি, চিত-পখিলাৰ কোমল নাচোন, জোনাকী পৰুৱাৰ এধানি পোহৰে কবিৰ প্ৰাণত সৌন্দৰ্য-তৃষ্ণা জগাই তোলে।

**'গুণগুণনি'ৰ প্ৰকৃতি কবিতাত ভাবৰ বিচিত্ৰতা**

*গুণগুণনি* ত পাৰ্বতিপ্ৰসাদৰ কবিমন ভৰা লুইতৰ সৌন্দৰ্যত অভিভূত হৈছে। ভৰা লুইতৰ বুকুৰ ৰূপহী-সুঁতিৰ ধলে কবিৰ সমুখত নয়নাভিৰাম দৃশ্যৰ সৃষ্টি কৰে। ভৰা লুইতৰ বুকুৰ মাজলৈ কবিৰ মনে ঢাপলি মেলিব খোজে ;

পখিলা পাখিৰে পাল তৰি লৈ
পাৰি দি মাজলৈ যা ;
কলমৌ ঠাৰিৰে পেঁপাটি বজাই
বনগীত এফাকি গা।
(হেৰ' বলিয়া নয়ন ভৰি ভৰি চা)

পাৰ্বতিপ্ৰসাদৰ সূক্ষ্ম অনুভূতি, সৌন্দৰ্যবোধ আৰু ঐতিহ্য চেতনাই ভাৱক গতিময়তা দান কৰিছে। লুইতৰ ৰূপোৱালী সুঁতিৰ ব্যঞ্জনাৰে তেওঁ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ গতিশীলতাৰ আভাস দান কৰিছে।

(ক) **মেঘ আৰু মাটিৰ মাজত সম্বন্ধ স্থাপন ঃ** পাৰ্বতিপ্ৰসাদে মেঘ আৰু মাটিৰ মাজত সম্পৰ্ক স্থাপন কৰি হৃদয়ৰ ভাবৰাশিক ব্যঞ্জনামণ্ডিত কৰি তুলিছে। আকাশ-বতাহ, নদী-পৰ্বত, হাবি-বন, জোন-তৰা, মেঘ আৰু মাটিয়ে কবিৰ সৃষ্টিশীল মনত অভিনৱ সুৰ

তোলে। মেঘ, ডাৱৰ, আকাশৰ মাজত তেওঁ মনোজগতৰ সম্পৰ্ক আৱিষ্কাৰ কৰিছে। পাৰ্বতিপ্ৰসাদৰ কবিমানসত আকাশৰ ক'লা ৰং বিষাদ-বেদনাৰ প্ৰতীক হৈ ধৰা দিছে। পাৰ্বতিপ্ৰসাদে বেদনাবিধুৰ প্ৰাণৰ উপমা বিচাৰি পাইছে প্ৰকৃতিৰ বুকুত।

বসন্ত উছ্‌ৱ নহ'ল পতা
আধা কোৱা হ'ল যুতীৰ মেলৰ
গুপুত কথা
দেহি ঐ খৰিকাজাঁইৰ
উঠন বুকুৰ গোপন বেথা
কোনেও নাজানিলে।

(আজি ফাগুনৰ পুৱা বেলাতই)

বৰ্ষাঋতুৰ সৈতে মানৱ মনৰ সম্পৰ্ক আছে। পাৰ্বতিপ্ৰসাদৰ কবিমানসত বৰ্ষা ঋতুৱে স্মৃতিৰ ডুখৰীয়া ছবি আঁকি যায়। 'বাঁহনি বাৰীৰ আউল-জাউল' চুলিৰ দৰে 'আন্ধাৰত কঁপি থকা' নৈৰ পাৰৰ বৰষুণ পৰা বন-বিৰিণাই কবিৰ ভাবক দোলা দি যায়। বাৰিষাৰ নিশা এৰি অহা দিনৰ স্মৃতিয়ে কবিক আকুল কৰি তোলে। বৰ্ষাৰ আকাশত, প্ৰতিধ্বনিত হোৱা ডাৱৰৰ গুৰ গুৰ শব্দ ধ্বনিয়ে কবিৰ মন উদাস-আকুল কৰি তোলে। বৰষুণ-বাদলেৰে মুখৰিত ধৰণীত কবিৰ প্ৰাণৰ বীণত আপোনা-আপুনি বৰাগী সুৰ বাজি উঠে। বৰ্ষা প্ৰকৃতিয়ে কবি হৃদয়লৈ উদাস ভাব কঢ়িয়াই আনিলেও কেতিয়াবা সজীৱতাও কঢ়িয়াই আনে। কবিৰ অন্তৰৰ নিভৃতত নতুন ভাবৰ সৃষ্টি হয়। বৰ্ষা প্ৰকৃতিৰ ৰঙা-ৰসত কবিৰ হৃদয় বুৰে।

সেই সুৰ পৰশত পুলক লাগে
শিঁয়ৰি উঠে প্ৰাণ ;
নিফুট প্ৰাণৰ নীৰৱ তলিত
আপুনি উঠে গান।

(কোনে ডাৱৰে ডাৱৰে মৃদং বজায়)

(খ) **অসমৰ গ্ৰাম্য প্ৰকৃতিৰ চিত্ৰ ঃ** পাৰ্বতিপ্ৰসাদৰ ঐতিহ্য চেতনা পাৰ্থিৱ পৰশত মধুৰ ৰূপত উদ্ভাসিত হৈছে। অসমৰ প্ৰকৃতি, অসমৰ গাওঁ-ভূঁইৰ ছবিখনৰ মাজত কবিয়ে বিচাৰি পাইছে নিজক ; বিচাৰি পাইছে অতীতক। আঁহতৰ তলত কোনোবা গৰখীয়াৰ ম'হৰ শিঙৰ পেঁপাৰ সুৰে আকাশ মায়াময় কৰি তোলাৰ বৰ্ণনা স্বাভাৱিক।

দুপৰৰ আকাশত কি সুৰ মেলিলি
জগত নিজম পৰি যায়।

(গৰখীয়া হেৰ' গৰখীয়া)

গৰখীয়া ল'ৰাৰ পেঁপাৰ সুৰৰ মাধ্যমেৰে পাৰ্ৱতিপ্ৰসাদে প্ৰকৃতি জীৱন আৰু মানৱ জীৱনৰ মাজত সেতু নিৰ্মাণ কৰিছে। পাৰ্ৱতিপ্ৰসাদে বিভিন্ন কবিতাত প্ৰকৃতি আৰু মানৱ জীৱনৰ মাজত সম্পৰ্ক স্থাপন কৰিছে। জড় জগতৰ প্ৰাণ, চেতনা, অনুভূতি থকাৰ কথা তেওঁ বিভিন্ন গীত আৰু কবিতাত প্ৰকাশ কৰিছে। ঋতুচক্ৰৰ পৰিৱৰ্তনত উদ্ভাসিত অসমৰ গ্ৰাম্য প্ৰকৃতিৰ বিচিত্ৰ ৰং, ৰূপে পাৰ্ৱতিপ্ৰসাদৰ ভাব-কল্পনাক আয়তন দান কৰিছে।

(গ) **সুৰৰ মাধ্যমেৰে বিচিত্ৰ ভাব-অনুভূতিৰ প্ৰকাশঃ** পাৰ্ৱতিপ্ৰসাদৰ চিন্তা-চেতনাত সুৰৰ প্ৰকাশ বিচিত্ৰ। গুণগুণনিত সুৰ *চতুৰ্ধাৰাৰে* বিকশিত হৈছে। প্ৰকৃতি-জীৱন আৰু মানৱ-জীৱনৰ মাজত সেতু নিৰ্মাতা ৰূপে ; অতীত ৰোমন্থনৰ মাধ্যম ৰূপে, কবিৰ বিভিন্ন মানসিক অৱস্থাৰ প্ৰতীক ৰূপে ; আৰু অনন্ত সৌন্দৰ্যৰ উৎস ৰূপে পাৰ্ৱতিপ্ৰসাদৰ ৰচনাত সুৰে ভূঁমিকা বহন কৰিছে। কবিৰ পাৰ্থিৱ ৰূপতৃষ্ণা সুৰৰ মাধ্যমেৰে অনন্তলৈ প্ৰসাৰিত হৈছে।

## কবিতাত শৰত ঋতুৰ চিত্ৰ আৰু পাৰ্ৱতিপ্ৰসাদৰ শৰৎ-কবিতা

প্ৰকৃতি জগতত ঋতুভেদে বিশেষ বিশেষ কালত প্ৰাকৃতিক পৰিৱৰ্তনে দেখা দিয়ে। এই প্ৰাকৃতিক পৰিৱৰ্তন সমূহৰ প্ৰভাৱ মানৱ মনত ক্ৰিয়াশীল হৈ উঠে। মানৱ মনত নতুন সৃষ্টিৰ প্ৰেৰণা যোগোৱা শৰৎ ঋতু বিশ্ব সাহিত্যত ৰূপ, ৰস, গন্ধ, স্পৰ্শেৰে মুৰ্তিমান হৈ আছে।

বেদ-উপনিষদ আদিত যড়ঋতুৰ উল্লেখ পোৱা যায়। অথৰ্ব বেদত আশীষ-বাণীৰ ৰূপত শৰত কালৰ মহিমা আৰু তাৎপৰ্য বৰ্ণিত হৈছে ঃ

পশ্যেম শৰদঃ শতম।।
জীৱেম শৰদঃ শতম।।
বুধ্যেম শৰদঃ শতম।।
ৰোহেম শৰদঃ শতম।।
পুষেন শৰদঃ শতম।।
ভবেম্ শৰদঃ শতম।।
ভূয়েম্ শৰদঃ শতম।।
ভূয়সীঃ শৰদঃ শতাৎ।।

অৰ্থাৎ তোমালোকে এশটা শৰতকাল ধৰি চাবলৈ পাবা, এশটা শৰতকাল ধৰি জীয়াই থাকা, এশটা শৰতকাল ধৰি জ্ঞান আহৰণ কৰা, এশটা শৰত কাল ধৰি তোমালোকৰ উত্থান হওক, এশটা শৰতকাল ধৰি জীৱন স্থাপিত হওক, এশটা শৰতকাল ধৰি বৰ্দ্ধন হওক, আৰু এশটা শৰতকাল ধৰি তোমালোকৰ প্ৰাচুৰ্য্যেৰে জীৱন পৰিপূৰ্ণ হওক।

উপনিষদত পৰমেশ্বৰৰ প্ৰতীক স্বৰূপ সূৰ্য পাঁচ চৰণ যুক্ত বুলি উল্লেখ আছে। হেমন্ত আৰু শীত - এই দুই ঋতুক এক গণ্য কৰি পাঁচ চৰণ বোলা হৈছে। বাৰটা মাহত বাৰটা আকৃতি ধৰা সূৰ্যক কিছুমান তত্ত্বজ্ঞানীয়ে সুনিপুণ সৰ্বদ্ৰষ্টা বুলি জ্ঞান কৰে। সূৰ্যৰ ৰথ ছয় ঋতুৰূপ দাণ্ডাযুক্ত, বিশুদ্ধ সাতৰঙী, সপ্তকিৰণ বিশিষ্ট।

পঞ্চপাদং পিতৰং দ্বাদশাকৃতিং দিৱ আহু ঃ পৰে অৰ্ধে পুৰীষিণম্।

অথেনে অন্য উ পৰে ৱিচক্ষনং সপ্তচক্ৰে ষড়ৰ আহুৰ্ ৰ্পিত মিতি।।

যুগে যুগে বিশ্বৰ বিভিন্ন সাহিত্যত শৰত ঋতুৱে বিশেষ মৰ্যাদা লাভ কৰি আহিছে। কবি-সাহিত্যিক শৰত ঋতুৰ প্ৰতি বিশেষভাৱে আকৰ্ষিত। বিভিন্ন সময়ৰ বিভিন্ন কবি সাহিত্যিকৰ কল্পনা আৰু প্ৰতিভাৰ উম লৈ শৰত বিকশিত হৈছে নানা ৰূপেৰে। শৰতৰ এক নিজস্ব ৰূপ আছে। স্নিগ্ধতা আৰু শীতলতা শৰতৰ অন্যতম গুণ। শৰত ঋতুৰ প্ৰভাৱত প্ৰকৃতি হৈ পৰে মধুৰ। বৰ্ষাৰ ধাৰাসাৰে বৰষুণত অস্থিৰ হৈ পৰা প্ৰকৃতিৰ বাবে শৰত শান্তিৰ আশ্ৰয় স্থল। শৰত ঋতুৱে প্ৰকৃতি জগত আৰু মানৱ জগতৰ প্ৰাণ স্পন্দিত কৰে। সংস্কৃত আলংকাৰিকৰ মনস্তাত্ত্বিক ব্যাখ্যা মতে, তিনিবিধ ভাবৰ সংযোগত ৰস নিস্পত্তি হয়। সেয়া হৈছে বিভাৱ, অনুভাৱ আৰু স্থায়ী ভাব। মানৱ মনৰ স্থায়ীভাব যেনে ৰতি, হাস, ক্ৰোধ আদি বাসনা ৰূপে থাকে। এই ভাববিলাক অনুভূতিৰ যোগ্য হ'লেই ৰসানুভূতিৰ উদ্ৰেক হয়। প্ৰাকৃতিক উপাদান বিলাকৰ প্ৰভাৱে মানৱ-মনত ক্ৰিয়া কৰে। সেয়ে যুগে যুগে সাহিত্যত নৈসৰ্গিক প্ৰকৃতিয়ে বিশিষ্ট স্থান লাভ কৰি আহিছে।

## পাশ্চাত্য কবিৰ দৃষ্টিত শৰত

ভাৰতবৰ্ষত প্ৰাকৃতিক পৰিৱৰ্তন সমূহ ছটা ঋতুত অনুভূত হয়। আনহাতে ইংলেণ্ডত বসন্ত, বৰ্ষা , হেমন্ত আৰু শীত — এই চাৰিটা ঋতুহে অনুভূত। শৰতকালক 'অটম' নামেৰে অভিহিত কৰা হয়। ইংলেণ্ডত হেমন্ত আৰু শৰত একেটা ঋতুতে অন্তৰ্ভুক্ত হয়। ইংৰাজী কাব্য-সাহিত্যত শৰতকালৰ বৰ্ণনা যুক্ত কবিতাৰ ভিতৰত *এডমাণ্ড স্পেন্সাৰৰ* 'ছেফাৰ্দছ কেলেণ্ডাৰ' আৰু *জেমছ্ থমছনৰ* 'ছিজনচ্' নামৰ কবিতাৰ থূলটিৰ অন্তৰ্ভুক্ত 'অটম' নামৰ কবিতা উল্লেখযোগ্য। *টমছন, জনক্ৰেয়াৰ* আদি কবিসকলে শৰতক লৈ

কবিতা লিখিলেও পৰৱৰ্তী কবি *জন কীট্‌ছ* এইক্ষেত্ৰত উল্লেখযোগ্য। কীট্‌ছ্‌ৰ *অ'ড টু আটাম* কবিতাত শৰতকালৰ ৰূপ-লাৱণ্য উদ্ভাসিত হৈছে। এই কবিতাটো কীট্‌ছ্‌ৰ প্ৰকৃতি কবিতাৰ ভিতৰত এটা শ্ৰেষ্ঠ গীতি-কবিতা।

পাশ্চাত্য কাব্য সাহিত্যত বিশেষকৈ ৰমন্যাসিক কবিসকলক ঋতু পৰ্যায়ৰ প্ৰাকৃতিক পৰিৱৰ্তন সমূহে প্ৰভাৱিত কৰিলে। কীট্‌ছ্‌ৰ কবিতা কল্পনাৰ বিলাস, তীব্ৰ অনুভৱশীলতা আৰু সৃষ্টিৰ ৰসবিলাসেৰে বিশিষ্ট হৈ উঠিল। কীট্‌ছ্‌ৰ দৃষ্টিত শৰত পৰিপক্কতাৰ ঋতু। (To Autumn; Keats poetical Works; P. 218) শৰত ঋতুক কীট্‌ছে কেইবাটাও দৃষ্টিভংগীৰে নিৰীক্ষণ কৰিছে। কীট্‌ছ্‌ৰ প্ৰথম দৃষ্টিত শৰত ঋতু শস্যপূৰ্ণ ভঁৰালৰ সন্মুখত অযত্নে বহি থকা এগৰাকী নাৰী স্বৰূপা (Thee Sitting Careless on a granary floor)। কবিৰ সৃজনশীল কল্পনাত শৰতৰ দ্বিতীয় ৰূপটো আৱিষ্কৃত হৈছে আধাদোৱা শস্যৰ পথাৰত শুই পৰা এগৰাকী ভাগৰুৱা দাৱনীৰ মাজত (On a half-reap'd furrow sound asleep) কীট্‌ছ্‌ৰ তৃতীয় দৃষ্টিত শৰতে শস্যৰ পথাৰৰ পৰা লেচেৰি বোটলা শস্যৰ বোজাটিৰ সৈতে জুৰি পাৰ হোৱা এগৰাকী গৃহিণীৰ ৰূপত ধৰা দিছে (And sometime like a gleaner thou dost keep)। কবিৰ চতুৰ্থ দৃষ্টিত শৰত আঙুৰৰ ৰস চেপা যন্ত্ৰটোৰ পৰা ৰস নিগৰি অহা ঘন্টাৰ পাছত ঘন্টা একেথৰে চাই থকা মানুহজনী যেন (Or by a cider-press, with patient look/ Thou watchest the last oazings, hours by hours.) ইত্যাদি।

'অ'ড টু আটাম' কবিতাত কীট্‌ছে শৰত ঋতুৰ বৰ্ণনাৰ মাজেদি প্ৰকৃতিৰ লগত মানৱ চেতনাৰ নিবিড় সম্বন্ধ স্থাপন কৰিছে। কীট্‌ছে অসাধাৰণ কল্পনা দক্ষতাৰে শৰতৰ চাৰিটা মানৱ-মূৰ্ত্তি নিৰ্মাণ কৰি উলিয়াইছে। তেওঁ অনুভৱ কৰিছে শৰতৰ এক নিজা সংগীত আছে। ৰং, ৰূপ, সাংগীতিক মধুৰতাৰে কীট্‌ছ্‌ৰ শৰত কাল পৰিপূৰ্ণতাৰ প্ৰতীক স্বৰূপ হৈ উদ্ভাসিত হৈছে।

**ভাৰতীয় কবিৰ দৃষ্টিত শৰত**

প্ৰকৃতিৰ ঋতুকালীন পৰিৱৰ্তন আৰু বিচিত্ৰতাই ভাৰতীয় কবি মানসক গভীৰ প্ৰেৰণা যোগাইছে। বৰ্ষা যেনেকৈ শৃংগাৰ ৰসৰ বাবে উপযোগী শৰতকাল তেনেকৈ বীৰৰসৰ বাবে উপযোগী। শৃংগাৰ ৰস প্ৰধান নহ'লেও ভাগৱতৰ ৰাসলীলাৰ বাবে শৰত কালহে নিৰ্বাচিত হৈছে। (দ্ৰষ্টব্য ; শ্ৰীমদ্ভাগৱত ; দশমস্কন্ধ ; ২৮ শ সৰ্গ) কাৰণ গোপী সকলৰ মনত ৰতিতকৈ উৎসাহ-উদ্দীপনা তীব্ৰ হৈ ধৰা দিছে। ঠিক তেনেকৈ ৰামায়ণ (দ্ৰষ্টব্য ; ৰামায়ণ ; কিস্কিন্ধ্যাকাণ্ড ৩০। ৩৬) আৰু ৰঘুবংশতো (দ্ৰষ্টব্য ; ৰঘুবংশ ; চতুৰ্থ সৰ্গ) শৰতৰ বৰ্ণনা বীৰ ৰসৰ উদ্দীপন-বিভাব ৰূপে কৰা হৈছে।

*কালিদাসৰ* কল্পনাত শৰতৰ প্ৰকৃত ৰূপ, ৰস, গন্ধ, স্পৰ্শৰ, মাজেৰে অভিনৱ হৈ উঠিছে। *ঋতুসংহাৰত* (দ্ৰষ্টব্য; ঋতুসংহাৰম ; ৩য় সৰ্গ) ছয় ঋতুৰ বৰ্ণনা পোৱা যায়। কবিয়ে এজন সহৃদয় প্ৰণয়ীৰ দৃষ্টিৰে বিভিন্ন ঋতুত প্ৰকৃতিক নিৰীক্ষণ কৰিছে আৰু প্ৰিয়তমাক সম্বোধন কৰি সেই বৰ্ণনাৰ পাতনি মেলিছে। কালিদাসৰ সূক্ষ্ম পৰ্যবেক্ষণ আৰু অনুভৱত শৰত ঋতু এজনী 'নববধূ' ৰূপে অভিষিক্ত হৈছে। কালিদাসৰ কল্পনাৰ এই গৰাকী নাৰী প্ৰমত্তা নাৰীৰ গুণবিশিষ্টা। কালিদাসে সূক্ষ্ম অনুভূতিৰে শৰত ঋতুক মানৱীয় ৰূপ দান কৰিছে। শৰতৰ প্ৰাকৃতিক সম্পদ সমূহৰ বৰ্ণনাতো সজীৱতা ৰক্ষিত হৈছে।

*ৰঘুবংশৰ* চতুৰ্থ সৰ্গত শৰত ঋতুৱে 'ৰাজলক্ষ্মী'ৰ ৰূপ লাভ কৰিছে। 'ৰঘুবংশ'ৰ শৰত পঙ্কজ লক্ষণা। 'ৰঘুবংশ'ত কালিদাসে কেৱল শৰৎ প্ৰকৃতিৰ ৰূপ ৰাশি বৰ্ণনা কৰিয়েই ক্ষান্ত থকা নাই ; শৰত ঋতুক বীৰ ৰসৰ উপযোগীকৈ বৰ্ণনা কৰিছে। 'ৰঘুবংশ'ত শৰতে ৰঘুক যুদ্ধলৈ যাবলৈ উৎসাহিত কৰিছে। শৰৎলক্ষ্মীয়ে নদীবোৰ শুকুৱাই নাও চলাব পৰা কৰি দিছে আৰু বাট-পথ সুগম কৰি ৰঘুক দিগ্বিজয় কৰিবলৈ উৎসাহিত কৰিছে। 'ৰঘুবংশ'ৰ ত্ৰয়োদশ সৰ্গত ৰামে লঙ্কাৰ পৰা অযোধ্যালৈ আকাশী পথেদি আহোঁতে পত্নীৰ আগত যি শৰতৰ বৰ্ণনা দাঙি ধৰিছে তাত শৰতৰ প্ৰকৃতিক শোভা উজলি উঠিছে।

মুঠ কথাত, কালিদাসে তেওঁৰ ৰচনাত শৰত প্ৰকৃতিৰ দৃশ্য শোভাৰ বৰ্ণনা কৰিবলৈ গৈ প্ৰকৃতিৰ বিভিন্ন উপাদানত চেতন মানুহৰ ৰূপ, গুণ আৰু জীৱন-যাত্ৰাৰ সাদৃশ্য দাঙি ধৰিছে। মানুহ আৰু প্ৰকৃতিৰ মাজত ঘনিষ্ঠ অন্তৰংগতা স্থাপন কৰি কালিদাসে শৰত ঋতুক নতুন ভাব আৰু আয়তন দান কৰিছে। কাব্যৰ মূল সুৰ অটুট ৰাখি উপমেয় আৰু উপমানৰ মাজত নিগুঢ় সম্বন্ধ স্থাপন কৰি কল্পনাক মুক্তি দান কৰিব পৰাটো কালিদাসৰ ৰচনাৰ প্ৰদান বিশেষত্ব হৈ ধৰা দিছে।

কালিদাসৰ পৰৱৰ্তী কবি *ভাৰবিৰ কিৰাতাৰ্জুনীয়মৰ* 'শৰদ্বৰ্ণন' নামৰ চতুৰ্থ সৰ্গটো শৰতকালৰ বৰ্ণনাৰে মনোৰম। ইয়াত যক্ষই অৰ্জুনৰ আগত শৰত ঋতুৰ ৰূপ-লাৱণ্য বৰ্ণনা কৰিছে আৰু অৰ্জুনে স্বচক্ষে সেয়া উপভোগ কৰিছে। কবি ভাৰবিৰ দৃষ্টিত শৰত কালৰ পৃথিৱী পাণ্ডুবৰ্ণা ; যৌৱনা প্ৰিয়া স্বৰূপা। ভাৰবিৰ কল্পদৃষ্টিত শৰতকালৰ প্ৰাকৃতিক সৌন্দৰ্য উদ্ভাসিত হৈছে। দশম সৰ্গতো ভাৰবিয়ে ষড় ঋতুৰ বৰ্ণনা আগবঢ়াইছে। বৰ্ষা ঋতুৱে অৰ্জুনৰ তপোভংগ কৰিবলৈ অক্ষম হোৱাত শৰত ঋতু উপস্থিত হৈছে। এই শৰত ঋতুৱে কালিদাসৰ কল্পনাৰ 'নববধূ' গৰাকীৰ ৰূপ-লাৱণ্য লাভ কৰি সৌন্দৰ্যময়ী হৈ উঠিছে। (দ্ৰষ্টব্য ; কিৰাতাৰ্জুনীয়ম ; অৰ্জুনাবলোভন-প্ৰত্যাখানো ; দশম সৰ্গ।। ২৪।।)

*ৰবীন্দ্ৰনাথৰ* গীত, কবিতা, নাটিকা আদিত শৰতৰ ৰূপ-বৈভৱ বিচিত্ৰ ৰূপত প্ৰকাশিত হৈছে। শাৰদোৎসৱত ৰবীন্দ্ৰনাথৰ এক বিশেষ দৃষ্টিভংগী প্ৰকাশিত হৈছে।

কবিৰ দৃষ্টিত শৰতৰ প্ৰকৃতিৰ মাজত জগতৰ ঋণ পৰিশোধৰ মূৰ্ত্তি প্ৰকট হৈ উঠিছে। প্ৰকৃতিৰ প্ৰেম গ্ৰহণ আৰু প্ৰকৃতিক প্ৰেম দানৰ মাজেৰেহে মানৱ আৰু প্ৰকৃতিৰ মিলন সম্ভৱ হয়। শৰত প্ৰকৃতিয়ে কবি মানসত এনে এক নতুন প্ৰতীতীৰ জন্ম দিছে। শৰত প্ৰকৃতিৰ সৈতে মানৱ মনৰ সম্পৰ্ক স্থাপন, মেঘ আৰু শেৱালিৰ মাজত আসক্তিহীনতাৰ প্ৰতীক আৱিষ্কাৰ আদিয়ে নাটিকাখনিক বিশিষ্ট কৰি তুলিছে। ৰবীন্দ্ৰনাথে বিভিন্ন গীত আৰু কবিতাত শৰত ঋতুৰ বৈচিত্ৰ্যময় ছবি অংকন কৰিছে। শৰত কালৰ প্ৰকৃতিৰ বিতোপন সৌন্দৰ্য ৰাশি তেওঁৰ ৰচনাত প্ৰতিভাত হৈছে। তদুপৰি শৰতে কবিক আধ্যাত্ম চেতনা দান কৰিছে। শৰতৰ সৌন্দৰ্য-সুষমা সুন্দৰৰ বাঁহীৰ মায়াময় সুৰত ৰহস্যময় হৈ উঠিছে। কালিদাসৰ দৰে ৰবীন্দ্ৰনাথেও শৰতৰ নাৰীমূৰ্ত্তি কল্পনা কৰিছে। ৰবীন্দ্ৰনাথৰ দৃষ্টিত শৰত 'সাৰদ সুন্দৰী', 'শাৰদ-লক্ষ্মী' স্বৰূপা। (দ্ৰষ্টব্য; গীতবিতান ; গীত নং ১৬৯) ৰবীন্দ্ৰনাথে শৰতৰ বাহ্যিক সৌন্দৰ্য উপভোগত ক্ষান্ত নাথাকি অন্তৰ্নিহিত ৰহস্য অনুসন্ধান কৰিছে।

*নজৰুলৰ* গীতি-কবিতাতো শৰত কালিদাস, ভাৰবিৰ কল্পনাৰ 'নববধূ' গৰাকীৰ দৰে অনন্য *সুন্দৰী*। নজৰুলৰ দৃষ্টিত শৰত ৰাণী স্বৰূপা। (দ্ৰষ্টব্য ; নজৰুল-গীতি (অখণ্ড); গীত নং ৭০৬) শৰতৰ শীতল বতাহ, তৰাভৰা আকাশ, স্বপ্ন বিলাসিনী জোনে কবিৰ সৌন্দৰ্য দৃষ্টিত নিত্য নবীন ৰূপত উদ্ভাসিত হৈছে।

পৰ্যবেক্ষণ কৰি দেখা গ'ল ভাৰতীয় কবিৰ দৃষ্টিত শৰত ঋতুৱে মানৱীয় ৰূপ-লাৱণ্য লাভ কৰিছে এগৰাকী নাৰীৰ ৰূপত। ঠিক তেনেকৈ পাশ্চাত্য কবিৰ দৃষ্টিতো শৰতৰ নাৰী-মূৰ্ত্তি উদ্ভাসিত হৈছে। পাচ্য আৰু পাশ্চাত্য কবিসকলে শৰত ঋতুত চেতনৰ গুণ আৰোপ কৰি প্ৰকৃতি দৃষ্টিক প্ৰসাৰিত কৰিছে।

## অসমীয়া কবিতাত শৰতৰ ৰূপ

অসমীয়া সাহিত্যত *শংকৰদেৱৰ* বৰ্ণনাৰ মাজত শৰত প্ৰকৃতিৰ সৈতে মানৱ মনৰ সম্পৰ্ক চিত্ৰিত হৈছে। শংকৰদেৱে কীৰ্ত্তন ঘোষাত শৰতকালত উদ্‌যাপিত হোৱা ৰাসক্ৰীড়াৰ কাব্যিক বৰ্ণনা আগবঢ়াইছে। শৰতৰ সৌন্দৰ্য- সুষমাক আধাৰ কৰি কৃষ্ণ আৰু গোপীৰ মানসিক জগতত হোৱা ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ আভাস ইয়াত পোৱা যায়। শংকৰদেৱৰ বিভিন্ন ৰচনাৰ মাজত শৰত প্ৰকৃতিৰ ছবি চিত্ৰিত হৈছে। দশমৰ শৰৎ বৰ্ণনাত কবিয়ে শৰতৰ বৰ্ণাঢ্য ৰূপ অংকন কৰিছে। (শ্ৰীমদ্ভাগৱত ; দশম স্কন্ধ ; পদ ১২০৯-১২৩৯-১২৪০) বিভিন্ন উপমাৰ সহায়ত শৰতে কেনেকৈ আকাশ নিৰ্মল কৰে ; বোকা-পানী আঁতৰাই জীৱজন্তু, পশু-পক্ষীৰ বিপদ-বিঘিনি নাশ কৰি সৰল জীৱন প্ৰৱাহত সহায় কৰে

তাৰ বৰ্ণনা দাঙি ধৰিছে। শংকৰদেৱৰ শৰতৰ চিত্ৰৰূপময় বৰ্ণনাৰ মাজত গভীৰ উপলব্ধিৰ স্বাক্ষৰ পোৱা যায়। কবিৰ দৃষ্টিত শৰতৰ প্ৰকৃতিক সৌন্দৰ্য কেতিয়াবা আধ্যাত্মিক চেতনাৰ উৎস হৈ ধৰা দিছে। শৰৎকালৰ শৃংগাৰ ৰসাত্মক বৰ্ণনা *কেলি গোপাল* নাটতো পোৱা যায়। এনেদৰে দেখা যায় শংকৰদেৱৰ লিখনিত শৰতৰ সৌন্দৰ্য বীৰ আৰু শৃংগাৰ উভয় ৰসৰ বাবে উপযোগী হৈ উঠিছে।

মাধৱদেৱৰ ৰচনাত শংকৰদেৱৰ দৰে শৰতৰ ছবি আঁকাৰ প্ৰয়াস দেখা নাযায়। এটিমাত্ৰ ঘোষাত মাধৱদেৱে পৰোক্ষভাৱে শৰতৰ মহিমা ব্যক্ত কৰিছে;

কৰ্ণ পথে ভকতৰ হিয়াত প্ৰৱেশি হৰি
দুৰ্ব্বাসনা হৰা সমস্তয়।
জলৰ যতেক মল যেহেন শৰত কালে
স্বভাৱতে নিৰ্মল কৰয়।।

(কীৰ্তন আৰু নামঘোষা ; পদ ১৫)

মাধৱদেৱৰ মূল বক্তব্য হৈছে শৰতে যেনেকৈ জলৰাশি নিৰ্মল কৰে তেনেদৰে হৰিনামেও মানুহৰ মন নিৰ্মল কৰে।

**ৰমন্যাসিক কবিতাৰ শৰত**

প্ৰকৃতিৰ কাল পৰিৱৰ্ত্তনত দেখা দিয়া ছয় ঋতুৱে অসমীয়া ৰমন্যাসিক কবিৰ মন-প্ৰাণ স্পন্দিত কৰিছে। ৰমন্যাসিক যুগৰ কবিতাত প্ৰকৃতি-প্ৰীতিয়ে বিশেষ লক্ষণ হিচাপে স্থান লাভ কৰিছে। চন্দ্ৰকুমাৰ আগৰৱালাৰ সৃষ্টিশীল কল্পনাক শৰত প্ৰকৃতিয়ে অভিনৱত্ব দান কৰিছে। শৰতকালৰ নিয়ৰৰ মাজত কবিয়ে কোনোবা নৰ্ত্তকীৰ অন্তৰৰ প্ৰতিফলন আৰু নাচোনৰ চিহ্ন দেখা পাইছে—

ফুলনিত কোনে নিশা নাচিছিল,
ছিগি বৈ গ'ল মণি।
ৰঙ্গিলীৰ ভাৱ হাঁহি নাচোনৰ
ৰ'ল চিন এই কণি।

(নিয়ৰ ; চন্দ্ৰকুমাৰৰ কবিতা সমগ্ৰ ; পৃ. ৪৮)

সংখ্যাত তাকৰ হ'লেও ৰুদ্ৰৰাম গোস্বামীৰ এটি কবিতাত শৰতৰ ছবিখন উদ্ভাসিত হৈছে এনেদৰে—

নাচিছে পদুম কলি
বতাহত ঢলি ঢলি

আহিছে শৰত ঋতু মহানন্দ কৰি।
প্ৰভুৰ আদেশ ল'ই
পৱন সাৰথি হই
কঁপায় গছৰ পাত নৱ তেজ ধৰি।
(উষা ; ১ম বছৰ / ১৮২৮ শক)

চন্দ্ৰধৰ বৰুৱাৰ প্ৰকৃতি বিষয়ক কবিতা এটিতো শৰতৰ মনোৰম খণ্ড চিত্ৰ এখন পোৱা যায় ;

চাওঁতে ধুনীয়া মুখখনি
মিচিকি হাঁহিটি মাৰি মূৰ তল কৰি
কিয় ল'বা মেঘৰ ওৰণি।

ৰঘুনাথ চৌধাৰীয়ে কেতেকীৰ আগমনিত বসন্তৰ আগজাননী লাভ কৰাৰ দৰে দহিকতৰা, বালিমাহীৰ গীতত শৰতৰ আগমনি সংবাদ শুনিছে—

জহ গ'ল বৰ্ষা গ'ল আহিল শৰৎ
বিদ্যাধৰী চিত্ৰলেখা
খঞ্জনী দিলেহি দেখা
নাচে কত ছন্দ তুলি কৰুণ সুৰত
চমক লাগিলে কিনো নন্দন পুৰত।
(দ্ৰষ্টব্য; 'দহিকতৰা' ৰঘুনাথ চৌধাৰী ৰচনাৱলী; পৃ. ২৫৮)

'সাদৰী'ৰ অন্তৰ্ভুক্ত 'বিষাদ' কবিতাত শৰতৰ বিদায়ত প্ৰকৃতি জগত আৰু কবিৰ মন বিষণ্ণ হৈ উঠিছে। সেই বিষণ্ণতাৰ বুকুতে কবিয়ে আশাৰ সঞ্চাৰ কৰিছে। কবিৰ আশা প্ৰকৃতিৰ বুকুলৈ আকৌ এদিন শৰত আহিব, শেৱালি ফুলিব ; খঞ্জন পখীয়ে আকৌ নাচিব। সেয়ে হ'লেও কবিয়ে অনুভৱ কৰিছে কবিৰ জীৱনলৈ শৰত আৰু দুনাই নাহে।

ৰমন্যাসিক যুগৰ কবিতাৰ এক প্ৰধান বৈশিষ্ট্য হৈছে প্ৰকৃতিৰ বিভিন্ন উপাদানৰ বুকুত প্ৰিয়াৰ ৰূপৰ উপমাৰ সন্ধান। *অম্বিকাগিৰি ৰায়চৌধুৰীয়ে* শৰত প্ৰকৃতিৰ বুকুত প্ৰিয়াৰ ৰূপৰাশিৰ উপমা বিচাৰি পাইছে—

তুমি শৰতৰ কপালত
সুৱদি সন্ধিয়া নিৰমল
তুমি চাৰিফালে ভাহি ফুৰা
এফেৰি সুষমা সুবিমল।

(তুমি)

যতীন দুৱৰাৰ কবিতাত কবিৰ ব্যক্তিগত হৃদয় আৰু আবেগ-অনুভূতি মূল সুৰ ৰূপে প্ৰকাশিত হ'লেও দুই এটা কবিতাত শৰত প্ৰকৃতিৰ খণ্ডচিত্ৰও প্ৰকাশিত হৈছে। অথৰ্ববেদত আশীষ-বাণীৰ ৰূপত উদ্ভাসিত হোৱা শৰতৰ মহিমা দুৱৰাইও উপলব্ধি কৰিছে। প্ৰেয়সীৰ ৰূপ-গুণৰ সাদৃশ্য দুৱৰাই শৰত প্ৰকৃতিৰ বুকুতো বিচাৰি পাইছে। শৈলধৰ ৰাজখোৱাৰ কবিতাৰ মাজত পদুম-শেৱালিৰ সুকোমল সুৱাস, শাৰদী মলয়াৰ মৃদু পৰশণ, শাৰদী সন্ধিয়াৰ আৱেশৰ মাজত শৰতৰ একোটি খণ্ডচিত্ৰ উদ্ভাসিত হৈছে। শৰত প্ৰকৃতিৰ সৈতে কবিচিত্তৰ সম্পৰ্ক স্থাপিত হৈছে। শৰতে কবিলৈ অতীত স্মৃতিৰ সোঁৱৰণি আনে। ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ ৰোমান্টিক কল্পনাত শৰৎ দুৰ্গাদেৱীৰ জীয়ৰী। কবিৰ সূক্ষ্ম অনুভূতিক শৰতৰ শান্ত আৰু স্নিগ্ধ ৰূপে অভিনৱত্ব দান কৰিছে। শৰত-প্ৰকৃতিৰ সৌন্দৰ্য-শোভাত প্ৰেয়সীৰ অস্তিত্ব সন্ধান কৰা অন্য এজন কবি হৈছে লক্ষ্মীনাথ ফুকন।

তৃতীয় দশকৰ কবিসকলৰ কিছু সংখ্যক কবিৰ কবিতাত শৰতৰ ৰূপ-লাৱণ্য প্ৰকাশিত হৈছে। বিনন্দ চন্দ্ৰ বৰুৱাৰ অনুভৱত শৰত 'ৰূপহী সাদৰী' (শৰতৰ আৱাহন)। শৰতৰ আকাশৰ নীলা, নিয়ৰ, সোণালী ৰ'দ, পদুম ফুলেৰে ভৰা প্ৰকৃতিৰ শান্ত সমাহিত ৰূপে কবিৰ প্ৰাণ আলোড়িত কৰিছে। অতুল চন্দ্ৰ হাজৰিকাই 'শৰতৰ সুৰ' কবিতা পুথিত শৰতক লৈ কেইটামান কবিতা লিখিছে। সেয়া হৈছে 'শৰতৰ অভিষেক', 'শৰতৰ সমলয়' আৰু 'শৰতৰ সুৰধ্বনি'। হাজৰিকাই কবিতা শুকুলা ডাৱৰ, নিয়ৰ, শেৱালি, শৰত আকাশৰ ইন্দ্ৰধনু, সমূহত হালিজালি থকা কঁাহিবন, থুপি থুপি তৰা ফুলেৰে পৰিৱেষ্টিত শাৰদীয় সৌন্দৰ্য ৰাশিৰ ৰাজকীয় ৰূপ দাঙি ধৰিছে। উমেশ চৌধাৰীৰ উপলব্ধিত শৰতৰ শাৰদী নিশা সপোন-মিলনৰ সাক্ষী স্বৰূপ। নলিনীবালা দেৱীয়ে দুচকুত 'ৰামধেনু ৰূপী ৰূপছবি' অঁকা শৰতৰ সৌন্দৰ্য-শোভাত ৰহস্যময়ক অন্বেষণ কৰিছে। ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ কবিতাতো শৰতৰ সুশোভিত ধাননি পথাৰ, সেউজীয়া ঘাঁহনিত শেৱালিৰ সৰি পৰা সৌন্দৰ্য প্ৰকাশিত হৈছে।

শেষ ৰোমান্টিক স্তৰৰ কবি *গণেশ গগৈ*ৰ কেইবাটিও গীত আৰু কবিতাত শৰতে ভুমুকি মাৰিছে। কবিৰ প্ৰেম-ভৰা সোঁৱৰণ শৰতৰ বুকুত কৰুণ ৰূপত প্ৰকাশিত হৈছে;

সেই শৰতৰ কথা নানিবা মনত সখি
ভুলতো নাগাবা সেই প্ৰেমময় গান,
সেই সুৰ স্বৰগৰ অচঞ্চল, অনন্তৰ
মায়াময় মৰতত নাই তাৰ স্থান।

(দ্ৰষ্টব্য ; 'পাপৰি' ; গণেশ গগৈৰ ৰচনা সম্ভাৰ, পৃ. ৩৩৯)

*দেৱকান্ত বৰুৱা*য়ো শৰতৰ আকাশ ধিয়াই উৰা বগলীৰ উৰণত প্ৰেয়সীৰ লয়লাসপূৰ্ণ গতিৰ সন্ধান কৰিছে।

মনে মনে আহিবা লাহৰি! যিদৰে সন্ধ্যাৰ ছাঁ-ই
মনে মনে পৃথিৱী আৱৰে
লয়লাসে আহিবা সাদৰী! শৰতৰ আকাশত
বগলীৰ উৰণৰ দৰে।

(ৰঙা এটি কৰবীৰ ফুল)

এই সকল বিশিষ্ট কবিক আলোচনাৰ মাজলৈ অনা হৈছে যদিও শৰতকালৰ সৌন্দৰ্য বৰ্ণনা কৰা কবি অনেক আছে। উপৰোক্ত আলোচনাৰ জৰিয়তে শৰত ঋতুৰ প্ৰত্যক্ষ আৰু পৰোক্ষ উভয় প্ৰভাবেই ৰমন্যাসিক কবিতাসমূহত দেখা গ'ল। শাৰদীয় প্ৰকৃতিৰ বিভিন্ন উপাদানৰ উল্লেখ, শৰত প্ৰকৃতিৰ মাজত প্ৰিয়াৰ ৰূপ সন্ধান, কবিচিত্ত আৰু শৰত প্ৰকৃতিৰ মাজত সম্বন্ধ স্থাপন, শৰতৰ মাজেৰে স্মৃতি ৰোমন্থন, শৰত প্ৰকৃতিত মানৱীয় ৰূপৰ নিৰীক্ষণ ইত্যাদি লক্ষণসমূহ ৰমন্যাসিক কবিতাত প্ৰতিফলিত হৈছে। উল্লেখযোগ্য যে *পাৰ্বতিপ্ৰসাদ*ৰ বাদে অন্যান্য অসমীয়া ৰমন্যাসিক কবিসকলে বিশেষভাৱে শৰত ঋতুক কেন্দ্ৰ কৰি কবিতা লিখা নাই। পাৰ্বতিপ্ৰসাদৰ শৰত-কবিতা *শুকুলা ডাৱৰ ঐ কহুঁৱা ফুল*ত ৰূপ-বৈভৱ বৈচিত্ৰ্যময় আৰু ব্যঞ্জনামণ্ডিত হৈ প্ৰকাশিত হৈছে।

**পাৰ্বতিপ্ৰসাদৰ শৰত-কবিতা**

ভাৰতীয় কবিৰ দৰে অসমীয়া ৰমন্যাসিক কবিৰ দৃষ্টিত শৰত ঋতুৱে নাৰীৰ-সৌন্দৰ্য-সুষমা লাভ কৰিছে। শৰতৰ নিজস্বতা নাৰীমূৰ্তিৰ কল্পনাৰ মাজেৰে বিভিন্ন জনৰ কবিতাত প্ৰতিভাত হৈছে। কোনো কোনো কবিয়ে শৰত প্ৰকৃতিৰ বিভিন্ন উপাদানৰ সহায়েৰে কল্পনা-অনুভূতিক কাব্যিক ৰূপ দান কৰিছে। কোনোৱে শৰতৰ বহিঃ সৌন্দৰ্যৰ বৰ্ণনা দাঙি ধৰিছে। পাৰ্বতিপ্ৰসাদে শৰতৰ বহিঃ সৌন্দৰ্যত মুগ্ধ হৈ অন্তঃ সৌন্দৰ্যৰ সন্ধান কৰিছে।

পাৰ্বতিপ্ৰসাদৰ দৃষ্টিত শৰতৰ কেইবাটাও ৰূপ আৱিষ্কৃত হৈছে। সেয়া হৈছে—

(ক) পাৰ্বতিপ্ৰসাদৰ প্ৰথম দৃষ্টিত, শৰতে এটি *ফুল তোলা ল'ৰাৰ ৰূপ* লাভ কৰিছে।

অৰুণ জেউতী ভৰা
আহিনৰ ৰাতিপুৱা
হাতত কুকিটি লই
ভুমুকি মাৰিলে ধীৰে
এটি ফুল তোলা ল'ৰা।

(খ) দ্বিতীয় দৃষ্টিত, এই ফুল তোলা ল'ৰাটো *কোঁৱৰ* ৰূপে আৱিৰ্ভাব হৈ কবিৰ প্ৰাণক চমকিত কৰিছে।

বগা ডাৱৰৰে মূৰতে পাগুৰি
কোননো কোঁৱৰ আহি
দোকমোকালিতে মোৰে দুৱাৰতে
কিয় ভুমুকিয়ালেহি।

(গ) তৃতীয় দৃষ্টিত, শৰতকোঁৱৰ ৰহস্যময় *বাঁহী বাদকৰ* ৰূপত আৱিষ্কৃত হৈছে—

আজি মৃদু পৱনত ফুলৰেণু উৰে
কাৰ বাঁহীতান বাজে দূৰে দূৰে।

(ঘ) চতুৰ্থ দৃষ্টিত, শৰত কলা-বিশাৰদা *চিত্ৰলেখাৰ* ৰূপত অনন্য সুন্দৰী হৈ উঠিছে। চিত্ৰলেখাৰ নৃত্য আৰু চিত্ৰ-বিদ্যাৰ পৰশত শৰত প্ৰকৃতি ৰঙ উলাহেৰে ভৰি পৰিছে।

কোন চিত্ৰলেখা নাচে ছালি ধৰি
কাৰ স্বৰ্ণ নূপুৰ ৰুণুজুনু কৰি
থমকি থমকি বাজে সুৰে সুৰে।
সউ নীল গগনত ছায়া-ছবি লেখা
আঁকে ডাৱৰে ডাৱৰে সোণোৱালী ৰেখা
মোহিনী লেখনী কোনে ধৰি ফুৰে।

(ঙ) পঞ্চম দৃষ্টিত, শৰতে *লখিমী আইৰ* ৰূপ ধাৰণ কৰিছে।

আজি নীল আকাশত শুকুলা ডাৱৰৰ
ধূলি উৰুৱাই,
সৌ পদূলিয়ে আহিছে হ'বলা
শাৰদী লখিমী আই।

(চ) ষষ্ঠ দৃষ্টিত, পৰম সুন্দৰৰ *ৰঙা দুটি চৰণ* হৈ শৰতৰ সৌন্দৰ্য-সুষমাই পাৰ্বতিপ্ৰসাদক বিস্ময়-বিমুগ্ধ কৰিছে।

মেঘৰ সাঁচত অপৰূপৰ
ৰঙা দুটি চৰণ।

পাৰ্বতিপ্ৰসাদৰ শুকুলা ডাৱৰ ঐ কহুঁৱা ফুল শৰত ঋতুক কেন্দ্ৰ কৰি কবি-মানসত জাগি উঠা বিচিত্ৰ ভাব-অনুভূতি প্ৰকাশক এলানি শৰত কবিতা। এই কবিতা বোৰত কিছুমান বিশিষ্ট লক্ষণ প্ৰকাশিত হৈছে। পাৰ্বতিপ্ৰসাদৰ শৰত-কবিতাৰ বিশিষ্টতা সমূহ এনেধৰণৰ—

(ক) *সুৰৰ মাধ্যমেৰে শৰত প্ৰকৃতিৰ বুকুত আত্মীয়তাৰ সন্ধান*

পাৰ্বতিপ্ৰসাদে শৰত ঋতুৰ আগমনিৰ খবৰ পাইছে সুৰৰ যোগেদি। কবিৰ মনোজগতলৈ শৰত কোঁৱৰ আহিছে বাঁহীত সুৰ তুলি। কীট্‌ছৰ দৰে পাৰ্বতিপ্ৰসাদেও শৰতৰ এক নিজা-সংগীত আছে বুলি অনুভৱ কৰিছে;

বজালে আহিনে বাঁহী নে বীণ
সুৰত পালা নে চিন?

কবিয়ে এই সুৰত বৈৰাগ্যৰ ভাব দেখিবলৈ পাইছে। কবিৰ অনুভৱত শৰতৰ সুৰ নিৰাসক্তিৰ প্ৰতীক হৈ ধৰা দিছে।

বতাহত আহিছে ভাহি
কোন উদাসীৰ বাঁহী?
বনৰ আঁৰত কোন বৰাগীৰ বীণ।

আহিঁনৰ বাঁহীৰ সুৰত কবিৰ প্ৰাণ-বীণৰ বৈৰাগ্যৰ সুৰৰ সাদৃশ্য আছে। আহিনৰ বাঁহীৰ সুৰ আৰু কবিৰ জীৱন বীণৰ সুৰ একত্ৰে মিলিত হৈছে;

চিনো যেন চিনো যেন লাগে
মাটিত মেঘৰ সুৰ জাগে
বাঁহীৰ সুৰত যেন মিলিছে বীণ।

শৰত প্ৰকৃতিৰ, ৰূপ ৰস, গন্ধ, স্পৰ্শৰ মাজেৰে লাভ কৰা বিচিত্ৰ অনুভূতি প্ৰকাশৰ বাবে কবিয়ে সুৰৰ মাধ্যম গ্ৰহণ কৰিছে। সুৰৰ জৰিয়তে বহিঃ প্ৰকৃতিৰ সৈতে অন্তৰংগতা স্থাপন কৰিছে। সুৰ কবিৰ বৰাগী হৃদয়ৰ প্ৰাণ স্বৰূপ হৈ ধৰা দিছে। (বিৰিঞ্চি কুমাৰ বৰুৱা; আগকথা ; শুকুলা ডাৱৰ ঐ কইঁৱা ফুল; পৃ. ৩৫২) পাৰ্বতিপ্ৰসাদৰ শৰতৰ নৱৰস, নৱ সৌন্দৰ্য-সম্ভোগৰ তৃষ্ণা বাঢ়ি গৈ সুৰৰ মাধ্যমেৰে অসীমলৈ ধাৱমান হৈছে;

মোৰ বুকুৰ ধ্বনি
আজি অসীমত পায় সুৰ।
তু. মোৰ এই পিজঁৰাৰ অশান্ত পখীটি দেখোঁ
মিলি যাব খোজে অনন্তত
অসীমৰ অচিন বাটত

— নলিনীবালা দেৱী ; 'পৰমতৃষ্ণা'

পাৰ্বতিপ্ৰসাদৰ সৌন্দৰ্য-তৃষ্ণাৰ এয়াই তাৎপৰ্য। কবিয়ে শৰতৰ সৌন্দৰ্য ৰাশিৰ মাজত অনন্ত প্ৰেম আৰু সৌন্দৰ্যৰ সন্ধান পাইছে। পৰম সুন্দৰে শৰত-প্ৰকৃতিৰ সৌন্দৰ্যৰ যি 'ৰসময়ী মেলা'ৰ আয়োজন কৰিছে সেয়া উপভোগ কৰিব নোৱাৰি কবিয়ে আক্ষেপ কৰিছে;

মোৰ জীৱন বীণৰ তাঁৰত নুঠিছে
তোমাৰ সুৰৰ ঢৌৰ খেলা।

(খ) *শৰত-প্ৰকৃতিৰ সৈতে আশা-আনন্দৰ সম্বন্ধ স্থাপনঃ*

পাৰ্ৱতিপ্ৰসাদৰ শৰত ঋতুৰ প্ৰতি ভালপোৱা অসীম। কবিৰ মন আৰু হৃদয়ক শৰতে প্ৰভাৱিত কৰিছে। কবিৰ হৃদয়ৰ আশা-আনন্দ, সুখ-দুখ, আৱেগ-অনুভূতিয়ে বিচিত্ৰতা লাভ কৰিছে শৰত কালতে। পাৰ্ৱতিপ্ৰসাদৰ সৌন্দৰ্যান্বেষী মনত শৰত প্ৰকৃতি আনন্দদায়িনী। শৰত ঋতুৱে প্ৰকৃতিজগত আৰু মানৱ জগতলৈ অফুৰন্ত সৌন্দৰ্য কঢ়িয়াই আনে।

আজি ৰঙৰে দিনতে কিহৰ ঐ চিতনি
থৈ দে ঘৰৰ কাম ;
শেৱালিৰ মালা পিন্ধি নাচোঁহক
লগাই দে বিহুৰ নাম।

কবিৰ কল্পনাপ্ৰৱণ মন আৰু সৌন্দৰ্য তৃষ্ণাত শৰত আৰু বসন্তৰ আনন্দ একীভূত হৈছে। শৰতৰ সৌন্দৰ্য-সুধা পান কৰি পাৰ্ৱতিপ্ৰসাদৰ মনে মুক্ত বিহংগৰ দৰে কল্পনাৰ ডেউকা মেলি শূন্যত উৰি ফুৰিব খোজে ;

কোনোবা পৰীৰ
ডেউকা দুখনি
মনে মনে কৰি চুৰ
আজি শূইনত
পাখি ধপেধপাই
উৰি ফুৰে মন মোৰ।

ৰঘুনাথ চৌধাৰীয়ে দহিকতৰাৰ মাতত শৰতৰ আগমনি সম্বাদ শুনাৰ দৰে পাৰ্ৱতিপ্ৰসাদৰ অচিন পখীৰ পুৱতী গীতত শৰতৰ সম্বাদ পাই মন পুলকিত হৈ উঠিছে।

কিনো পখীয়ে পুৱতী গালে
নিচিনিলো তাৰ মাত
নিশা হ'ল পৰভাত
সাৰ পাই উঠি খিৰিকী মেলি
চালো বাহিৰ খন
কিনো সুন্দৰ ধৱলী বৰণ
চমকি উঠিলে মন।

কালিদাসৰ দৃষ্টিত শৰতৰ পৃথিৱী 'বন্ধুক ফুলৰ ৰঙা ৰঙেৰে ৰাঙলী'। ভাৰবিৰ দৃষ্টিত শৰত কালৰ পৃথিৱী 'পাণ্ডুবৰ্ণা'। ৰবীন্দ্ৰনাথৰ দৃষ্টিত শৰত 'শুভ্ৰ বৰণা' আৰু পাৰ্বতিপ্ৰসাদৰ দৃষ্টিত শৰতৰ পৃথিৱী 'ধৱলী বৰণা'। এই ক্ষেত্ৰত ভাৰবি আৰু পাৰ্বতিপ্ৰসাদৰ ভাবৰ সমধৰ্মিতা লক্ষ্য কৰা যায়।

ষড়ঋতুৰ আৱিৰ্ভাৱৰ ফলত পৃথিৱীত যি ৰূপ, বৈচিত্ৰ্য উদ্ভাসি উঠে এই বৈচিত্ৰ্যময় সৌন্দৰ্যই মানুহৰ মনকো বিভিন্ন ভাৱেৰে আন্দোলিত কৰে। শৰতৰ বিচিত্ৰ ৰূপ-ৰাশিয়ে পাৰ্বতিপ্ৰসাদৰ মন আৰু হৃদয় আন্দোলিত কৰিছে। আহিনৰ সৰা-শেৱালি, কুঁৱলী; বননিত লাগি ৰোৱা নিয়ৰ কণা ; জোনাকৰ শীতলতা ; নীলা আকাশৰ বুকুৰেদি ডাৱৰৰ অহা-যোৱাৰ দৃশ্য আদিয়ে কবি মানসত অপূৰ্ব ভাব-অনুভূতিৰ উদ্ৰেক কৰিছে। ৰঙ-আনন্দৰ পৰিপূৰ্ণ অনুভূতিত কবিৰ মন আকুল হৈ উঠিছে।

বুকুৰে মাজৰে পগলা বৰাগী
ৰঙতে নাচিলো আজি

কবিৰ অনুভৱত শৰত হৈ উঠিছে নতুন উদ্যম আৰু প্ৰেৰণাৰ প্ৰতীক।

দেহৰ মনৰ এলাহ জড়তা
সকলো হ'ল বিলীন।

শৰতে কবিৰ প্ৰাণত প্ৰেমৰ সঞ্চাৰ কৰিছে; 'আজি শৰতৰ পৰুনত উটা/মালতীৰ মাচে / বোৱায় প্ৰেমৰ পগলা সোঁতা।'

(খ) *শৰত ঋতুৰ* সৈতে কবিৰ একাত্মতাৰ উপলব্ধি ঃ শৰতৰ বুকুত আত্মীয়তা সন্ধান কৰি পাৰ্বতিপ্ৰসাদে এক নতুন প্ৰত্যয় লাভ কৰিছে। শৰত ঋতু আৰু কবিৰ আত্মা অভিন্ন। পাৰ্বতিপ্ৰসাদে শৰতৰ সৈতে অন্তৰংগতাৰ পৰিচয় এনেদৰে দিছে —

বৰষুণ হৈ নামো সৰগৰ পৰা
শইচ সেউজী কৰোঁ ধৰা
সোণোৱালী ৰেঘা লৈ
বৰণ সলাও গৈ
গধূলি যেতিয়া বুৰে বেলি
নীলিমাৰ আঁৰে আঁৰে লুকালুকি খেলি।

প্ৰকৃতিও কবিৰ প্ৰতি সহৃদয়া। কবি আৰু প্ৰকৃতিৰ পাৰস্পৰিক সাহচৰ্যৰ ছবিখন তেওঁ এনেদৰে দাঙি ধৰিছে;

শেৱালি পাহিয়ে মোক চিনি পায়
ৰাঙল কলিয়ে মোৰ গুণ গায়

প্ৰিয়ৰ বাতৰি কাণত বিলাই
মই কাষে কাষে উৰোঁ
নিজান বনত অনাই বনাই ফুৰোঁ।

শৰতৰ সেউজীয়া জীৱন ৰসে কবিৰ হৃদয় জুব কৰিছে;

এই সেউজীয়া জীৱন ৰসেৰে
পিয়াহী হৃদয় পৰিছে জুব।

(গ) *পৃথিৱীৰ সৈতে শৰতৰ সম্বন্ধ* ঃ পাৰ্বতিপ্ৰসাদে শৰত ঋতুৰ প্ৰভাৱত পৃথিৱীৰ নৃত্য-চঞ্চল ৰূপ প্ৰত্যক্ষ কৰিছে। কবিয়ে অনুভব কৰিছে পৃথিৱীলৈ শৰত আহে বন-বনান্তৰত গীতৰ ঢৌ তুলি।

পূবপিনে ফুলনিত
জগাই বনৰ গীত
আহিছে দূবৰি বন কঁপাই কঁপাই
নিশাৰ নিয়ৰ পৰা।

শৰতৰ আগমনিত পৃথিৱী আনন্দত মতলীয়া হয়। কবিৰ কল্পনাত শৰতৰ কঁহুৱাবন বিহুৱতী গাভৰুলৈ ৰূপান্তৰ হৈছে।

আজি লুইতৰ সিপাৰৰ
কঁহুৱা বনতে
নাচনী উঠিছে জাগি
ইপাৰৰ ধাননিত
কঁপনি উঠিছে
বতাহৰে ঢৌ লাগি।

পাৰ্বতিপ্ৰসাদে অনুভৱ কৰিছে শেৱালিৰ বাবে ফুলাৰ আকাংক্ষাতকৈ সৰাৰ আনন্দহে তীব্ৰতৰ। দূবৰিৰ সৈতে শেৱালিৰ মিলন আকাংক্ষা কবিৰ চকুত ধৰা পৰিছে—

দূবৰি বনত মিলিবৰ আশে
পুৱাৰ শেৱালি পাহি
বাট চাই আছে কুৰুৱা বতাহ
সৰুৱাই যোৱাহি আহি।

শৰত আৰু শেৱালিৰ অন্তৰংগতাৰ ছবিখনো পাৰ্বতিপ্ৰসাদে আঁকি উলিয়াইছে;

শেৱালিৰ ঢোপাকলি
আপুনি উঠে ফুলি;

উদ্ভিদ জগতৰ দৰে প্ৰাণী জগততো পাৰ্বতিপ্ৰসাদে সেই একে আনন্দবিভুৰ ৰূপ প্ৰত্যক্ষ কৰিছে—

পুৱা আকাশত তুলিছেহি ঢৌ
সখীয়তী হালে
বৰষি বুকুৰ সুৰদী মৌ।

শৰত ঋতুৰ সৈতে মানৱ জগত, উদ্ভিদ জগত আৰু প্ৰাণী জগতৰ শান্ত নিবিড় সম্বন্ধ পাৰ্বতিপ্ৰসাদে আৱিষ্কাৰ কৰিছে। শৰত ঋতুৰ মায়াময় আৱেশ ভৰা পাৰ্থিৱ সৌন্দৰ্যৰ ছবিখন পাৰ্বতিপ্ৰসাদৰ কল্পনা আৰু অনুভৱত অপূৰ্ব মনোহৰ হৈ উঠিছে;

শাৰদী সন্ধিয়াৰ জোনাকী মেল
নিৰলা জীৱনৰ ক্ষণিক খেল।
তপনে আনে দিন জোকাৰি বায় বীণ
কৰমী সুৰ বায় কৰমী সুৰ
জোনায়ে তৰে পাল সিয়ো যে লাগে ভাল
নিশাটি জুৰ হে নিশাটি জুৰ।

(ঘ) *শৰতৰ পোহৰৰ উপাসনা ঃ* শৰতৰ সোণালী পোহৰে পাৰ্বতিপ্ৰসাদক নিঃসংশয়ে জীয়াই থকাৰ প্ৰেৰণা যোগাইছে। অন্ধকাৰৰ নৈঃশব্দৰ অন্তত শৰতৰ সোণৰ পোহৰে কবিৰ প্ৰাণত সুৰৰ সঞ্চাৰ কৰিছে। শৰতে এন্ধাৰ বিনাশি, মনৰ সংশয় ভ্ৰান্তি গুচাই পোহৰৰ পথেৰে বাট বুলি যাবলৈ কবিক উদ্বুদ্ধ কৰিছে।

জয় জয় জয় পোহৰৰ
পুণ্য জেউতি সৰগৰ
পোহৰৰ বাট চিনি পাই
আগুৱাওঁ জয় গান গাই
আঁতৰক ভ্ৰান্তি মনৰ।

পাৰ্বতিপ্ৰসাদৰ উপলব্ধিত শৰত ঋতু পোহৰৰ অন্যতম উৎস। প্ৰকৃতিৰ কাল পৰিৱৰ্তনৰ লগে লগে শৰতে পোহৰ বিলাবলৈ পৃথিৱীলৈ আহে। এটি ৰূপকৰ মাজেৰে কবিয়ে পোহৰৰ জয় ঘোষণা কৰিছে এনেদৰে—

ডাৱৰৰ যুজঁতে সূৰুয জিকিলে
এন্ধাৰ ক'ৰবালে গ'ল
পোহৰৰ কাঁড়েৰে ডাৱৰ সৰকালে
বতৰ ফৰকাল হ'ল।

কবিয়ে উপলব্ধি কৰিছে পোহৰ-এন্ধাৰৰ লীলাই বিশ্বৰ চিৰন্তন ৰহস্য ;

জ্যোতিকণা গ'লে সকলো এন্ধাৰ
অনন্ত নীৰৱ ৰাতি।

(ঙ) *শৰতৰ সৌন্দৰ্যৰ মাজেৰে চিৰসুন্দৰৰ সৌন্দৰ্য ধ্যান* ঃ পাৰ্বতিপ্ৰসাদে শৰত ঋতুৰ অনন্ত সৌন্দৰ্য ৰাশিৰ মাজত চিৰসুন্দৰৰ সৌন্দৰ্যৰ বিচ্ছুৰণ উপলব্ধি কৰিছে। দৃশ্য জগতৰ অসীম সৌন্দৰ্যৰ মাজত অনুভৱ হোৱা অপৰূপ আৰু অতীন্দ্ৰিয় সত্তা কবিয়ে অন্তৰত উপলব্ধি কৰিছে।

**পাৰ্বতিপ্ৰসাদৰ শৰত-দৃষ্টিৰ বিশিষ্টতা**

পাৰ্বতিপ্ৰসাদে শৰত-প্ৰকৃতিৰ প্ৰেম, সৌন্দৰ্য আৰু আনন্দৰ মাজত বিস্ময়বোধ আৰু বৈচিত্ৰ্যময় অনুভূতি লাভ কৰিছে। বিশেষকৈ শৰতৰ শান্ত-সমাহিত ৰূপে কবিক মুগ্ধ কৰিছে। শৰত প্ৰকৃতিৰ শান্তৰূপৰ উপলব্ধিয়ে পাৰ্বতিপ্ৰসাদৰ কাব্য-চেতনাক উজ্জীৱিত কৰিছে। বিভিন্ন ঋতুৰ প্ৰতি কবি আকৰ্ষিত হ'লেও শৰত ঋতুৰ সৌন্দৰ্য-সম্পদৰ প্ৰতি কবি বিশেষভাৱে আকৰ্ষিত হৈছে। শৰতৰ সৌন্দৰ্যময় ৰূপৰ মাজেদি কবিয়ে জীৱন দৰ্শন লাভ কৰিছে।

দূবৰি বনৰ নিয়ৰৰ টোপাত
পোহৰ ওলমি ৰয়
হাতেৰে ধৰিলে পোহৰ সৰি পৰে
বৰাগী বলিয়া হয়।

শৰতৰ মাজেৰে লাভ কৰা আনন্দ-অনুভূতি-উপলব্ধিক কবিতা সমূহত ৰূপায়ণ কৰিছে। কালিদাস, কীট্‌ছ, ৰবীন্দ্ৰনাথ আদি বিশিষ্ট কবিসকলৰ কবিধৰ্মৰ সৈতে পাৰ্বতিপ্ৰসাদৰ ভাবৰ সমধৰ্ম স্থাপিত হৈছে। পাৰ্বতিপ্ৰসাদৰ শৰত-দৃষ্টিৰ বিশিষ্টতা প্ৰকাশিত হৈছে শৰতৰ সৌন্দৰ্য-সুষমাৰ মাজেৰে লাভ কৰা ৰহস্যময় উপলব্ধিত।

# ছয়

# ৰহস্যবাদ আৰু পাৰ্ৱতিপ্ৰসাদৰ কবিতাত ৰহস্যবাদী ভাবনা

পাৰ্ৱতিপ্ৰসাদে প্ৰকৃতিৰ ৰূপময় বৈচিত্ৰ্যৰ সৌন্দৰ্য অন্বেষণ কৰি এটি সংগতি আৱিষ্কাৰ কৰিছে। তেওঁ জগতৰ আভ্যন্তৰত এক পৰম সত্তাৰ অস্তিত্বৰ সন্ধান পাইছে। বিশ্ব প্ৰকৃতিৰ প্ৰতি এনে ৰহস্যময় দৃষ্টি নিক্ষেপণৰ জৰিয়তে পাৰ্ৱতিপ্ৰসাদৰ কবিমানসত ৰহস্যবাদী ভাবৰ জন্ম হৈছে।

**ৰহস্যবাদৰ স্বৰূপ আৰু পৰম্পৰা**

ৰহস্যবাদে এটি বিশিষ্ট ধাৰাক প্ৰতিনিধিত্ব কৰে। মানৱ অন্তৰৰ চিৰ ৰহস্যময় চিৰন্তন প্ৰশ্নৰ সমাধান বিচাৰি ৰহস্যবাদী ভাবধাৰা আগবাঢ়ে। ইংৰাজী Mysticism শব্দটোৰ প্ৰতিশব্দ ৰহস্যবাদ বা অতীন্দ্ৰিয়বাদ। এই শব্দটো সমপৰ্যায়ৰ বৈশিষ্ট্য সম্পন্ন দুটা জাৰ্মান শব্দৰ পৰা আহিছে। এটা হ'ল Mystizismus আৰু আনটো হ'ল Mystic. প্ৰথমটোৱে অলৌকিক ধৰ্মমত সম্পন্ন দিব্যজ্ঞানক অনুধাৱন কৰি আত্মাৰ উৎকৰ্ষ সাধনৰ প্ৰচেষ্টাক বুজায় আৰু পিছৰটোৱে জীৱাত্মা আৰু পৰমাত্মাৰ মিলন অভিজ্ঞতাক বুজায়। (Encyclopedia of Religion and Ethics ; (Vol. IX); Ed. James Hastings; p. 83) আনহাতে ইংৰাজী Mysticism শব্দটোৱে দুটা অৰ্থ নিৰূপন কৰে। ই ঈশ্বৰৰ লগত মিলনৰ প্ৰথম অভিজ্ঞতাক বুজায় আৰু দ্বিতীয়তে, ঈশ্বৰতত্ত্ব আৰু দৰ্শন শাস্ত্ৰৰ মতবাদ অনুযায়ী পৰম সত্তা বা ঈশ্বৰৰ লগত আত্মাৰ সাম্ভাব্য একাত্মতা স্থাপনৰ ভাব দ্যোতনা কৰে। সৰল কথাত ৰহস্যবাদ বিজ্ঞান আৰু একান্তলৈ একান্তৰ অভিযান। আন এচাম পণ্ডিতে ৰহস্যবাদৰ ইংৰাজী প্ৰতিশব্দ Mysticism শব্দটো গ্ৰীক ভাষাৰ শব্দ Muco ৰ পৰা আহিছে বুলি ক'ব খোজে। এই শব্দৰ অৰ্থ - 'joining together the edge of a wound'. ইয়াৰ অৰ্থৰ

আঁৰত আছে মানুহৰ সৰ্বশক্তিমানৰ সৈতে একীভূত হ'বৰ বাসনা। (কৰবী ডেকা হাজৰিকা; 'অসমীয়া কবিতাত বাদ-বৈচিত্ৰ্য ; অসমীয়া কবিতা ; পৃ. ৫২)

হিন্দুৰ দৰ্শন শাস্ত্ৰতো অব্যক্ত, অসীম, অদৃশ্য বিৰাট শক্তিৰ কল্পনা কৰা হৈছে। একমাত্ৰ আধ্যাত্মিক চিন্তাৰ জৰিয়তে ভগৱানৰ প্ৰতি থকা প্ৰেমৰ প্ৰকাশেই ভগৱৎ প্ৰেম। এই প্ৰেম পঞ্চনেন্দ্ৰিয়ৰ উৰ্দ্ধত। ৰহস্যবাদী কবিয়ে দৈৱী অনুভূতি বা বোধৰ দ্বাৰা পৰম পুৰুষ আৰু পাৰ্থিৱ জগতৰ মাজত একাত্মবোধ উপলব্ধি কৰিব পাৰে। অতীন্দ্ৰিয়বাদ আৰু ৰহস্যবাদ সমপৰ্যায়ৰ বৈশিষ্ট্য সম্পন্ন দুটি শব্দ। সহজ কথাত অতীন্দ্ৰিয়বাদ হৈছে ইন্দ্ৰিয়ৰ অতীত অনুভূতিৰ প্ৰকাশ। পঞ্চ ইন্দ্ৰিয়ৰ দ্বাৰা চৰমসত্য প্ৰকাশ কৰা অসম্ভৱ বাবে ৰহস্যবাদী সকলে এক দৈৱ অনুভূতি বা বোধশক্তিৰ আশ্ৰয় লয়। ক্ৰমান্বয়ে অসীম ৰহস্যৰ আঁৰত থকা অসীম শক্তিৰ উৎস সন্ধানত ৰত হয়। ৰহস্যবাদী কবিয়ে জগতৰ অন্তৰালত এক পৰম শক্তিক অনুভব আৰু স্বীকাৰ কৰি লয়। এই সকল কবিয়ে বিশ্ব-জগতৰ জড় আৰু চৈতন্যৰ মাজত ঐক্যৰ সন্ধান পায়। ৰহস্যবাদী বা অতীন্দ্ৰিয়বাদীসকলে সকলো সত্তাৰ মূলতে এক পৰম সত্তাৰ অস্তিত্ব উপলব্ধি কৰে।

*ৰহস্যবাদী ভাবধাৰাৰ পৰম্পৰা ঃ* ভাৰতীয় ৰহস্যবাদ বেদ, উপনিষদৰ লগত সংপৃক্ত। উপনিষদৰ ৰহস্যবাদ দাৰ্শনিক আৰু মধ্যযুগৰ ৰহস্যবাদ অভিমূলক। মধ্যযুগৰ ৰহস্যচিন্তা ধৰ্ম আন্দোলনৰ মাজেৰে প্ৰকাশিত আৰু প্ৰসাৰিত হৈছে। মধ্যযুগীয় ভাৰতীয় সাহিত্যত বিশেষকৈ বংগদেশৰ বাউল সংগীত আৰু পদাৱলী গীতত ৰহস্যবাদৰ সুৰ শুনা যায়। চৰ্যাপদ সমূহকো গূঢ় ৰহস্যৰ ভাব-চিন্তাই বিশিষ্টতা প্ৰদান কৰিছে। অসমীয়া লোক-সাহিত্য যেনে দেহ-বিচাৰ গীত, টোকাৰী গীত আদিতো ভকতীয়া ৰহস্যবাদৰ সুৰ বিদ্যমান। ভাৰতীয় ভক্তি আন্দোলনৰ মূলতে আছে ভাগৱত গীতা আৰু ভাগৱত পুৰাণৰ ৰহস্যবাদৰ ধাৰণা। অসমত শংকৰদেৱ আৰু মাধৱদেৱৰ ৰচনাসমূহে ভক্তি মূলক ৰহস্যবাদৰ ভাবধাৰাক বিস্তৃতি দান কৰিলে।

প্ৰাচ্য কবিসকলৰ দৰে পাশ্চাত্য কবিসকলৰ কবিতাত অপাৰ্থিৱ সৌন্দৰ্যৰ ইংগিতময় প্ৰকাশ লক্ষ্য কৰা যায়। এই অপাৰ্থিৱ সৌন্দৰ্যৰ উৎস সন্ধানৰ মাজেৰে আৱিষ্কাৰ কৰা আধ্যাত্মিক শক্তিৰ ব্যঞ্জনাময় প্ৰকাশ কবিতা সমূহত অনুভৱ কৰা যায়। শ্যেলী, ৱৰ্ডছ্ৱৰ্থৰ বহুতো কবিতাৰ মাজত ঐশী শক্তিৰ ঐক্যতানৰ অনুভৱ - অভিজ্ঞতা প্ৰকাশিত হৈছে। অসমীয়া ৰোমান্টিক কবিসকলৰ চিন্তা-অনুভূতিৰ মাজত প্ৰাচ্যদৰ্শনৰ প্ৰতিফলন অনুভৱ কৰা যায়। ইয়াৰ মূলতে আছে আধ্যাত্মিকতাৰ পৰম্পৰাগত প্ৰৱহমানতা। প্ৰাচীন ধৰ্মগ্ৰন্থ, মহাকাব্য আৰু ভাৰতীয় দৰ্শনৰ প্ৰভাৱেৰে পুষ্ট বিভিন্ন আখ্যান-উপাখ্যানৰ মাজত প্ৰতিফলিত আধ্যাত্ম-চেতনাই অসমীয়া ৰোমান্টিক

কবিসকলকো প্ৰভাবান্বিত কৰিছে। সেয়ে অসমীয়া ৰোমান্টিক কবিতাত ভগৱৎ প্ৰেমৰ অনুভূতি-অভিজ্ঞতাৰ ব্যঞ্জনামণ্ডিত প্ৰকাশ লক্ষ্য কৰা যায়। ভাৰতীয় ঐতিহ্যৰ প্ৰতি থকা গভীৰ বিশ্বাস আৰু ভাৰতীয় দাৰ্শনিক চিন্তাৰ মূল সুৰৰ সন্ধান— এই দুয়োটি দিশে অসমীয়া ৰোমান্টিক কবিসকলৰ চিন্তা-চেতনাক গভীৰতা আৰু বিশালতা প্ৰদান কৰিছে। ভগৱানেই একমাত্ৰ সত্য 'ব্ৰহ্মসত্য জগন্মিথ্যা'- এনেধৰণৰ ৰহস্যময় ভাব-চিন্তাৰে এই যুগৰ কবিসকলৰ কবিতা সমৃদ্ধ। ঈশ্বৰৰ প্ৰতি থকা অনুৰাগ্য মধুৰ ভাব-চিন্তাৰ প্ৰকাশ, সৃষ্টিৰ সকলো পদাৰ্থৰ মাজত স্ৰষ্টাৰ মহিমা উপলব্ধি, হৃদয়-দেৱতাৰ সান্নিধ্যৰ প্ৰতি থকা ব্যাকুলতা, ঈশ্বৰৰ ওপৰত আত্ম নিবেদনৰ একাগ্ৰতা, মৃত্যুৰ মাজেৰে পৰমজনক পোৱাৰ কামনা, পৰমপুৰুষৰ প্ৰতি অটল আস্থা আৰু অকৃত্ৰিম ভক্তি, আত্মাক প্ৰেমময় জ্ঞান, বিশ্বসৌন্দৰ্যৰ মাজত বিশ্বাত্মাবোধৰ জাগৰণ, প্ৰকৃতিৰ বুকুত এক বিৰাট সত্তাৰ অস্তিত্বৰ উপলব্ধি আৰু ভগৱৎ প্ৰেমৰ ৰমনীয় অনুভৱেৰে এই শ্ৰেণীৰ কবিতা বিশিষ্ট। এই শ্ৰেণীৰ কবিতাত সীমাৰ মাজত অসীম সন্ধান, ভক্ত আৰু ভগৱানৰ অভিন্নতাৰ অনুভৱ, মিলনানন্দৰ অভিজ্ঞতাৰ প্ৰকাশ বিচিত্ৰ।

উল্লেখযোগ্য যে এই যুগৰ বহুজন কবিৰ চিন্তা-চেতনা আধ্যাত্ম-চেতনাৰে সমৃদ্ধ হ'লেও প্ৰতিজন কবিৰ ভগৱৎ-প্ৰেমে আধ্যাত্মিক স্তৰ অতিক্ৰম কৰি ৰহস্যবাদী সুৰ-সাগৰত বিহাৰ কৰিব পৰা নাই। সেয়ে এই যুগৰ কিছুমান কবিতা আধ্যাত্ম-চেতনা সমৃদ্ধ, কিছুমান ক্ষীণ মিষ্টিক সুৰীয়া আৰু কিছুমান ৰহস্যবাদী ভাবধাৰাৰ গভীৰতা, আন্তৰিকতা আৰু প্ৰাচুৰ্যৰে পৰিপুষ্ট ৰহস্যময়তাৰে মহিমামণ্ডিত। এনেবোৰ বিচাৰ-বিশ্লেষণেৰে অসমীয়া ৰোমান্টিক কবিতাৰ আধ্যাত্ম ভাবপুষ্ট কবিতা সমূহক ৰহস্যবাদী কবিতা আৰু আধ্যাত্ম-চেতনা সমৃদ্ধ কবিতা- এই দুটি শ্ৰেণীত বিভক্ত কৰিব পাৰি। মুঠ কথাত, ৰহস্যবাদৰ মূল কথা হৈছে ৰহস্য উপাসনা বা ধ্যান ; বোধিচিত্তত পৰমানন্দ স্বৰূপৰ উপলব্ধি ; অন্তৰ্দৃষ্টিৰে লাভ কৰা ৰহস্যময় অভিব্যক্তি।

### অসমীয়া ৰোমান্টিক কবিতাত ৰহস্যবাদী চিন্তাৰ প্ৰকাশ

ভাৰতীয় দৰ্শনৰ দ্বাৰা পৰিপুষ্ট মনৰ অসমীয়া কবিৰ কবিতাত ৰহস্যবাদী চিন্তাৰ প্ৰথম প্ৰকাশ দেখা গ'ল ৰোমান্টিক যুগত। *অম্বিকাগিৰী ৰায়চৌধুৰীৰ* 'তুমি' আৰু 'বীণা' কাব্যত প্ৰেমৰ ভাব-অনুভূতিৰ মাজেৰে ৰহস্যবাদৰ কোমল সুৰ প্ৰকাশিত হৈছে। নীলমণি ফুকনৰ 'সন্ধানী' কাব্যত জগতৰ খণ্ড-সৌন্দৰ্যৰ অন্তৰালত এক মহান সত্তাৰ বৈচিত্ৰ্য পূৰ্ণ অভিব্যক্তিৰ ধাৰণা প্ৰকাশিত হৈছে। দুৰ্গেশ্বৰ শৰ্মাই 'অঞ্জলি' আৰু 'নিবেদন'ৰ কিছুমান কবিতাত দাৰ্শনিক উপলব্ধিক পৰিচিত চিত্ৰৰ মাজেদি কবিতাত প্ৰকাশ দান

কৰিছে। ৰত্নকান্ত বৰকাকতীৰ 'শেৱালি' আৰু 'চন্দ্ৰহাৰৰ' কিছুমান কবিতাত মিষ্টিক সুৰ শুনা যায়। ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ 'ফুলৰ শৰাই' আৰু 'প্ৰাণৰ পৰশ' - এই দুখন খণ্ড কবিতাৰ পুথিত আধ্যাত্মিক দৃষ্টিৰ অভিব্যক্তি দেখা যায়। এইসকল কবিৰ ৰহস্যবাদী চিন্তাৰ সাধাৰণ বৈশিষ্ট্য হৈছে - জগতৰ সৌন্দৰ্যৰ বিচিত্ৰতাৰ মাজত বিশ্বস্ৰষ্টাৰ আত্মপ্ৰকাশ, ৰূপৰ মাজত অপৰূপৰ সন্ধান, সীমাৰ মাজত অসীমৰ সন্ধান, আত্মাৰ অবিনশ্বৰতা, জন্মান্তৰবাদ আদি দাৰ্শনিক চিন্তাৰ প্ৰকাশ। ৰহস্যবাদৰ বিভিন্ন লক্ষণ প্ৰকাশিত হ'লেও এই সকল কবিৰ কবিতাত নলিনীবালা দেৱী আৰু পাৰ্বতিপ্ৰসাদৰ কবিতাৰ দৰে ৰহস্যবাদী ভাবৰ ক্ৰমবিকাশ দেখা নাযায়। অসমীয়া ৰমন্যাসিক কবিতাত ৰহস্যবাদী ভাবধাৰাৰ সৰ্বোচ্চ বিকাশ ঘটে নলিনীবালা দেৱীৰ কবিতাত। 'সন্ধিয়াৰ সুৰ'ত আত্মপ্ৰকাশ কৰা আধ্যাত্মিক সুৰ সমগ্ৰ কাব্যৰ মাজেদি ক্ৰমবিকাশ লাভ কৰে। চিৰসুন্দৰৰ সৌন্দৰ্যৰ অনুভৱ, আকৰ্ষণ, অন্বেষণেই সৰহভাগ কবিতাৰ প্ৰতিপাদ্য বিষয়। নলিনীবালা দেৱীৰ অতীন্দ্ৰিয় ভাব ৰাশি ভগৱৎ-মিলন কামনাৰ মাজেদি ক্ৰমবিকশিত হৈ মিলন প্ৰাপ্তিৰ অৱস্থা লাভৰ মাজত পৰিণতি লাভ কৰিছে। পাৰ্বতিপ্ৰসাদৰ কবিতাতো দেখা যায় বিশ্ব সুৰৰ উৎস বিচাৰি কবিয়ে যি আধ্যাত্মিক যাত্ৰা আৰম্ভ কৰিছে সেয়া ৰহস্যবাদৰ বিভিন্ন পৰ্যায় অতিক্ৰম কৰি পৰিণতি লাভ কৰিছে। অন্য কেইজন মান কবি যেনে চন্দ্ৰ কুমাৰ আগৰৱালা, ৰঘুনাথ চৌধাৰী, যতীন্দ্ৰনাথ দুৱৰা, অতুল চন্দ্ৰ হাজৰিকা আদিৰ দুই এটি কবিতাত ৰহস্যবাদৰ ছিটিকনি পৰা দেখা যায়। কিন্তু ৰহস্যবাদী ভাবৰ নিটোল প্ৰকাশ আৰু বিকাশ নাই।

**'গুণগুণনি'ত ৰহস্যময় ভাবৰ সূত্ৰপাত**

পাৰ্বতিপ্ৰসাদে প্ৰকৃতিৰ বিচিত্ৰ সৌন্দৰ্যৰ মাজত সুৰৰ মায়াময় অভিব্যঞ্জনা লাভ কৰিছে। পাৰ্বতিপ্ৰসাদৰ বিশ্বাস জন্মিছে এক পৰমশক্তিৰ দ্বাৰা বিশ্বজগত নিয়ন্ত্ৰিত হৈছে। পাৰ্বতিপ্ৰসাদৰ কবিমানসত ৰহস্যবাদী ভাবৰ প্ৰথম উন্মেষ ঘটিছে কৃষ্ণৰ অন্য ৰূপ 'মোহনৰ' মাজেৰে। নলিনীবালা দেৱীক 'মধু মুৰুলীৰ মৌ বৰষা তানে' আকুল কৰাৰ দৰে পাৰ্বতিপ্ৰসাদক মোহনৰ বাঁহীৰ সুৰে আকুল কৰিছে। এই সুৰেই কবি-মানসত অনন্ত সৌন্দৰ্যৰ উৎস ৰূপে আৱিষ্কৃত হৈছে—

সুৰৰ ৰাগীত কঁপে পোহৰ
চৰাইৰ ডিঙিত সুৰৰ লহৰ
ফুলৰ পাহিত হাঁহি কিহৰ
কিহৰ ইমান হাঁহি? (দূৰ দূৰণিত উঠিল বাজি)

তু. আজি মোৰ সাধনা ফুলনি
কাৰ কিনো পাই উদগনি
পোহৰাই মহাবিশ্বখনি
উলাহেৰে হাঁহিছে।

- অম্বিকাগিৰী ৰায়চৌধুৰী ; 'তুমি'

পাৰ্বতিপ্ৰসাদৰ দৃষ্টিত মহাবিশ্বজুৰি বিৰিঙি উঠা আনন্দৰ পূৰ্ণতাৰ মূলতে আছে এক পৰম শক্তিৰ ৰহস্যময় অনুভৱ। পাৰ্বতিপ্ৰসাদে চিৰসুন্দৰৰ সৌন্দৰ্যৰ বিচ্ছুৰণ সৰ্বত্ৰতে অনুভৱ কৰিছে,

সেই সুৰকেই বুটলি আনি
চৰায়ে ল'লে ডিঙিত সানি
সেই সুৰতে ফুলৰ ৰাণী
মেলে নতুন পাহি। (ঐ)

পাৰ্বতিপ্ৰসাদে ক্ৰমান্বয়ে মোহনক 'সুন্দৰ' ৰূপত আৱিষ্কাৰ কৰিছে। সুন্দৰৰ আঙুলিৰ বুলনিত সমগ্ৰ জগত সুৰময় হৈ উঠিছে। পাৰ্বতিপ্ৰসাদে সুন্দৰৰ বাঁহীৰ সুৰৰ মাজেৰে বিশ্বজোৰা মহাসুৰৰ প্ৰতিধ্বনি শুনিবলৈ পাইছে,

সুৰৰ ভৰত কঁপে তৰা
আকাশ ভৰা
পাতে পাতে পোহৰ নাচে
বনে বনে নেপুৰ বাজে
ৰুণ জুন জুন।

(অ' মোৰ মন শুন শুন শুন)

পাৰ্বতিপ্ৰসাদে অনুভৱ কৰিছে চিৰসুন্দৰৰ অসীম সৌন্দৰ্যময়তাৰে জীৱন আৰু জগত সুন্দৰ আৰু সুৰময় হৈ উঠিছে। পৃথিৱীৰ ৰূপতৃষ্ণাই কবিৰ প্ৰাণত আনন্দ সঞ্চাৰ কৰিছে। এই ৰূপতৃষ্ণাৰ ব্যাকুলতা প্ৰকৃতি জগতৰ মাজতো তেওঁ লক্ষ্য কৰিছে। ৰহস্যাবৃত চিৰসুন্দৰৰ ধ্যানত যি আনন্দ আৰু ৰহস্য আছে সেই আনন্দৰ উপলব্ধিৰে পাৰ্বতিপ্ৰসাদৰ 'গুণগুণনি'ৰ অন্তৰ্ভুক্ত কিছুসংখ্যক গীত আৰু কবিতা তাৎপৰ্যপূৰ্ণ হৈ উঠিছে। পাৰ্বতিপ্ৰসাদে 'মোহন' ৰূপী বাঁহীবাদক জনক 'চিকুণ চোৰ'ৰ ৰূপত আৱিষ্কাৰ কৰিছে—

তুমি কোনহে চিকুণ চোৰ
আজি নিবানে সৰ্বহ মোৰ

তোমাক নেদেখি দেখিছোঁ নিচিনি চিনিছোঁ
চৰণৰ ধ্বনিৰে আঁৰে আঁৰে।
(মাজনিশা মোৰ এন্ধাৰ ঘৰত)

এই 'চিকুণ চোৰ' জনক গভীৰ অন্তৰ্দৃষ্টিৰে পাৰ্বতিপ্ৰসাদে 'হৰি' ৰূপত আৱিষ্কাৰ কৰিছে—

মোৰ সকলো উদং কৰি
তুমি লৈ যোৱা আজি হৰি,
এই আন্ধাৰৰ ধন পোহৰৰ মাজে
লৈ যোৱা আজি ভাৰে ভাৰে।। (ঐ)

কবিৰ পদূলিৰ মূৰত 'বীণ-বৰাগী'ৰ ৰূপত ৰহস্যময়ে কবিক সঁহাৰি জনাইছিল। তেতিয়া কবি গভীৰ নিদ্ৰাত মগ্ন আছিল বাবে 'অচিন আলহী' ঘূৰি গুচি গ'ল ;

ঘুমটি জালত আছিলো শুই
প্ৰাণত পশিল সুৰৰ জুই,
সাৰ পাই উঠি বীণ-বৰাগীৰ
একোকে নেপালোঁ চিন।
(কোনে আহি মোৰ পদূলিত)

মুঠ কথাত, 'গুণগুণনি'ত পাৰ্বতিপ্ৰসাদৰ ৰোমান্তিক দৃষ্টিভংগীয়ে ৰহস্যময়ৰ প্ৰতি আকৰ্ষণৰ মাজেৰে মিষ্টিক পৰ্যায়লৈ প্ৰৱেশৰ পথ উন্মোচন কৰিছে।

**'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল'ত ৰহস্যবাদী ভাবৰ ভেটি নিৰ্মাণ**

পাৰ্বতিপ্ৰসাদে শৰত-প্ৰকৃতিৰ সৌন্দৰ্য-সুষমাৰ মাজত অনন্ত সৌন্দৰ্যৰ ব্যঞ্জনা লাভ কৰিছে। শৰত ঋতুৰ বিচিত্ৰ লীলা-চঞ্চল ৰূপৰ মাজত পৰম ৰসময়ৰ 'ৰসময়ী মেলা' অনুভৱ কৰিছে। শৰতৰ মেঘৰ সাঁচত তেওঁৰ 'ৰঙা দুটি চৰণ' দেখি ব্যাকুল হৈ উঠিছে। শৰতৰ 'নীল বৰণীয়া ওৰণিৰ আঁৰত', 'দূৰৰ শূইনৰ' আহ্বানত কবিয়ে চিৰসুন্দৰৰ ব্যঞ্জনা লাভ কৰিছে। শুকুলা ডাৱৰৰ 'জালিকটা সুৰঙা'ৰে বৈ অহা 'নুশুনা সুৰ'ত কবিয়ে চিৰ সুন্দৰৰ অনন্ত বাঁহীৰ সুৰ শুনিবলৈ পাইছে। শৰতৰ ধূলিকণাৰ মাজত সূক্ষ্মদৰ্শী কবিয়ে নতুন অতিথিৰ আগমনিৰ চিন দেখিবলৈ পাইছে;

কঁহুৱা বনৰ চোঁৱৰে আনিছে ধূলি
পৰাণে জানিছে কোনোবা আহিছে বুলি।

পাৰ্বতিপ্ৰসাদে বিশ্বজগতৰ অন্তৰালত এক সত্য সুন্দৰক উপলব্ধি কৰিছে। কবিৰ অনুভৱত সুন্দৰৰ প্ৰকাশ প্ৰেমময়, ৰসময় আৰু পৰম ৰমণীয়। সেই পৰম সুন্দৰৰ সৌন্দৰ্য সম্পূৰ্ণ ৰূপে উপভোগ কৰিব নোৱাৰি কবিয়ে আক্ষেপ কৰিছে—

মোৰ জীৱন বীণৰ তাঁৰত নুঠিছে
তোমাৰ সুৰৰ টৌৰ খেলা।

নলিনীবালা দেৱীৰ (তু. 'পৰাণে বিচাৰি ফুৰে অসীমৰ পাৰ' ; পৰশমণি) দৰে পাৰ্বতিপ্ৰসাদে সীমাৰ মাজত যি অসীম অনন্তৰ বাঁহীতান শুনিছে সেই সুৰৰ অন্বেষণত কবিৰ মনে অসীমলৈ ঢাপলি মেলিছে,

মোৰ বুকুৰ ধ্বনি আজি
অসীমত পায় সুৰ।

পাৰ্বতিপ্ৰসাদে পাৰ্থিৱ সৌন্দৰ্যৰ মাজতে পৰম সুন্দৰৰ চকা-মকা ৰূপ দেখি বিস্ময়াভিভূত হৈছে।

দূৰে দূৰে ভুমুকি মাৰি
আঁতৰি তেওঁ যায়
চকা-মকা দেখাত মোৰ
হেঁপাহ নপলায়।

ক্ৰমে তেওঁ ভগৱানৰ বিশ্বৰূপ হৃদয়তে আৱিষ্কাৰ কৰিছে ;

বাহিৰত যি ৰূপ কায়া
ভিতৰত তাৰ পৰে ছায়া
হিয়াৰ মাজত অপৰূপে
কৰিছে মন হৰণ।

পাৰ্বতিপ্ৰসাদে চিৰসুন্দৰৰ নানা ৰূপ প্ৰত্যক্ষ কৰিছে। কবিৰ চকুত তেওঁৰ মোহন, সুন্দৰ, চিৰসুন্দৰ, ৰসময়, অসীম, অপৰূপ, অচিনা, আলহী, চিকুণ চোৰ, হৰি ইত্যাদি নিত্য নতুন ৰূপ উদ্ভাসিত হৈছে। ৰহস্যবাদী কবিয়ে অন্তৰৰ গুচিতাৰে পৰমব্ৰহ্ম আৰু জগতৰ মাজত অভেদত্ব স্থাপন কৰে। পাৰ্বতিপ্ৰসাদৰ কবি মানসতো এনে সৎ চৈতন্যময়ৰ চিন্তাই ঠাই লৈছে। কবিয়ে জগতৰ সকলো 'তুমিময়' যেন অনুভৱ কৰিছে—

বতাহৰ এই শীতল ছোৱা
তোমাৰ নিশাহ পৰশ পোৱা

আকাশৰ এই অসীম নীলাত
শুনিছো তোমাৰ সুৰদী সুৰ।

কবিয়ে এই মহান সত্তাৰ লগত কবিৰ ক্ষুদ্ৰ সত্তা মিলাই দিব বিচাৰিছে;

তোমাৰ উজ্জ্বল জ্যোতি সাগৰত
জীৱনৰ বেলি যাওক বুৰ।

তু. তুমি জ্যোতি মই ৰেণু
হে অৰূপ ৰূপৰ আলয়
অনুৰূপে অনাদিত তোমাতেই
লীন হ'ম গৈ।

- নলিনীবালা দেৱী, 'সমাধি', সন্ধিয়াৰ সুৰ।

## 'ময়াপী'ত অতীন্দ্ৰিয়-ভাব-তন্ময়তাৰ সুৰ

পাৰ্বতিপ্ৰসাদৰ 'ময়াপীত' অতীন্দ্ৰিয়-ভাব-তন্ময়তাৰ সুৰ শুনা যায়। 'ময়াপী'ত ৰহস্যময়ৰ অন্বেষণ অব্যাহত আছে। তেওঁ জীৱ আৰু জড় জগতৰ প্ৰাণত 'ময়াপী'ৰ আগমনিৰ খবৰ শুনিবলৈ পাইছে;

তোমাৰ চৰণ তালে তালে
(অ' ময়াপী!)
শুকান গছৰ ডালে ডালে
(অ' ময়াপী!)
সেউজীয়া জুই আগুনি!

'ময়াপী'ৰ আগমনিত সমগ্ৰ জগতত আনন্দৰ সঞ্চাৰ হৈছে। নলিনীবালা দেৱীৰ পৰমজনৰ দৰে পাৰ্বতিপ্ৰসাদৰ 'ময়াপী'ও গোপন বাদক।

তু. কিনো স্বৰগ বীণাৰ গান
মধু মুৰুলীৰ মৌ বৰষা তান
আকুল বিশ্ব, আকুল মন প্ৰাণ

- সন্ধিয়াৰ সুৰ; 'অনাহূত'

তেওঁ বিশ্ব-বিমোহন বাঁহীত সুৰ তুলি জীৱ আৰু জড় জগতৰ প্ৰাণ স্পন্দিত কৰি তোলে;

বনৰ পখীৰ প্ৰাণৰ বাণী

(অ' ময়াপী)

ফুটিল তোমাৰ আগমনি গাই।

সৃষ্টিৰ মূলত এই গোপনবাদক জনৰ সংগীতৰ মধুৰ সুৰৰ ধ্বনি কবিয়ে শুনিছে। এয়াই পাৰ্ৱতিপ্ৰসাদৰ জগৎ দৰ্শন। ৰবীন্দ্ৰনাথৰ দৰে পাৰ্ৱতিপ্ৰসাদে বিশ্বৰ সমগ্ৰ ৰূপ-প্ৰৱাহৰ অন্তৰালৰ চিৰন্তন বাঁহীৰ সুৰ শুনিছে। এক শাশ্বত সত্তাৰ চিৰ আনন্দময় উপলব্ধিয়ে কবিৰ চকুত সমগ্ৰ বিশ্বজগৎ সুন্দৰ ৰূপত সজাই তুলিছে;

তোমাৰ প্ৰাণত যি ৰং আছে
তাৰ পৰশত
ৰঙচুৱা বিশ্ব জগৎ
ফুলাই ৰঙা ফুল।

পাৰ্ৱতিপ্ৰসাদে চিৰ ৰহস্যময়ৰ অন্বেষণৰ মাজেৰে এক নতুন চেতনা লাভ কৰিছে - পৰমপুৰুষ পুৰুষোত্তমেই বিশ্বৰূপে বিশ্ব ব্ৰহ্মাণ্ডত পৰিব্যাপ্ত হৈ আছে। পৰমেশ্বৰৰ প্ৰাণৰ ৰঙেৰে ৰঙীন হৈ সমগ্ৰ বিশ্বজগতে আত্মপ্ৰকাশ কৰিছে। অম্বিকাগিৰী ৰায়চৌধুৰীৰ দৃষ্টিত (তুমি) অদৃশ্য পৰম সত্তা যৌৱনময়ী সৌন্দৰ্য ৰূপে প্ৰতিভাত হোৱাৰ দৰে পাৰ্ৱতিপ্ৰসাদৰ দৃষ্টিতো অদৃশ্য পৰমসত্তা সুন্দৰী প্ৰিয়াৰ ৰূপত প্ৰতিভাত হৈছে। এই ক্ষেত্ৰত *সেউজী পাৰত তোমাৰ নিৰলা ঘৰত, ইমাননো নীৰৱ কিয়, নাহা যদি তুমি হেৰা মোৰ প্ৰিয়, তোমাৰ প্ৰেমৰ ভোগজৰাটি* আদি গীতি-কবিতা উল্লেখযোগ্য। এটি উদাহৰণ-

তোমাৰ প্ৰেমৰ ভোগজৰাটি
দিয়া বাকী, মৰমিয়াল!
জীৱন হওক ভাল।

এইবিলাক প্ৰকৃতাৰ্থত ৰোমাণ্টিক ৰহস্যবাদী কবিতা।

**'সোণৰ সোলেঙ'ত উপনিষদীয় চিন্তাৰ পোহৰত কবিৰ আধ্যাত্মিক যাত্ৰা**

উপনিষদসমূহ বেদৰ সাৰাংশ। উপনিষদৰ মৰ্মাৰ্থবোধৰ সহায়ত ভগৱন্ত পুৰুষৰ স্বৰূপ জ্ঞান জন্মে। পাৰ্ৱতিপ্ৰসাদে উপনিষদৰ আশ্ৰয়ত পুৰুষোত্তম ভগৱন্তৰ স্বৰূপ-ৰহস্য সন্ধান কৰিবলৈ যত্ন কৰিছে। পাৰ্ৱতিপ্ৰসাদৰ কাব্য-চেতনা উপনিষদীয় অৰূপৰ চেতনাৰে উদ্দীপ্ত। (নগেন শইকীয়া ; 'প্ৰধান সম্পাদকৰ একাষাৰ'; *পাৰ্ৱতিপ্ৰসাদ বৰুৱা ৰচনাৱলী; পৃ. ৬)* পাৰ্ৱতিপ্ৰসাদৰ ভাবদৃষ্টিক উপনিষদীয় ভাবদৃষ্টিয়ে প্ৰসাৰতা দান কৰিছে। 'সোণৰ সোলেঙ'ৰ কবিতা সমূহত উপনিষদৰ বাণীৰ তাৎপৰ্য কবিৰ নিজস্ব আবেগ-অনুভূতি আৰু

কল্পনা-অভিজ্ঞতাৰ মাজেদি প্ৰকাশিত হৈছে। 'সোণৰ সোলেঙ'ৰ সন্ধানত 'বীণ বৰাগী' ৰূপী পাৰ্বতিপ্ৰসাদে যি যাত্ৰা আৰম্ভ কৰিছে সেই যাত্ৰা কবিৰ আধ্যাত্মিক যাত্ৰা। প্ৰথম কবিতাটোত সোণৰ সোলেঙৰ তাৎপৰ্য বীণ বৰাগীয়ে দঙি ধৰিছে এনেদৰে—

সোণৰ সোলেং, সুখৰ সপোন
চৰম প্ৰাণৰ হেঁপাহ গোপন।

সূত্ৰধাৰী বীণ-বৰাগীৰ জৰিয়তে পাৰ্বতিপ্ৰসাদে ক'ব বিচাৰিছে যে পৰমাত্মা অভিমুখী আত্মাৰ যাত্ৰা পথৰ সন্মুখত আছে চিৰ অভেদ্য মহাৰহস্য। গীতাতো কৈছে — সমস্ত প্ৰাণীৰ হৃদয়ত পৰমাত্মা পুৰুষোত্তম অন্তৰ্যমীৰূপে বিৰাজমান। কিন্তু তেওঁ নিজৰ মায়াৰ আৱৰণেৰে আচ্ছাদিত হৈ থকা বাবে তেওঁক সকলোৱে জানিব নোৱাৰে। (দ্ৰষ্টব্য ; শ্ৰীমদ্ভাগৱত গীতা; ৭/২৫) তেওঁৰ সামান্য আভাসহে জীৱই পায়। পাৰ্বতিপ্ৰসাদেও একে ধাৰণাকে ব্যক্ত কৰিছে;

মহাজীৱনৰ বন্তি জ্বলিছে, চৌদিশ উজলাই,
দূৰণিৰ পৰা এফেৰি আভাস মাথো দেখিবলৈ পায়।

সেয়ে হ'লেও মৰতৰ জীৱই 'ধৰোঁ ধৰোঁ কৰি বিচাৰি নোপোৱা' চিৰ ৰহস্যময়ৰ সন্ধানত অবিৰত যাত্ৰা কৰে ;

দূৰণিৰ সেই ছাঁ পোহৰৰ সপোন মাধুৰী চাই
মৰতৰ জীৱ হাবাথুৰি খাই বাটকুৰি বাই যায়।

কস্তুৰী মৃগই নিজৰ বুকুতে সোমাই থকা গন্ধ মাদকতা বন-বনান্তত বিচাৰি ফুৰাৰ দৰে মানুহেও সোণৰ সোলেং ৰূপী চিৰ ৰহস্যময়ক অজ্ঞানতাবশতঃ বাহিৰত বিচাৰি ফুৰে। (ডিম্বেশ্বৰ নেওগ ; 'সোণৰ সোলেঙৰ চিনাকি'; পৃ.৩৪৮) কাৰণ মানৱ চক্ষুৰ সন্মুখত দেখা পোৱা ৰূপময় সংসাৰৰ আঁৰত মায়া বিদ্যমান। মায়া হৈছে পৰমেশ্বৰী শক্তি। মায়াপতি বা মায়ী হৈছে পৰমেশ্বৰ। তেওঁৰ দ্বাৰাই সমস্ত জগত পৰিপূৰ্ণ হৈ আছে।

যথা- মায়া তু প্ৰকৃতিং ৱিদ্যান্মায়িনং তু মহেশ্বৰম্।
তস্য ৱয়ৱভূতৈস্তু ব্যাপ্তং সৰ্বমিদং জগৎ।।১০।।
(শ্বেতাশ্বেতৰোপনিষদ্ ; ৪ৰ্থ অধ্যায়)

পাৰ্বতিপ্ৰসাদে উপলব্ধি কৰিছে সাংসাৰিক বিষয়-বাসনাত আসক্তিৰ কাৰণেই জীৱই পৰমেশ্বৰক উপলব্ধি কৰিব নোৱাৰে। সংসাৰৰ মায়াজাল অবিদ্যাৰ দ্বাৰা আচ্ছাদিত হৈ আছে;

দূৰত ৰূপৰ ছায়া
চকুত লাগিছে মায়া

সমুখত উৰে জিঞা
নাচে পখিলি।

গীতাতো স্বয়ং ভগৱানে কৈছে মায়া মোহিত হৈ জীৱই পৰমতত্ত্ব পুৰুষোত্তমক জানিব নোৱাৰে। কঠোপনিষদত জীৱাত্মা আৰু পৰমাত্মাক একেটা গুহাতে প্ৰৱিষ্ট ছাঁ আৰু পোহৰ ৰূপে বৰ্ণনা কৰা হৈছে। ফলভোগৰ বৈপৰীত্যৰ বাবে জীৱাত্মা আৰু পৰমাত্মা সহবাসী হৈও ছাঁ আৰু পোহৰৰ দৰে ভিন্ন। (কঠোপনিষদ ; তৃতীয় ৱল্লী) পাৰ্বতিপ্ৰসাদে উপলব্ধি কৰিছে জীৱই— এই 'ছাঁ-জুই'ৰ পোহৰত জীৱনৰ গতিৰ সপোন দেখিছে ;

সোণৰ হৰিণা তই
ক'ত দেখিলি
ছাঁ-জুইৰ পোহৰত
ধন লেখিলি।।

পৰঁমাত্মা পৰমপুৰুষ সমস্ত প্ৰাণীতে বিদ্যমান থাকিলেও অবিদ্যাৰূপিনী মায়াৰ দ্বাৰা আবৃত থকাৰ বাবে দেখা নাযায়। কিন্তু একাগ্ৰতাযুক্ত সূক্ষ্মদৰ্শী সকলে সূক্ষ্মতত্ত্ব নিৰ্ণয় কৰিব পৰা বুদ্ধিৰ সহায়ত তেওঁক দেখা পায়। (যথা-এষঃ সৰ্বেষু ভূতষু গূঢ়োত্মা ন প্ৰকাশতে। /দৃশ্যাতে ত্বগ্ৰ্যয়া বুদ্ধ্যা সূক্ষ্ময়া সূক্ষ্মদৰ্শিভিঃ।।১২।।) এনে এক বিশ্বাস প্ৰতিফলিত হৈছে তলৰ স্তৱকটিত ;

হয়তো সপোন সাম্ফল হ'ব মায়াৰ কুঁৱলী যাব
সপোনত যাক বিচাৰি ফুৰিছে দিঠকত দেখা পাব।

তু. হিয়াৰ মাজেদি অনন্ত সুখৰ
পৰি আছে ৰাজবাট।
- চন্দ্ৰকুমাৰ আগৰৱালা ; 'বীণ বৰাগী'

কবিয়ে এই আশা, বিশ্বাস আৰু প্ৰেৰণাৰে উদ্বুদ্ধ হৈ ৰহস্যসন্ধানী মানৱক সমুখলৈ আগবাঢ়ি যাবলৈ অনুপ্ৰাণিত কৰিছে।

সীমাৰ মাজত অসীম ৰহস্যময়ৰ সাধনাই পাৰ্বতিপ্ৰসাদৰ জীৱনৰ সাধনা। ৰহস্যসন্ধানী আৰু ৰহস্য ব্যাখ্যাকাৰী বীণ বৰাগীজনৰ আঁৰত কবিৰ স্বকীয় সত্তা বিৰাজ কৰিছে। কবিয়ে উপলব্ধি কৰিছে উপনিষদৰ 'চৰৈবতি' মন্ত্ৰেৰে উদ্বুদ্ধ হৈ যেন বিশ্বচৰাচৰে গতিৰ সপোন দেখিছে;

দেখি জীৱনৰ গতিৰ সপোন
ওপৰে উৰিছে তাৰকা তপন,
পাষাণ হিয়াত নিজৰা জৰিছে গিৰি কন্দৰ ভেদি।।

পাৰ্বতিপ্ৰসাদে 'মহাসাগৰৰ গীত'ৰ মাজেদি উপনিষদীয় দৰ্শন প্ৰকাশ কৰিছে। পৰমপুৰুষ ভগৱন্তই সকলোতকৈ শ্ৰেষ্ঠ আৰু তেওঁতেই সকলোৰে সমাপ্তি ; তেৱেঁই চৰম গম্যভূমি।

যথা- মহতঃ পৰমব্যক্তমব্যক্তাৎ পুৰুষঃ পৰঃ।

পুৰুষান্ন পৰং কিঞ্চিৎ সা কাষ্ঠা সা পৰা গতিঃ ।।১১।।

'সোণৰ সোৰেঙ'ৰ সন্ধানৰ মাজত জীৱনৰ মন্ত্ৰ লুকাই আছে। যিজনে এই মন্ত্ৰ বুজিছে তেৱেঁই "অনায়াসে ক'লা আঁৰ কাপোৰখন দাঙি পাৰ হৈ গৈছে। জীৱনৰ সপোন সাম্ফল হৈছে। এই মন্ত্ৰ হৈছে যোৱা আৰু পোৱা।" - এয়া নাটিকাখনিৰ শেষাংশত আগবঢ়োৱা কবিৰ নিজস্ব বক্তব্য। কঠোপনিষদৰ মতে এই ক'লা আঁৰ কাপোৰখনেই হৈছে আত্মা আৰু পৰমাত্মাৰ মাজৰ আঁৰ কাপোৰ, যাৰ কাৰণে জীৱই সৰ্বান্তৰ্যামী নিত্য সহচৰ পৰমাত্মাক জানিব নোৱাৰে। কোনোবা এজন বিবেকী পুৰুষেহে অমৰত্বৰূপ পৰম পদ প্ৰাপ্তিৰ অভিলাষী হৈ চকু আদি ইন্দ্ৰিয়বোৰক বহিঃ বিষয়ৰ পৰা ঘূৰাই অন্তৰ্মুখী কৰি অন্তৰাত্মাৰ সাক্ষাৎ পায়। সেয়ে পৰমাত্মা স্বৰূপ পৰম পুৰুষৰ তত্ত্ব ৰহস্যময় যাত্ৰা-পথৰ সকলো যাত্ৰীয়ে বুজিব নোৱাৰে। কিন্তু তেওঁক জনাৰ যি আগ্ৰহ, সেই চিৰ অভেদ্য ৰহস্য সন্ধানৰ বাবে যি অবিৰত যাত্ৰা, সেই যাত্ৰাৰ মাজতে 'সোণৰ সোলেঙ'ৰ তাৎপৰ্য লুকাই আছে। যাত্ৰাতহে প্ৰকৃত আনন্দ আছে ; প্ৰাপ্তিত নহয়। ৰবীন্দ্ৰনাথৰ 'পৰশ পাথৰ' আৰু নলিনীবালা দেৱীৰ 'পৰশমণি'ৰ দৰে সোণৰ সোলেঙো অপাৰ্থিৱ কাল্পনিক এক প্ৰতীকী অৰ্থৰ প্ৰতীক। (নিৰ্মল প্ৰভা বৰদলৈ ; গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱাৰ অৱদান' ; গুণগুণনি ১৯৮৯ ; ৭ জুন, পৃ.৬) এই প্ৰতীকী অৰ্থ উপনিষদীয় ভাৱদৃষ্টিৰ আলোকত উদ্দীপ্ত হৈছে। পাৰ্বতিপ্ৰসাদে এই আধ্যাত্মিক যাত্ৰাৰ অন্তত উপলব্ধি কৰিছে— পুৰুষোত্তমেই বিশ্বাত্মা। এই সমস্ত জগৎ বিশ্বাত্মা পুৰুষোত্তমৰ দ্বাৰাই পৰিপূৰ্ণ হৈ আছে। অৰ্থাৎ এই পুৰুষোত্তমেই বিশ্বৰূপে বিশ্বব্ৰহ্মাণ্ডত পৰিব্যাপ্ত হৈ আছে। (শ্বেতাশ্বেত উপনিষদ ; তৃতীয় অধ্যায়। ৯।) গতিকে বিশ্ববাঁহীৰ সুৰ অৰ্থাৎ পৰমাত্মাৰ সৈতে জীৱাত্মাৰ কান্দোনৰ সুৰ বিলীন হৈ যোৱাই প্ৰাণৰ পূৰ্ণতা ;

ছিগক আজি মনৰ বান্ধোন
বাঁহীৰ সুৰত মিলক কান্দোন
পূৰ্ণ প্ৰাণৰ সুৰে সুৰে।

পাৰ্বতিপ্ৰসাদে এই অন্তৰ্দৃষ্টি লাভ কৰিছে উপনিষদৰ পৰাই। পৰম ব্ৰহ্মৰ পূৰ্ণতাৰ দ্বাৰা জগতো পূৰ্ণ।

যথা- ওঁ পূৰ্ণমদঃ পূৰ্ণমিদং পূৰ্ণাৎ পূৰ্ণমুদচ্যতে।
পূৰ্ণস্য পূৰ্ণমাদায় পূৰ্ণমেৱাৱাশিষ্যতে।।
ওঁ শান্তিঃ!! শান্তিঃ!! শান্তিঃ!!!
(ঈশোপনিষদ; শান্তিপাঠ)

ব্ৰহ্মৰ স্বৰূপ হৈছে সচ্চিদানন্দ; আনন্দময় ; ৰসস্বৰূপ আনন্দই ব্ৰহ্ম। আনন্দৰ পৰা বিশ্বৰ সৃষ্টি হৈছে। পাৰ্বতিপ্ৰসাদেও সৃষ্টি প্ৰৱাহৰ মাজেৰে আনন্দৰ অমৃতৰূপৰ উপলব্ধি বিভিন্ন গীত আৰু কবিতাত প্ৰকাশ কৰিছে। পাৰ্বতিপ্ৰসাদৰ ভাব, চিন্তা, কল্পনা, উপলব্ধি আদিক উপনিষদৰ ভাবদৃষ্টিয়ে নিয়ন্ত্ৰণ কৰিছে।

### 'মৌ-টোকাৰী'ত ভগৱৎ-প্ৰেমৰ বিচিত্ৰ প্ৰকাশ

'মৌ-টোকাৰী'ত পাৰ্বতিপ্ৰসাদৰ কবিমানস ভগৱৎ-প্ৰেমৰ উপলব্ধিৰে ভৰি পৰিছে। কবিৰ কল্পনাত ভগৱান যেন 'বেলি' আৰু কবি নিজে এটি 'চৰাই'। বেলি স্বৰূপ ভগৱৎ জ্যোতিৰে কবিৰ জীৱন আলোকিত হৈছে। কণ্ঠত গীত জাগিছে, মাত ফুটিছে। ভগৱৎ প্ৰেমেৰে কবিৰ জীৱন ধন্য হৈছে-

বেলিৰ পোহৰ পৰশ পাই
পুৱাৰ চৰায়ে যি সুৰ গায় ;
তেনেকৈ প্ৰভু মোৰ জীৱনত
তোমাৰ পোহৰ লাগি
কণ্ঠত গীত জাগি
ফুটিছে আকুল মাত।

কবিৰ হৃদয় পৰমজনৰ পোহৰ আৰু সুৰেৰে উপচি পৰিছে। পৰমজনৰ সুৰৰ ঢৌ লাগি কবিৰ প্ৰাণত উথলি উঠা সুৰে টোকাৰীত গুণগুণনি তুলিছে;

বুকুৰ তলিৰ গোপন মউ
তোমাৰ সুৰৰ লাগিলে ঢউ
আপুনি উথলি যি সুৰ বজায়
শুনি সেই নিজা-গীত
তুলি লওঁ টোকাৰীত
পৰাণ পেলাওঁ শাঁত।

তু. মইতো নাগাওঁ গান কোনে জানো গায় মোৰ
পৰাণৰ গোপন আঁৰত
মইতো নাজানো নিজে কোনে মোৰ প্ৰাণবীণ
বাই যায় নজনা সুৰত।
- নলিনীবালা দেৱী ; সপোনৰ সুৰ

জীৱন-ধুমুহাত সৰ্বস্বান্ত হোৱা পাৰ্বতিপ্ৰসাদৰ বাবে ভগৱানৰ প্ৰেমেই একমাত্ৰ শান্তিৰ আশ্ৰয় স্বৰূপ। কবিয়ে ভগৱৎ প্ৰেমৰ শীতল স্পৰ্শেৰে হিয়া শাঁত পেলাব খুজিছে ;

বই যক তোমাৰ প্ৰেমৰ
অন্তহীন সাগৰ ধিয়াই
তাপিতৰ বুকুৰ অগনি
শীতলাই নিয়ক তিয়াই

তু. তোমাৰ শীতল স্পৰ্শে
শীতলাই তনু মন প্ৰাণ
- নলিনীবালা দেৱী ; 'অনাহূত' ; সন্ধিয়াৰ সুৰ

মাধৱদেৱেও সংসাৰৰ তিনি তাপত দগ্ধ হৈ ভগৱন্তৰ শীতল চৰণ-ছায়াত আশ্ৰয় বিচাৰিছে- 'পৰম তাপিতে মাগোহো তোমাৰ শীতল চৰণ ছায়া।' ক্ৰমে কবিয়ে তেওঁৰ নিজৰ মাজতে ৰহস্যময়ৰ অস্তিত্ব বিচাৰি পাইছে। পাৰ্বতিপ্ৰসাদৰ ভগৱৎ- প্ৰেমত মান-অভিমান, আক্ষেপ অভিযোগ আদি আনুষংগিক উপাদান সমূহো পোৱা যায়। জীৱনৰ বহু মুহূৰ্ত কবিয়ে ভগৱানৰ সাধনাত পাৰ কৰি দিলে।

লোহোৰা-লুহুৰি আঙুলি তোমাৰ
নুবুলালা মোৰ টোকাৰীত তাঁৰ বান্ধোতেই।

আকাংক্ষিতক পোৱাৰ আগতে সন্ধানৰ যন্ত্ৰণাই পাৰ্বতিপ্ৰসাদক অস্থিৰ কৰি তুলিলে। যেতিয়া কবিয়ে ভগৱানৰ দৰ্শন লাভ কৰিলে তেতিয়া তেওঁৰ হিয়া দুখেৰে উপচা। কবিৰ প্ৰাণে অভিমান কৰি উঠিল।

আজি অসময়ে দিছা দৰশন
দিছা টোকাৰীত মৃদু পৰশন
আজি মোৰ হায় ডিঙি ভাগি যায়
সুৰ উটি যায় কান্দোতেই।

আনকি ভগৱানক বৰণ কৰিবলৈ গাঁঠি ৰখা মালা ধাৰিও শুকাই লেৰেলি গ'ল। কবিৰ অভিযোগ ;

এতিয়া যে হায় মেলা ভাগিবৰ হ'ল
বৰণৰ মালা শুকাই গ'ল
বঁহীয়া পৰিলে ৰং
পিয়লা উদং
তেনে কিয় ঘূৰি চোৱা

তু. চন্দন শুকাই গ'ল, শুকাল মালতী কৰণিতে
ধূপ গছি পুৰি গ'ল, শলাডালি পুৰিল বন্তিতে।
- নলিনীবালা দেৱী ; শেষ অৰ্ঘ্য ; সন্ধিয়াৰ সুৰ।

এনেদৰে দেখা যায় 'মৌ-টোকাৰী'ত পাৰ্বতিপ্ৰসাদৰ ভগৱৎ-প্ৰেমে বিকাশ লাভ কৰিছে। এইখিনি কবিতাত পাৰ্বতিপ্ৰসাদৰ আৱেগ-আকাংক্ষা, অনুৰাগ-প্ৰীতি, অভিমান-অভিযোগ, বিশ্বাস আৰু আস্থাৰ মাজত অতীন্দ্ৰিয়বাদী বাসনা প্ৰকাশিত হৈছে।

**'ভঙা টোকাৰীৰ সুৰ'ত ৰহস্যবাদী ভাবধাৰাৰ বিকাশ**

অৰূপৰ সন্ধানত কবিৰ মন সীমা এৰি অসীমলৈ ধাৱিত হৈছিল। ক্ৰমান্বয়ে সীমাৰ মাজতে কবিয়ে অসীমৰ সন্ধান পাইছে। অনুৰাগ-অভিযোগেৰে কবিৰ মন ভৰি উঠিছে। মিলনাকাংক্ষা জাগি উঠিছে। মিলনপ্ৰাপ্তিৰ আনন্দত কবিৰ মন ভৰি উঠিছে। 'ভঙা টোকাৰীৰ সুৰ'ত কবিয়ে চিৰ ৰহস্যময়ৰ সৈতে মিলন আৰু সাধনাৰ সিদ্ধি লাভৰ বিচিত্ৰ অভিজ্ঞতা প্ৰকাশ কৰিছে। পাৰ্বতিপ্ৰসাদে পাৰ্থিৱ জগতৰ ৰূপ, ৰস, গন্ধ, স্পৰ্শৰ মাজেৰে যি সৌন্দৰ্য আৰু ৰহস্য আৱিষ্কাৰ কৰিছে সেয়া ভাৰতীয় আধ্যাত্ম দৰ্শন অনুসৰি বিশ্ব ব্ৰহ্মাণ্ডৰ মূল শক্তিৰ প্ৰকাশ মাথোন। বিশ্ব প্ৰকৃতিত এই মহাশক্তিৰ সৌন্দৰ্য বিচ্ছুৰিত হৈছে। পাৰ্বতিপ্ৰসাদৰ দুচকুত এই মহাশক্তি ৰবীন্দ্ৰনাথৰ 'মানস সুন্দৰী'ৰ দৰে ৰহস্যময় নাৰীৰ ৰূপতো উদ্ভাসিত হৈছে। এই ৰহস্যময়ী নাৰীগৰাকীৰ ৰূপ জেউতি পাৰ্বতিপ্ৰসাদৰ কবি ভাবনাত প্ৰতিফলিত হৈছে। এই ৰহস্যময়ীৰ 'এফেৰি আভাস' লাভ কৰি হৃদয় ব্যাকুল হৈ উঠিছে। প্ৰকৃতিৰ সৌন্দৰ্যৰ ৰূপ ধৰি ৰহস্যময় শক্তিয়ে কবিক আহ্বান জনাইছে।

চিকিমিকি জিলিকা পাতৰ
আঁৰে আঁৰে যেন কোনোবাই

নিয়ৰত তিতি বুৰি আহি

মাতিলেহি চকু টিপিয়াই।

(ৰূপ-জেউতি)

মায়া-মোহৰ পাশত আবদ্ধ হৈ কবিয়ে সেই পৰম-ৰহস্যময়ক চিনিব পৰা নাই।

কোন বুলি গৈ দুৱাৰত
যতবাৰ ভুমুকি মাৰিছোঁ
বাজৰ উজ্জ্বল পোহৰত
কণা হৈ একো নেদেখিছোঁ।

নলিনীবালা দেৱীৰ দৰে পাৰ্বতিপ্ৰসাদে পৰম ৰহস্যময়ীৰ চিৰ ৰমণীয় সুগন্ধি সৌৰভ লাভ কৰিছে।

গোন্দ পাওঁ সৌৰভ মধুৰ
নাচে ধৰা ৰূপৰ ভৰত।

ক্ৰমে কবিৰ মানস দৰ্পণত ৰহস্যময়ীৰ স্বৰূপ প্ৰতিবিম্বিত হৈছে;

ছয়ামৱা চকুৰ আগত
আঁচু দিয়া আচলৰ আগ
সোণোৱালী মুগাৰ ৰিহাৰ।

কবিয়ে জীৱনৰ পুৱাৰে পৰা এই ৰহস্যময়ী নাৰী গৰাকীৰ সঁহাৰি পাইছে। কিন্তু অজ্ঞানতাবশতঃ তেওঁক উপেক্ষা কৰি চলিছিল।

পুৱাতে নেজানি উপেক্ষিলোঁ
দুপৰত নিচিনি চিনিছোঁ
জীৱনৰ প্ৰভাতৰে পৰা
তোমাৰেহে আভাস দেখিছোঁ।

নলিনীবালা দেৱীৰ 'অনাহূত'ৰ দৰে পাৰ্বতিপ্ৰসাদৰ জীৱনত ৰহস্যময়ীৰ আৱিৰ্ভাৱ অপ্ৰত্যাশিত আছিল। কবিৰ হৃদয়ত আৱিৰ্ভাৱ হোৱা এই নাৰী মূৰ্ত্তিৰ মোহিনী ৰূপত মুগ্ধ হৈ কবিয়ে আৱিষ্কাৰ কৰিছিল 'ময়াপী কল্পনা'।

সেইদিনা কত শত
জনমৰ ময়াপী কল্পনা
যুগান্তৰ অতৃপ্ত বাসনা
ৰূপ ধৰি উঠিছিল
তোমাৰ সি মোহিনী ৰূপত।

(হেৰোৱা-লগন)

ৰবীন্দ্ৰনাথৰ দৰে পাৰ্বতিপ্ৰসাদে অন্তৰত উদ্ভূত ৰহস্যময় অনুভূতিক সজীৱ সত্তা আৰোপ কৰি এগৰাকী অনন্ত ৰহস্যময়ী, প্ৰেমময়ী, সৌন্দৰ্যময়ী নাৰীলৈ পৰ্যবসিত কৰিছে। এই নাৰী গৰাকী কামনা-বাসনাৰ ঊৰ্দ্ধত। ধ্যানলোকতহে তেওঁৰ বাস।

ৰহস্যবাদী কবিয়ে তেওঁলোক য'ৰ পৰা আহিছে তেওঁৰ ওচৰ চাপিব পাৰিলেহে সম্পূৰ্ণ শান্তি পাব বুলি ভাবে। প্ৰায় সকলো ৰহস্যবাদীয়ে ভাবে জীৱনটো বিৰহ আৰু মৃত্যুৱেই মিলনৰ সপোন স্বৰূপ।

দ্ৰষ্টব্য ; চিতাগ্নি হোমাগ্নি হ'ব
সমীৰণ মলয় চন্দন
সিদিনা সাৰ্থক হ'ব
পূৰ্ণ আৰ্ঘ্য পূৰ্ণ ই জীৱন। (শেষ অৰ্ঘ্যঃ সন্ধিয়াৰ সুৰ)

পাৰ্বতিপ্ৰসাদেও পৰম আশাৰে পৰমজনৰ সৈতে মিলনৰ বাবে অপেক্ষা কৰিছে;

কোন সুখেণত তোমাৰ প্ৰাণত
মিলন হ'ব মোৰ
তোমাৰ প্ৰেমৰ মৌ ৰসেৰে
জীৱন হ'ব পূৰ। (চকুপানীৰ বান)

নলিনীবালা দেৱীৰ দৰে তেওঁ অনুভৱ কৰিছে ভগৱানৰ সৈতে একাত্ম হ'ব পাৰিলেই জীৱন সাৰ্থক হ'ব ;

সেই দিনা মোৰ বুকৰ বেদন
সকলো মোৰ ধিয়ান সাধন
নিমিষতেই সফল হ'ব
শীতল হ'ব প্ৰাণ।

পাৰ্বতিপ্ৰসাদৰ জীৱনত ভগৱানৰ নিষ্ঠুৰ, নিৰ্দয় ৰূপো প্ৰকাশিত হৈছে। তথাপি তেওঁৰ বাবে ভগৱান 'প্ৰিয়তম' স্বৰূপ ;

মোৰ হৃদয়ৰ বেথাৰ বিননি
তোমাৰ সুৰত বন্ধা
তুমি পতিয়ালে সাৰ্থক হ'ব
সাম্ফল হ'ব কন্দা, প্ৰিয়তম
সাম্ফল হ'ব কন্দা। (নিঠুৰ নিৰ্দয়া)

তু. পাষাণ দেৱতা নোহোৱা তুমি
সুন্দৰ প্ৰিয় মোৰ।
(নলিনীবালা দেৱী)

পাৰ্বতিপ্ৰসাদে আন আন ৰহস্যবাদীৰ ("দুখ মানুহৰ পৰম বন্ধু। দুখে মানুহক অহংকাৰমুক্ত কৰি ভগৱানৰ চৰণত আত্মসমৰ্পণ কৰিবলৈ শিকায়। দুখৰ সংঘাতে মানুহৰ আত্মা শুদ্ধ কৰে; বিনয়ী, সহিষ্ণু আৰু ধৈৰ্যশীল কৰি তোলে। দুখ মানুহ-জীৱনৰ সত্য পথ প্ৰদৰ্শক, 'বেদৱাণী'।" - নলিনীবালা দেৱী; এৰি অহা দিনবোৰ; পৃ. ৬২) দৰে জীৱনত দুখ কষ্টৰ মূল্য উপলব্ধি কৰিছে। কবিৰ বাবে দুখৰ অনুভূতি চিৰ সুন্দৰৰ অনুভূতিৰে আনন্দময় হৈ উঠিছে—

বুকুত জ্বলিল বেদনা অগনি
দুখৰ শলিতা গছি
এইনো অগনি অতিকৈ বিশুধ
হোমৰ জুইতকৈ শুচি।
(চকুপানী)

পাৰ্বতিপ্ৰসাদে নলিনীবালা দেৱীৰ দৰে কলিজাৰ ভস্মীভূত ছাইকণকে ভগৱানৰ পূজাৰ নৈবেদ্য ৰূপে আগবঢ়াইছে;

কলিজাৰ মলি পুৰি ছাই হ'ব
সোণৰ শাহটো মাথো শেহ
সেয়ে হে তোমাৰ প্ৰেমৰ পূজা
দ'লৰ হ'ব কলচী। (ঐ)

তু. হে চিৰ সুন্দৰ! লবা
শেষ অৰ্ঘ্য ব্যথিত প্ৰাণৰ
অৱশেষ ভস্ম শিখা
পুৰি যোৱা জীৱন ধূপৰ।
('শেষ অৰ্ঘ্য')

ৰহস্যবাদী কবিয়ে জগতৰ বিচিত্ৰ সৌন্দৰ্য-শোভাৰ মাজত পৰমজনক দেখা পায়, প্ৰকৃতিজগতত তেওঁৰ মাত শুনে, সুগন্ধ আৰু স্পৰ্শও অনুভৱ কৰে। পাৰ্বতিপ্ৰসাদেও জগতৰ সৌন্দৰ্য-ৰাশিৰ মাজত চিৰ সুন্দৰক দেখিবলৈ পাইছে; তেওঁৰ সুগন্ধ লাভ কৰিছে, স্পৰ্শ অনুভৱ কৰিছে আৰু তেওঁৰ মাত শুনিছে।

শুনিলো হঠাতে অচিন দেশৰ মাত
পালোঁ সেই বাঁহী মাত শুনি বুলা-বাট
পৰাণ পৰিল শাঁত।

*************

তেওঁৰ মধুৰ ৰিং সুদূৰত পৰিছে কাণত
মোৰ আজি
বুকুত বলিয়া বৰাগীৰ বীণ সেইহে
উঠিছে ধীৰে বাজি।

এই অচিন সঁহাৰিক তেওঁ 'মৰণ-নির্মালি' ৰূপে গ্ৰহণ কৰিছে। নলিনীবালাৰ অনুভূতিত মৃত্যু-'বাঞ্ছিত সুন্দৰ'। ৰবীন্দ্ৰনাথৰ বাবে মৃত্যু 'মধুৰ'। পাৰ্বতিপ্ৰসাদৰ অনুভৱতো মৃত্যু মংগলময় ; মৃত্যু 'মধুৰ'। এই জীৱনত পৰমজনক নাপালেও মৃত্যুৰ অমৃত স্পৰ্শৰ অনুভৱত কবিৰ মন ভৰি উঠিছে;

হাঁহিবনে প্ৰাণে মোৰ
মৰণৰ মউ পৰশত।

**'খেল ভঙা খেল'ত ৰহস্যবাদী ভাবধাৰাৰ পৰিণতি**

'ভঙা টোকাৰীৰ সুৰ'ত পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী ভাবধাৰা ৰহস্যবাদৰ বিভিন্ন স্তৰ অতিক্ৰম কৰি পূৰ্ণতাৰ পথেৰে অগ্ৰসৰ হৈছে। পাৰ্বতিপ্ৰসাদে জাগতিক সৌন্দৰ্যৰ অন্তৰালত যি চিৰ সুন্দৰৰ সৌন্দৰ্যৰ প্ৰকাশ অনুভৱ কৰিছে সেই অনুভৱৰ মাজত অনুৰণিত হোৱা ক্ষীণ মিষ্টিক সুৰ (সত্যেন্দ্ৰ নাথ শৰ্মা; অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত ; পৃ. ৩২৩) ক্ৰমান্বয়ে ভঙা *টোকাৰীৰ সুৰত* গভীৰতাত প্ৰৱেশ কৰে। *'সোণৰ সোলেঙ'*ত উপনিষদীয় দৰ্শনৰ আলোকত লাভ কৰা আধ্যাত্মিক জ্ঞান আৰু ভঙা টোকাৰীৰ সুৰত প্ৰতিফলিত আত্মাৰ অবিনশ্বৰতাৰ ধাৰণা আৰু সিপাৰৰ ৰহস্য সন্ধান (দ্ৰষ্টব্যঃ 'মৰণ-মাধুৰী') ভগৱানৰ ওচৰত *আত্মসমৰ্পণৰ* মনোভাৱ ইত্যাদিৰ পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী ভাবধাৰাক ব্যাপ্তি আৰু গভীৰতা দান কৰিছে। জীৱনৰ শেহ পৰ্যায়ত কবিয়ে ভগৱানৰ *শুভশক্তি* আৱিষ্কাৰ কৰিছে। ভগৱানৰ *সান্নিধ্য, স্পৰ্শানুভূতিৰ* বিচিত্ৰ অভিব্যক্তি ; *সংশয়* আৰু *অনুশোচনাৰে* ভগৱানৰ ওচৰত *আত্মসমৰ্পণ*; ভগৱানক *পৰমনিৰ্ভয়, আশ্ৰয় দাতা, ত্ৰাণকৰ্তা* ৰূপত গ্ৰহণৰ মাজেৰে পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী চিন্তাধাৰাই পৰিণতি লাভ কৰিছে।

*খেল ভঙা খেলৰ* অন্তৰ্ভুক্ত *বুৰা আহঁত ঐ বোৱতী নৈ* কবিতাত ভাৰতীয় দৰ্শনৰ জন্মান্তৰবাদৰ ধাৰণা প্ৰকাশিত হৈছে—

জাতিস্মৰ মনটো
মনে মনে ওলাই আহি
আঁহত জোপাৰ লগত
কত দিনৰ, কত জনমৰ যেন
চিনাকি পুৰণি কথাবোৰ
মনে মনে পাতিবলৈ ধৰে।

কবিতাটোৰ ‘ বোৱতী নৈ’ খনে কবিৰ অসীমৰ সৈতে মিলনাকাংক্ষা প্ৰকাশ কৰিছে;

আৰু কোনোবা নিচিনা নজনাক
লগ পাই, কত অচিনাকি
নতুন কথাবোৰ পাতিবলৈ নৈ খনৰ
সোঁতৰ লগত ভটিয়াই যায়।

পাৰ্বতিপ্ৰসাদে জীৱনৰ বিয়লি বেলাত চিৰ ৰহস্যময়ৰ শুভশক্তিৰ সন্ধান পাইছে,

আজি অক্ষণত দিছা দৰশন
জীৱনৰ শুকান সুঁতিত
কাষৰত বহি দিছাহি মাত
হাতত ৰাখিছা হাত

এই শুভশক্তিক তেওঁ জীৱন পথৰ চিৰ লগৰীয়াৰ ৰূপত আৱিষ্কাৰ কৰিছে;

এন্ধাৰো আহিল নামি
খেপিয়াই তোমাক পালো
হাতখন হাতৰ মুঠিত ধৰি
দুয়ো আগুৱাই যাওঁ
এন্ধাৰত।

নলিনীবালা দেৱীয়েও চিৰ ৰহস্যময়ক অসীমৰ চিৰ লগৰীয়াৰ ৰূপত আৱিষ্কাৰ কৰি কৈ উঠিছিল ‘নেজানো নিজেই মই /কোনে মোক লৈ যায় /কিহৰ কামত মোক, কোন বাটে নিয়ে আগুৱায়।’ এই শুভশক্তিয়ে পাৰ্বতিপ্ৰসাদৰ জীৱনৰ বাকী দিনকেইটা পৰিচালনা কৰিছে।

হাই উৰুমিৰে চৌদিশ
আছে বেঢ়ি
আকাশত বিজুলী মাৰিছে

কেনেকৈ যাওঁ ঘৰলৈ?
তুমি আগবাঢ়ি আহি ক'লা
কিয়? হাতত ধৰা
ব'লা যাওঁ আগবাঢ়ি।

পাৰ্বতিপ্ৰসাদে উপলব্ধি কৰিছে অন্তৰৰ পৱিত্ৰতাৰে, সংযম আৰু শুদ্ধতাৰে মায়াক অতিক্ৰম কৰিব পাৰিলেহে অসীম, সুন্দৰ, চিৰ ৰহস্যময়, অচিন-অজানা ভগৱানৰ আশ্ৰয় লাভ কৰিব পাৰি। এনে ভাবদৃষ্টিৰে কবিয়ে ভগৱানৰ শ্ৰীচৰণত আত্মসমৰ্পণ কৰিছে—

বৰষুণত তিতি-বুৰি
পাপৰ চেকা নিকা কৰি
তোমাৰ দলৰ দুৱাৰ ডলিত
পৱিত্ৰ মই হওঁ
তোমাৰ চৰণ ধৰি প্ৰভু
থিৰেৰে মই ৰওঁ।

প্ৰিয়জনৰ দৰ্শন, স্পৰ্শানুভূতিৰে কবিৰ প্ৰাণ আনন্দত ব্যাকুল হৈ উঠা নাই।

মেঘে গৰজিলে
ধুমুহা আহিলে
একোকে নেদেখা হ'লো
তিতা বতাহত তোমাৰ পৰশ পালোঁ।

কাৰণ ভাগ্যৰ নিৰ্মম পৰিহাসত কবি দীন-হীন হ'ল। প্ৰতিদান দিবলৈ একো বিচাৰি নাপাই তেওঁ ব্যথিত হৈছে।

ভগা জীৱনত
একো নাইকিয়া দিবলৈ
কণ্ঠত নাই গান।

নলিনীবালা দেৱীয়ে 'জীৱনৰ ধূপৰ অৱশেষ ভস্মশিখা' ভগৱানলৈ আগবঢ়োৱাৰ দৰে পাৰ্বতিপ্ৰসাদে নিজৰ কলিজাটিকে ভগৱানৰ পূজাৰ নৈবেদ্য হিচাপে আগবঢ়াইছে,

তোমাৰ পূজাত লাগে বুলি
দুখৰ জুইত দহি পুৰি
কেঁচা সোণৰ বৰণ পোৱা
কলিজাটি লওঁ।

পাৰ্বতিপ্ৰসাদৰ শেহ জীৱনৰ এইখিনি কবিতাত চিৰ ৰহস্যময়ৰ উপলব্ধি বিচিত্ৰ ৰূপত প্ৰকাশিত হৈছে। কবিয়ে আত্মপ্ৰত্যয় লাভ কৰিছে— অন্তৰৰ শুচিতা আৰু সাধনাৰ দ্বাৰা পৰমজনক নিজ অন্তৰতে পাব পাৰি।

**পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী ভাৱধাৰাৰ বিশেষত্ব**

পাৰ্বতিপ্ৰসাদৰ কবিতাত ৰহস্যবাদ মূলতঃ আধ্যাত্মিক ৰহস্যবাদ। পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী ভাবধাৰাই ক্ৰমে *আকৰ্ষণৰ অৱস্থা, অন্বেষণৰ অৱস্থা, স্বৰূপ লাভৰ অৱস্থা, ভগৱানৰ সান্নিধ্য লাভৰ অৱস্থা আৰু মিলন প্ৰাপ্তি অৱস্থা* অতিক্ৰম কৰি *সিদ্ধি লাভ* কৰিছে। *প্ৰথম পৰ্যায়ত* কবিয়ে পাৰ্থিব সৌন্দৰ্যৰ অন্তৰালত উপলব্ধি কৰা পৰম ৰহস্যময় শক্তিৰ প্ৰতি আকৰ্ষিত হয়। প্ৰকৃতিৰ ৰূপময় বৈচিত্ৰ্যৰ মাজত এটি সংগতি আবিষ্কাৰ কৰিবলৈ সমৰ্থ হয়। প্ৰকৃতিৰ আভ্যন্তৰত এক সজীৱ সত্তাৰ সন্ধান লাভ কৰে। জগতৰ প্ৰতি এনে ৰহস্যময় দৃষ্টি নিক্ষেপণৰ জৰিয়তে পাৰ্বতিপ্ৰসাদৰ কবিমানসত ৰহস্যবাদী ভাবৰ জন্ম হৈছে।

*গুণ গুণনিত* পাৰ্বতিপ্ৰসাদৰ অতীন্দ্ৰিয় অনুভূতিৰ প্ৰাথমিক ৰূপৰ সূত্ৰপাত হৈছে। পাৰ্বতিপ্ৰসাদৰ কৌতূহল আৰু বিস্ময়ভৰা এই আকৰ্ষণৰ মূলতে আছে অসীমৰ প্ৰতি ব্যাকুলতা। এই ব্যাকুলতাই কবিৰ পাৰ্থিৱ-তৃষ্ণাক পৰম-তৃষ্ণালৈ উন্নীত কৰিছে। *শুকুলা ডাৱৰ ঐ কঁহুৱা ফুলত* পৰম সুন্দৰৰ স্বৰূপ অন্বেষণ কৰি ৰসসম্বন্ধ স্থাপন কৰিছে। বিস্ময়েৰে কবিৰ মন ভৰি পৰিছে। ইয়াতে পাৰ্বতিপ্ৰসাদৰ ৰহস্যচিন্তাৰ ভেটি নিৰ্মিত হৈছে। ময়াপীত সসীমৰ বুকুত অসীমৰ অনুভূতি লাভ কৰি চিৰ আনন্দৰ পাৰ বিচাৰি কবি ব্যাকুল হৈ উঠিছে।

তোমাৰ প্ৰেমৰ ঢলত পৰি,
উটি যক মোৰ জীৱন তৰী,
চিৰ আনন্দৰ পাৰটি চাই
উৰক শুকুলা পাল।

চিৰ সুন্দৰৰ ৰূপ-অমৃত পান কৰি প্ৰাণৰ তৃষ্ণা দূৰ কৰিব বিচাৰিছে। এয়া হৈছে পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী ভাবৰ দ্বিতীয় অৱস্থা। *সোণৰ সোলেঙত* উপনিষদীয় ভাবদৃষ্টিৰ পোহৰত আধ্যাত্মিক ৰহস্যবাদৰ ভাব-অনুভূতিয়ে বিকাশ লাভ কৰিছে। চিৰ *ৰহস্যময়ৰ স্বৰূপ লাভ* কৰিছে। এয়া হৈছে পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী ভাবৰ *তৃতীয় অৱস্থা*। *মৌ-টোকাৰীত* কবিৰ ভগৱৎ-দৰ্শনৰ বিচিত্ৰ অভিজ্ঞতা প্ৰকাশিত হৈছে। আধ্যাত্মিক চিন্তাই কবিৰ মনত বিশেষ স্থান অধিকাৰ কৰিছে। *ভগৱানৰ সান্নিধ্য লাভ* কৰিছে। এয়া হৈছে পাৰ্বতিপ্ৰসাদৰ

ৰহস্যবাদী ভাবৰ চতুৰ্থ অৱস্থা। *পঞ্চম অৱস্থাটো* হৈছে ভগৱানৰ সৈতে *মিলন আকাংক্ষাৰ* অৱস্থা। এই অৱস্থাটো বিশেষভাৱে ভঙা *টোকাৰীৰ সুৰত* প্ৰতিফলিত হৈছে। আধ্যাত্ম সাধনাৰে ভগৱানৰ সৈতে মিলন বাঞ্ছা, চিৰ ৰহস্যময়ৰ স্বৰূপ দৰ্শন, হৃদয়ত সেই স্বৰূপ ধাৰণ ইত্যাদি বিচিত্ৰ অনুভূতি এই কবিতাখিনিৰ মাজেৰে প্ৰকাশিত হৈছে। ভক্ত *আৰু ভগৱানৰ মিলন* হৈছে। ভগৱানৰ সৈতে একাত্ম হোৱাৰ বাসনা জাগিছে। *খেল ভঙা খেলত* অৰ্থাৎ শেহ জীৱনৰ এইখিনি কবিতাত ভগৱানৰ সৈতে হোৱা *মিলনৰ অভিজ্ঞতা* প্ৰকাশিত হৈছে। ভগৱানক জীৱন-যাত্ৰা পথৰ লগৰীয়া ৰূপত আৱিষ্কাৰ কৰিছে। কবিয়ে *সাধনাত সিদ্ধি লাভ* কৰিছে।

পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী চিন্তাৰ মূলতে আছে ভাৰতীয় *আধ্যাত্মিক* চিন্তাৰ প্ৰভাৱ। *অনন্তৰ* সৈতে *মিলনৰ আকাংক্ষা, অসীমৰ প্ৰতি ব্যাকুলতা, ভগৱানৰ স্বৰূপ সন্ধান, ভগৱানৰ শ্ৰীচৰণত আত্মসমৰ্পণৰ* অভিপ্ৰায়, ভগৱানৰ প্ৰেম বিৰহৰ অনুভূতি আদিয়েই পাৰ্বতিপ্ৰসাদৰ আধ্যাত্মিক ৰহস্যবাদৰ ভাবধাৰাৰ মূল বিষয় বস্তু। বৈচিত্ৰ্যৰ *মাজত ঐক্যৰ সন্ধান, দৈৱী অনুভূতিৰ প্ৰেৰণা লাভ, অসীমৰ ব্যঞ্জনা লাভ, বিৰহ আৰু আত্ম বিলুপ্তিৰ* মাজেৰে আনন্দ লাভ আদি ৰহস্যবাদৰ বিভিন্ন উপাদানে পাৰ্বতিপ্ৰসাদৰ ভাব-পৰিমণ্ডলক আয়তন দান কৰিছে। সৰল-সহজ ভাষাৰে কবিয়ে বিভিন্ন গীত আৰু কবিতাত ৰহস্যবাদী ভাবধাৰা ৰূপায়ণ কৰিছে।

প্ৰকৃতাৰ্থত, পাৰ্বতিপ্ৰসাদৰ কাব্য- ভাৱনাক ভাৰতীয় ঐতিহ্যৰ প্ৰতি থকা আস্থাশীল মনোভাৱে নিয়ন্ত্ৰণ কৰিছে। এলিয়টৰ মতে ঐতিহ্যৰ অৰ্থ পূৰ্বসূৰীৰ অন্ধ অনুকৰণ নহয়। (T.S Eliot: Tradition and the Individual Talent'; Selected Essays' p. 14) ইয়াৰ মূল কথা হৈছে ঐতিহাসিক চেতনাৰ উপলব্ধি, যি চৈতন্যৰ সহায়ত কবিয়ে যুগ যুগ ধৰি সঞ্চিত হৈ থকা প্ৰজ্ঞা-সম্পদৰ মাধ্যমত নৈৰাজ্যৰ মাজত ঐক্যসূত্ৰ স্থাপন কৰা সম্ভৱ হৈ উঠে। নলিনীবালা দেৱীৰ দৰে পাৰ্বতিপ্ৰসাদেও এনে এক চৈতন্যৰ সহায়ত এক সমন্বয়-সূত্ৰ অনুসন্ধান কৰিছে।

## সাত

# পাৰ্বতিপ্ৰসাদৰ কবিতাত ব্যক্তিগত জীৱন-অভিজ্ঞতাৰ প্ৰকাশ

কবিতাৰ সৈতে জীৱন নিবিড়ভাৱে জড়িত। জীৱনৰ বিচিত্ৰ অনুভূতি, ঘটনা, সমস্যা আদি কবিয়ে কবিতাত ৰূপায়ণ কৰে। ('কবিতা ও জীবন একই জিনিসের দুই রকম উৎসারণ' - জীবনানন্দ দাশ, কবিতার কথা ; পৃ. ১৩) কিন্তু জীৱনৰ বৈচিত্ৰ্যময় উপলব্ধি কবিৰ কল্পনা প্ৰতিভাৰ আলোকত উদ্দীপ্ত হ'লেহে সেই কবিতা ৰসোত্তীৰ্ণ হয়। যিসকল কবিৰ হৃদয়, কল্পনাৰ ভিতৰত অভিজ্ঞতা আৰু চিন্তাৰ সাৰৱত্তা ৰৈছে সেই সকল কবিৰ কবিতাই সাৰ্বজনীন আবেদন লাভ কৰিবলৈ সক্ষম হৈছে। জীৱনানন্দৰ ভাষাত। ('সকলেই কবি নয়। কেউ কেউ কবি, কবি-কেননা তাদের হৃদয়ে কল্পনার এবং কল্পনার ভিতরে চিন্তা ও অভিজ্ঞতার স্বতন্ত্র সারবত্তা রয়েছে এবং তাদের পশ্চাতে অনেক বিগত শতাব্দী ধরে এবং তাদের সঙ্গে সঙ্গে আধুনিক জগতের নব নব কাব্য বিকীরণ তাদের সাহায্য করছে ; পৃ. ৭।') পাৰ্বতিপ্ৰসাদৰ কিছু সংখ্যক গীত আৰু কবিতা ব্যক্তিগত জীৱন অভিজ্ঞতাত মথিত। নিজস্ব আবেগ-অনুভূতি আৰু কল্পনাৰ অভিজ্ঞতাৰ সমন্বয়ত কবিৰ জীৱন-জিজ্ঞাসা প্ৰকাশিত হৈছে।

### ভঙা টোকাৰীৰ সুৰত কবিৰ আত্ম-সাক্ষাৎকাৰ

পাৰ্বতিপ্ৰসাদৰ উপলব্ধিত সংসাৰখন 'হাট' স্বৰূপ। সংসাৰ হাটত মানুহে নানা ৰূপত ভাও দিব লগা হয়। শ্বেক্সপীয়েৰৰ হেমলেট নাটৰ জেকচ চৰিত্ৰৰ উক্তি, ৰবীন্দ্ৰনাথৰ নাট্যশেষ, চন্দ্ৰকুমাৰ আগৰৱালাৰ *বীণবৰাগী* আৰু নলিনীবালা দেবীৰ *নাটঘৰে* এনে অনুভূতিৰ সাক্ষ্য বহন কৰে। একেদৰে পাৰ্বতিপ্ৰসাদেও অনুভৱ কৰিছে সংসাৰ-হাটত মানৱে বিভিন্ন ভাওত অৱতীৰ্ণ হ'ব লগা হয় ;

কিয় মিছা ঘনে ঘনে কাঢ় হামৰাও
নুবুজিলি নেকি এতিয়াও
সংসাৰ হাটত তোৰ জীৱনৰ ভাও ?

পাৰ্বতিপ্ৰসাদে জীৱনৰ গতি-প্ৰকৃতি নিৰীক্ষণ কৰি অতীতলৈ উভতি চাইছে। কবিয়ে উপলব্ধি কৰিছে জীৱনৰ বাট সুগম নহয় ; "পৰিয়ালৰ এক চৰম দুৰ্ভাগ্যৰ সকৰুণ স্বাক্ষৰ 'ভঙা টোকাৰীৰ সুৰত' নিহিত হৈ আছে। (নিৰ্মলপ্ৰভা বৰদলৈ, '**পাৰ্বতিপ্ৰসাদ বৰুৱাৰ অৱদান**'; *গুণ-গুণনি*; পৃ. ৮)" পাৰ্বতিপ্ৰসাদৰ হৃদয়ত যি শোকৰ অগ্নি জ্বলি উঠিল এই অনিৰ্বাপিত অগ্নিৰ পোহৰতে তেওঁ জীৱনৰ বাকী ছোৱা পথ অতিক্ৰম কৰিবলৈ সাজু হৈছে। জীৱনটো সেই ৰক্তাক্ত পথেদি আগবঢ়াই দি কবিয়ে নিজকে প্ৰবোধ দিছে ;

ওৰে বাট আন্ধাৰত বাট খেপিয়াই
বুকুত মাথোন লৈ অগনি একুৰা
পেলাব লাগিব তই ভৰি
অতি সাৱধানে
সেই পোহৰত বাট চিনি মনে মনে।

'ভঙা টোকাৰীৰ সুৰত' পাৰ্বতিপ্ৰসাদে নিজক আৱিষ্কাৰ কৰিছে; আত্মপৰিচয় লাভ কৰিছে—

তোৰ ভঙা টোকাৰীয়ে গায়
বেথা তোৰ বুকুৰ ৰতন
দুখ তোৰ হৃদয়ৰ ধন
ভঙা তোৰ কলিজাৰ মাত
ৰঙা তোৰ জীৱনৰ বাট।

সেয়ে হ'লেও কবিৰ বাবে দুখৰ তীব্ৰ অনুভূতিও আনন্দকৰ হৈ উঠিছে। ফলত কবিৰ হৃদয়ৰ শোকাশ্ৰু শান্তিয়নী পানীৰ পৱিত্ৰতা আৰু শুচিতাৰে পূৰ্ণ হৈ উঠিছে ; জীৱনৰ বাণীত পৰিণত হৈছে। নলিনীবালা দেৱীয়ে উপলব্ধি কৰিছিল এই জগতত কাৰোৰে স্থায়ী সম্বন্ধ নাথাকে। সকলো দুদিনীয়া ; চকুৰ চিনাকি মাথোন। (তু. নাটঘৰ ; সন্ধিয়াৰ সুৰ) ঠিক তেনেকৈ পাৰ্বতিপ্ৰসাদেও অনুভৱ কৰিছে সংসাৰ অনিত্য। সংসাৰৰ মায়া-মোহ সকলো খন্তেকীয়া। কোনো কাৰো আপোন নহয় ; ই খন্তেকীয়া মায়াৰ বন্ধন মাথোন।

তোৰ এই জীৱনৰ বাটৰ ছায়াত যদি
খন্তেকলৈ আহি কোনোবাই

কিহৰ কায়াত জানো মউ সনা মাত মাতি
ভালৰি লগাই
খন্তেকৰ ধূলা-খেলা
সাংকৰি হাঁহি হাঁহি লাহে লাহে নিলগলে যায়
সেয়ে ভাল তোৰ
মিছা অভিমান কৰি নকৰিবি ভুল।

তু. পাপ পুণ্য দূৰৰ বাতৰি
সিপাৰৰ অন্ধ আৱৰণ
ছুঁয়া ময়া বন্ধুৰ চেনেহ
কোনো কাৰো নহয় আপোন।
— যতীন দুৱৰা ; 'আপোন সুৰ' ; সপোনৰ সুৰ।

পাৰ্বতিপ্ৰসাদে সুখৰ অনিত্যতাক স্বীকাৰ কৰি লৈছে। যাৰ ফলত এইখিনি কবিতাত উদাৰ বৈৰাগ্যৰ সুৰে কবিৰ উপলব্ধিক আচ্ছন্ন কৰি ৰাখিছে। পাৰ্বতিপ্ৰসাদে দুখ-বেদনাৰ মাজেৰেই আত্মজ্ঞান লাভ কৰিছে। কবিৰ চকুত সুখ-দুখৰ সত্য স্বৰূপ উদ্ভাসিত হৈছে;

সংসাৰৰ সুখ মিছা দুখ মিছা
সৰুবৰ অতি মিছা কথা
ভেটা ভঙা জীৱনৰ কোবাল সোঁতত
সকলোটি যায় যক বুৰ
বাই যাবি তোৰ ভঙা টোকাৰীৰ সুৰ
জীৱনৰ মঙ্গল মধুৰ।

এয়া কেৱল কবিৰ আত্ম জীৱনৰ উপলব্ধিয়েই নহয় সৰ্ব মানৱৰ জীৱনৰ বাণী স্বৰূপ।

বাস্তৱৰ নিষ্ঠুৰতাই কবিৰ অন্তৰৰ ঐশ্বৰ্য্যক কাঢ়ি নিব পৰা নাই। কবিৰ ওচৰত দুখৰ সত্যমূল্য দুখক অতিক্ৰম কৰিব পৰা সাহসৰ মাজেৰেহে উদ্ভাসি উঠিছে। কবিৰ অভিজ্ঞতালব্ধ এই সত্যৰ স্বাদ 'ভঙা টোকাৰীৰ সুৰ'ৰ মাজেৰে দিবলৈ প্ৰয়াস কৰিছে। ৰবীন্দ্ৰনাথৰ দৰে পাৰ্বতিপ্ৰসাদেও উপলব্ধি কৰিছে নিৰ্মল অন্তৰতহে ভগৱানৰ প্ৰতিষ্ঠা হ'ব পাৰে। ৰবীন্দ্ৰ নাথে নিজৰ অন্তৰ পৱিত্ৰ কৰিবৰ বাবে সুন্দৰক আহ্বান জনাইছে। 'অন্তর মন বিকশিত করো/অন্তরতর হে'। পাৰ্বতিপ্ৰসাদে ভগৱানৰ পূজাৰ বাবে নিজৰ অন্তৰ সংস্কাৰ কৰিব খুজিছে চকুলোৰে।

অন্তৰৰ মত মলিয়ন চেকা
চকুলোৰে ধুই কৰি ল'ম নিকা

হিয়াখনি হ'ব পূজাৰ ফুলটি
দিম চৰণত যাচি।

বিভিন্ন ঘাত-প্ৰতিঘাতে, বিৰহ-বেদনাই কবিৰ বুকুত দুখৰ জুই জ্বলাইছে। কবিয়ে উপলব্ধি কৰিছে এই জুইত আছে হোমৰ জুইৰ পৱিত্ৰতা।

এইনো অগনি অতিকৈ বিশুধ
হোমৰ জুইতকৈ শুচি।

দুখ-বেদনাত কবিৰ কলিজা ভাগি টুকুৰা-টুকুৰ হ'ল। কবিৰ সন্দেহ হৈছে ভগৱানৰ কৰুণা পালে ভগা কলিজাৰ টুকুৰাবোৰ জানো পুনৰ জোৰা লাগিব!

আজি হাতত-সাৰে ভৰিত সাৰে
অকলশৰে
মনে মনে আহি পৰশি গ'লে
লাগিবনে জোৰ
ভগা কলিজাৰ টুকুৰাবোৰ?

মুঠ কথাত পাৰ্বতিপ্ৰসাদে 'ভগা টোকাৰীৰ সুৰ'ৰ মাজত নিজক বিচাৰি চাইছে, আত্ম-সাক্ষাৎ লাভ কৰিছে। দুখৰ দাহনৰ মাজেৰে জীৱনৰ শাশ্বত ৰূপ উপলব্ধি কৰিছে। অভিজ্ঞতাৰ দ্বন্দ্ব আৰু সংঘাত অতিক্ৰমণৰ মাজেৰেই পাৰ্বতিপ্ৰসাদে কাব্য-প্ৰত্যয় লাভ কৰিছে।

**'খেল ভগা খেলত' আত্ম-কথনৰ ইংগিত**

পাৰ্বতিপ্ৰসাদৰ সমগ্ৰ কাব্যৰ মাজত জীৱন-টোকাৰীৰ সুৰ অন্তঃস্ৰোত নদীৰ দৰে প্ৰবহমান। 'খেল ভগা খেলৰ' প্ৰথম কবিতাটোতে কবিয়ে নিজৰ জীৱনৰ কথাৰ পাতনি মেলিছে;

হে সংসাৰ
জীৱন যেতিয়া
পৱিত্ৰ সুন্দৰ
পূজাৰ ফুল
নেসানি বগা জাতি চন্দন
সানিলা ক'লা চিঞাহী বোৰ।

পাৰ্বতিপ্ৰসাদৰ জীৱনৰ সুন্দৰ কালছোৱাতে 'ক'লা চিঞাহী'ৰ চেকা লাগিল। জীৱন নদীৰ গৰাখহনীয়াত কবিৰ জীৱনৰ ঘৰ উটি যোৱাৰ উপক্ৰম হ'ল। জীৱনৰ শেহ

পৰ্যায়ত ৱৰ্ডছ্বৰ্থৰ (cf ; The Things which I have seen/I now can see no more? – Words worth ; 'Ode on intimations of Immorality from Recollections of Early Childhood ; *Golden Treasury.* p. 308 ; op-cit) দৰে পাৰ্বতিপ্ৰসাদে উপলব্ধি কৰিছে ;

দিনটো অনাই বনাই ফুৰিলোঁ
গধূলি বেলিকা
পাৰলৈ আহি চাওঁ
ভঙা জুপুৰিটোৰ
খুঁটি কেইটা
থিয় হৈ আছে
আৰু কেইটামান
চৰণ ছাব
তোমাৰ।

জীৱনৰ শৈশৱ, কৈশোৰ, যৌৱন পাৰ হৈ আহি শেহ পৰ্যায়ত সৰুতে ওমলা এটা 'পুতলা'ৰ ৰূপত কবিয়ে নিজকে আবিষ্কাৰ কৰিছে ;

আবেলি উভতি চাই ছাঁটো দেখিলোঁ
সিও যেন এটা পুতলা
সৰুতে ওমলা সেই পুতলাটোৰ নিচিনাই

কবিৰ মনত পৰিছে শৈশৱত ধেমালিতে ঠেং এটা ছিঙি এৰি দিয়া ফৰিংটোলৈ। শৈশৱৰ এনেবোৰ খেল-ধেমালিয়ে যেন কবিৰ ভৱিষ্যতৰ ইঙ্গিত কৰিছিল। জীৱনৰ শেহ সময়ত ৰোগাক্ৰান্ত হৈ পঙ্গু হোৱা শৰীৰটোৱে কবিক সেই ঠেং ছিঙা ফৰিংটোৰ অৱস্থা সোঁৱৰাই দিয়ে ;

জঁপিয়াব নোৱাৰি লাহে লাহে
এটা ঠেঙেৰেই চুঁচৰি চুঁচৰি
সেউজীয়া বননিখনলৈ গুচি গ'ল
এটা সৰু পাখি ছিঙা, ঠেং ভঙা
সেউজীয়া ফৰিং।

ধেমালিতে ওমলা 'পুতলা' আৰু 'ফৰিঙৰ' মাজত কবিয়ে জীৱনৰ গভীৰ সাদৃশ্য অনুসন্ধান কৰিছে।

পাৰ্বতিপ্ৰসাদে সহোদৰ ভাতৃ ভগৱতীপ্ৰসাদৰ বিয়োগ-বেদনা গীত আৰু কবিতাত প্ৰকাশ কৰিছে। *উজাগৰে* কবিতাত তাৰ কৰুণ প্ৰকাশ হৃদয় বিদাৰক। কবিৰ সূক্ষ্মাতিসূক্ষ্ম অনুভৱত সেই মৰ্ম্মন্তুদ দুৰ্ঘটনাৰ সাক্ষ্য বহন কৰি জোনাক নিশাও ৰ লাগি ৰ'ল ;

আঁখে ফুটীয়া দিছ্যং পানীত
জোনাক নিশা ৰ লাগি ৰ'ল
বেলিছবি চায়
নিজনি পানীত।

সেই নিশা কীৰ্তন-নামঘোষাৰ পদ মাতি 'ভকতো' যেন উজাগৰে আছিল। দূৰৰ গাঁৱত কুকুৰে ৰৌ-ৰৌৱাইছিল। সেই বিয়োগ-ব্যথাত নিয়ৰেও চকুলো টুকিছিল ;

দুপৰ নিশা নিয়ৰেও যেন
টপ্ টপ্ কৈ কান্দি উঠিছিল।

ভগৱতীপ্ৰসাদৰ পৰিয়ালটো উঠি যোৱা মটৰ গাড়ীখনৰ চালক আছিল পাৰ্বতিপ্ৰসাদ নিজে। পাৰ্বতিপ্ৰসাদৰ কবি মানসৰ সুকোমল অনুভূতি আৰু স্পৰ্শকাতৰ হৃদয়ে নিজকে জগৰীয়া কৰিলে। কবিয়ে নিজকে প্ৰশ্ন কৰিলে ;

আপোন হাতে ঘৰ ভাঙিলি
অ' অঘৰী
আৰু নো তই কিহৰ আশাত
ফুৰিছ ঘূৰি।

কবিৰ জীৱনৰো আশাৰ সমাধি হ'ল তাতেই। কবিৰ জীৱন-টোকাৰী চিৰ দিনলৈ নীৰৱ হৈ ৰ'ল ;

নীৰৱ কিয় টোকাৰী তোৰ
অ' বৰাগী ?
অচল দেখোঁ নাওখনি তোৰ
কূল তিয়াগি ?

আঘাতে-সংঘাতে, দুখে-বেদনাৰে জৰ্জৰিত কবিয়ে বাটৰ কাষৰ দূবৰি বনৰ লগত নিজৰ জীৱনৰ তুলনা বিচাৰি পাইছে; (তু. চন্দ্ৰধৰ বৰুৱা ; 'অনন্ত বিশ্বৰ অসংখ্য ধূলিৰ/এটি মাত্ৰ ধূলিকণা মই।' (ধূলিকণা মই)

সকলো মানুহ যায় যি বাটেদি
সেই বাটৰ কাষৰ দূবৰি বন
মোৰ ই জীৱন।

পাৰ্বতিপ্ৰসাদৰ প্ৰাণত আত্ম লঘিমাৰ সুৰ বাজি উঠিছে। (তু. যতীন দুৱৰা ; 'সপোন আঁতৰি গ'লে দিঠকে জনাই দিয়ে/বাটৰ কাষৰ মই বননিৰ ফুল' (বনফুল) সেয়ে হ'লেও কবিয়ে ক্ষুদ্ৰৰ মাজতে মহত্ত্বৰ সন্ধান পাইছে। হতাশাৰ মাজত আশাৰ ৰেঙণিয়ে কবিৰ জীৱন জিজ্ঞাসা উদ্দীপ্ত কৰিছে।

তথাপিতো তাৰ
গাঁথিয়ে গাঁথিয়ে
নতুন পোখা
জীৱনৰ জয় গান।

এই গভীৰ আশাবাদ পাৰ্বতিপ্ৰসাদৰ কবিমানসত ক্ৰিয়াশীল ৰূপত প্ৰকাশিত হৈছে। কবিৰ জীৱন বাটৰ কাষৰ দুবৰি বনৰ দৰে হ'লেও কবিৰ আক্ষেপ নাই। বৰং কবিয়ে অনুভৱ কৰিছে কবিৰ জীৱনে দুবৰি বনৰ দৰে শত গচকত শুচিতাহে লাভ কৰিছে।

শত গচকত শুচি হোৱা এই
মোৰ হৃদয়ত, ৰঙা চৰণৰ
পৰশ লাগিব যিদিন
জোকাৰি বাজিব জীৱনৰ বীণ
মহামানৱৰ মূৰ্ত্ত ৰাগিণী পাই।

কবিয়ে নিজকে দাস্যভাৱেৰে অনুপ্ৰাণিত কৰিছে। কবি আশাবাদী। জীৱনৰ কোনোবা এটা মুহূৰ্ত্তত মহামানৱৰ 'ৰঙা চৰণ'ৰ পৰশেৰে কবিৰ জীৱন ধন্য হৈ উঠিব বুলি আশা পোষণ কৰিছে। এনেদৰে পাৰ্বতিপ্ৰসাদে 'খেল ভঙা খেল'ত আত্মকথনৰ ইংগিত বিভিন্ন কবিতাত দি থৈ গৈছে।

**পাৰ্বতিপ্ৰসাদৰ 'খেল ভঙা খেল'ত অদৃষ্টবাদী ধ্যান-ধাৰণাৰ প্ৰভাৱ**

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত ব্যক্তিগত জীৱন অভিজ্ঞতাৰ লগতে অদৃষ্টবাদী ধ্যান-ধাৰণায়ো প্ৰকাশ লাভ কৰিছে। পাৰ্বতিপ্ৰসাদে জীৱনৰ আঁৰত এক অদৃষ্ট ৰহস্যময় শক্তিক স্বীকাৰ কৰিছে। সেই অজান ৰহস্যময়ৰ নিৰ্দেশত ভাগ্যৰ চকৰি ঘূৰে বুলি তেওঁ পতিয়ন গৈছে। অদৃষ্টবাদীসকলে জগতৰ সকলো কাৰ্য অদৃষ্ট শক্তিৰ দ্বাৰাই চালিত হয় বুলি বিশ্বাস কৰে। তেওঁলোকে ভাবে ; "মানুহে কৰোঁ বুলি কৰিব পৰা একো কাম নাই। যিজনৰ এই মহান অদৃষ্ট শক্তিত বিশ্বাস তেওঁহে অদৃষ্টবাদী হ'ব পাৰে — এফালেদি চালে দেখা যায় যে অদৃষ্টবাদীৰ কাৰণে পাপ-পুণ্যৰ বিচাৰ একোকে নাই। যি হ'ব লগা আছে হ'বই।

ভাগ্যৰ লিখন কোনে খণ্ডাব। (আব্দুছ ছত্তাৰ ; 'দুৰ্ৰৰাৰ ওমৰ তীৰ্থ'; *দুৰ্ৰৰাৰ কাব্য প্ৰতিভা*; পৃ. ৪২) দুৰ্ৰৰাই কৰা ৰুবায়তৰ অনুবাদ এটিতো এই ধাৰণা স্পষ্ট হয় ;

নিয়তিয়ে নিজ হাতেৰে যিদিনা
কপালত সিটি লিখিলে আহি
নাই লৰচৰ সেই আখৰৰ
সিদৰে জীৱন চলিব ভাহি। (দ্ৰষ্টব্য ; ওমৰ তীৰ্থ)

কবিয়ে যেতিয়া সেই সৰ্বনিয়ন্তাক 'কলিজাৰ তেজেৰে' পূজা কৰিব লগীয়া হ'ল তেতিয়া অদৃশ্যময়ৰ নিষ্ঠুৰ ৰূপটো কবিৰ চকুত ভাঁহি উঠিল।

নিঠুৰ নিৰ্দয়া তুমিয়ে যেতিয়া
মুচৰি ভাঙিলা হিয়া
ভঙা কলিজাৰ ৰঙা ৰহ টুপি
পিয়লা ভৰাই পিয়া প্ৰিয়তম
পিয়লা ভৰাই পিয়া।

নিয়তিৰ ক্ৰুৰ পৰিহাসত চুইনবাৰ্ণৰ দৰে (But the gods love not justice more than fane./And smile the righteous and the violent mouth; And mix with insolent blood the reverent man's,/And bruise the solier as the lying lips ) পাৰ্বতিপ্ৰসাদেও ঈশ্বৰৰ প্ৰতি বিৰূপ মনোভাব প্ৰকাশ কৰিছে। জীৱনৰ আবেলি বেলিকাতহে কবিয়ে জীৱন-বাঁহীৰ স্বৰূপ আৱিষ্কাৰ কৰিছে।

যাবৰ বেলিকা
বাঁহীটো থেকেচি গ'লো
আলফুল কৰি বুটলি লৈ
ইমান ফুৱালোঁ
বাঁহী নেবাজিল
চাওঁচো — বাঁহীটো ফটা।

এক অদৃশ্য শক্তিৰ সৈতে কবিৰ জীৱনৰ খেল আৰম্ভ হ'ল। জীৱনৰ প্ৰথম অৱস্থাত কবিলৈ অদৃশ্য ৰহস্যময়ে কৃপাদৃষ্টি বৰষিছিল।

সুখৰ দুখৰ ওমলা ঘৰৰ
দুৱাৰ মেলি দিলা
খেলিলোঁ ৰঙৰ খেলা।

ৰহস্যময়ৰ আশীষ-কৰুণা লাভ কৰি নলিনীবালায়ো অনুভৱ কৰিছিল ; 'বিশ্ব জগতৰ অমৃত দুৱাৰ/তুমি আজি দিছা মোকলাই/হৃদয়ৰ প্ৰিয় পাত্ৰ খনি তৃপিতি প্ৰসাদে/হিয়া মোৰ দিছা ওপচাই।' ৰঙৰ খেলাৰ মাজেৰে পাৰ্বতিপ্ৰসাদে জীৱনক উপভোগ কৰিব খুজিছিল। কিন্তু কবিৰ অনুশোচনা হৈছে তেওঁ সুখৰ দিনত ভগৱানক পাহৰি পেলাইছিল। সেই অভিমানতে যেন অদৃশ্য শক্তিয়ে কবিৰ জীৱনৰ খেলা ভাঙি দিলেহি ;

খেলোঁতে তোমাক পাহৰি গ'লোঁ
নিমিষতে আহি সকলোটি ভাঙি দিলা
বেজাৰত জলকা লাগিলোঁ।

কিন্তু কবিয়ে নিয়তিৰ ওচৰত হাৰ মনা নাই। পুনৰ নতুন উদ্যমেৰে খেল পাতিছে। মাজে মাজে তেওঁ নিয়তিক দোষাৰোপ কৰিছে।

মোৰ খেলৰ ৰঙবোৰ
আৰু পিয়াহৰ পানীবোৰ
কোনোবাই মিহলাই
তেনেই লেটি-পেটি কৰিলে
তুমিয়েই হ'বলা।

কবিয়ে 'কলিজাৰ তেজৰ' পিয়লা-ভৰা পূজা ভাগ নিয়তিলৈ আগবঢ়াই দি নিয়তিৰ কোপদৃষ্টিত তিতা হৈ যোৱা জীৱনৰ 'তিতা বানবাটি'টো নিজলৈ চপাই ল'লে। কবি ভাগি নপৰিল। হঁহা-কন্দাৰ মাদেজিয়েই তেওঁ নিজৰ উপস্থিতি ঘোষণা কৰিলে।

মোৰ ভাগত তিতা বানবাটিটো
পৰিল
ৰঙা পিয়লাটো তোমালৈ
মই কান্দিছোঁ
মই হাহিছোঁ
মই আছোঁ।

দুৰ্বৰায়ো অনুভৱ কৰিছিল হঁহা-কন্দাই জগতৰ চিৰন্তন ৰীতি। ইয়াৰ আঁৰত নিয়তিয়ে জীৱনৰ চকৰি ঘূৰাই থাকে।

তৃ ; হঁহা কন্দা জগতৰ ৰীতি চিৰন্তন
বিষাদত উলাহৰ গান ;
পোহৰত আন্ধাৰৰ অন্ধ আবৰণ
নিয়তিৰ বিচিত্ৰ বিধান। (আপোন সুৰ)

পাৰ্বতিপ্ৰসাদে জীৱনটোক তাচখেলৰ লগত তুলনা কৰিছে। এটা সময়ত কবিয়ে জীৱনৰ তাচখেলত জয়ী হোৱাৰ মানসেৰে ৰঙীন কল্পনা আৰু আশাৰে মন ভৰাই ৰাখিছিল। কাৰণ কবিৰ একমাত্ৰ সম্বল মনোবল। পাৰ্বতিপ্ৰসাদ জীৱন সংগ্ৰামৰ এজন সাহসী যোদ্ধা। তেওঁ নিজকে জীৱনৰ 'ৰণ-পথাৰ'ত যুঁজাৰু ৰূপে-থিয় কৰাইছে। কিন্তু সংসাৰ যুঁজত ক্লান্ত হৈ কবিয়ে নিয়তিক অনুৰোধ কৰিছে ;

নেলাগে নেমেলোঁ আৰু মই
সংসাৰৰ যুঁজ কৰা খেল
যেয়ে তুমি নোহোৱা লাগিলে
মিছাতেই নেহানিবা শেল।

কবিয়ে নিয়তিৰ হাতত থকা সন্ধ্যা ৰঙৰ পাত খিলাৰ মাজত পৰিণতিৰ ইংগিত পাইছে।

কিন্তু হাঁয়
খেলৰ শেষত আলেঙে চাই
তোমাৰ হাতত সন্ধ্যা ৰঙৰ
পাত এখিলা দেখি
ভাবি মৰো-ই কি ?

নিয়তিৰ হাতৰ সন্ধ্যা ৰঙৰ পাতটোৰ মাজত মৃত্যুৰ প্ৰতীকী ৰূপ কবিয়ে দেখা পালে ;

মই যে হাৰিম
এইবাৰ খেলত ধ্ৰুপ ;
তোমাৰ হাতত লুকাই থৈছা
মৰণ ক'লা তুৰূপ !

কবিয়ে নিয়তিক 'জুৱাৰী'ৰ ৰূপত আৱিষ্কাৰ কৰিলে ;

কোনহে তুমি,
জীৱন মৰণ
তিন তাচ-খেলা জুৱাৰী ?
তোমাৰ লগত নোৱাৰি।

ইয়াতে অদৃষ্টবাদী ওমৰৰ ৰুবায়ৎ এটিৰ প্ৰতিধ্বনি শুনা যায় ;

দিন ৰাতি ল'ই আন্ধাৰ পোহৰে
আঁকা এইখিনি পাশাৰ ঢাল

মানুহক লৈ পষটি খেলিছে

বহি নিয়তিয়ে অনন্ত কাল। (দ্ৰষ্টব্য ; যতীন দুৱৰা ; ওমৰ তীৰ্থ)

ছুফীবাদীসকলে জীৱনৰ নিয়তিৰ প্ৰভাৱক পাশা-খেলৰ লগত তুলনা কৰে। পাৰ্বতিপ্ৰসাদে নিয়তি আৰু জীৱনৰ খেলক 'তাচ-খেল'ৰ লগত তুলনা কৰিছে। দুৱৰায়ো অনুভৱ কৰিছে নিয়তিয়ে অনন্তকাল মানৱ জীৱনক লৈ 'পাষটি' খেলিছে। অন্ধ নিয়তিৰ অন্ধবিশ্বাসত মানৱ জীৱনৰ ৰথ চলে। পাৰ্বতিপ্ৰসাদেও জীৱনৰ তাচখেলত 'জুৱাৰী' ৰূপী নিয়তিৰ জয় ঘোষণা কৰিছে।

দুৱৰাই ছুফীবাদৰ মূল ভাব ধাৰাটো সম্পৰ্কে এনেদৰে কৈছে ; "ঈশ্বৰ সকলো সময়তে আমাৰ লগতেই থাকে আৰু আমি নানা কামৰ মাজত থাকি তেখেতলৈ পাহৰি যাওঁ আৰু যেতিয়া মনত পৰে তেতিয়া বৰ বেজাৰেৰে কওঁ 'প্ৰভু তুমি ক'লৈ গ'লা'? আৰু লাহে লাহে অনুতাপ আহে। যেতিয়া বুজে যে আমাৰ অনুতাপ অন্তৰৰ পৰা আহিছে তেখেতে কয় যে মই সদায় তোমাৰ লগতেই আছিলোঁ, তুমিহে মোলৈ পাহৰি গৈছিলা, তেতিয়া আকৌ দুয়োৰে মিলন হয় (beautifude or mystic communions)" ('মোৰ ক'বলগীয়া দুআষাৰমান'; *মিলনৰ* সুৰ, পৃ. ২) পাৰ্বতিপ্ৰসাদেও ছুফী সাধকৰ দৰে অনুতাপ কৰিছে;

ৰঙত তোমাক পাহৰি যাওঁ

তুমি আহি মাৰি দিয়া

বেজাৰত আহি তোমাৰ পৰশ দিয়া

অশেষ তোমাৰ দয়া।

ভগৱানে যেন সোঁৱৰাই দিয়ে ; 'মই তোমাৰ লগতে আছিলোঁ।' পাৰ্বতিপ্ৰসাদৰ নিয়তিৰ ওপৰত বিশ্বাসৰ বিষয়ত ওমৰ খায়ামৰ আদৰ্শৰ প্ৰতিধ্বনি শুনা যায়। পাৰ্বতিপ্ৰসাদে নিয়তিৰ প্ৰতি বীতশ্ৰদ্ধ হৈ কৈছে 'অশেষ দিলা/জীৱনৰ সাজ পানী টুপি/গেদেৰেয়ি সৈতে/তিতা কৰি দিলা।' কবিয়ে বিধাতাক প্ৰত্যাহ্বান জনাইছে। তাৰপিছতে ঈশ্বৰৰ নিষ্ঠুৰ ৰূপৰ বিপৰীতে দয়াশীল ৰূপটোও কবিৰ চকুত ভাঁহি উঠিছে। পাৰ্বতিপ্ৰসাদে ব্যৱহাৰ কৰা 'সাজপানী', 'পিয়লা' আদি উপমাই ওমৰলৈ মনত পেলাই দিয়ে —

দ্ৰষ্টব্য ; ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা

জীৱন মদিৰা ভৰাই দিয়া। (ওমৰ তীৰ্থ)

ওমৰৰ দৰ্শন আৰু পাৰ্বতিপ্ৰসাদৰ বিশ্বাসৰ মাজত পাৰ্থক্য আছে।

দুৱৰাৰ কবিতাতো নিয়তিৰ প্ৰভাৱ পৰিছে। কিন্তু দুৱৰাৰ দৰে পাৰ্বতিপ্ৰসাদে নিয়তিৰ ওচৰত আত্মসমৰ্পণ কৰা নাই। নাইবা পাৰ্বতিপ্ৰসাদে ওমৰৰ দৰে নিয়তিক অন্ধ ৰূপেও --

তু. অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত
চলে মানৱৰ জীৱন ৰথ (ওমৰ তীৰ্থ)

কল্পনা কৰা নাই। আনহাতে দুৱৰাৰ নিয়তিৰ ওচৰত অসহায়তাৰ মূলতে আছে প্ৰেমজনিত দুখ। কিন্তু পাৰ্বতিপ্ৰসাদৰ এই ধাৰণাৰ মূলতে আছে জীৱনৰ বিভিন্ন ঘাত-প্ৰতিঘাত আৰু আত্মীয়ক হেৰুৱাই পোৱা বিচ্ছেদ জনিত দুখ।

ভাৰতীয় চিন্তাধাৰাত অদৃষ্টক অন্ধ, যান্ত্ৰিক ৰূপে কল্পনা কৰা নহয়। মানুহে নিয়তিৰ কৰ্মক স্বাধীন ইচ্ছাৰ দ্বাৰা কিছু পৰিমাণে নিয়ন্ত্ৰণ কৰিব পাৰে। (দীপ্তি ত্ৰিপাঠী ; আধুনিক বাংলা কাব্য পৰিচয় ; পৃ. ২০৭) পাৰ্বতিপ্ৰসাদে নিয়তিৰ প্ৰতি এনেধৰণৰ মনোভাবহে পোষণ কৰিছে। কিন্তু দুৱৰাই নিয়তিৰ নিৰ্দেশ অলংঘনীয় ৰূপে বিশ্বাস কৰিছে।

তু. ; ব'ঠা এৰি বহে নাৱৰীয়া
অজানৰ সুৰে নিয়ে টানি
সোঁতে তাৰ চিৰ লগৰীয়া
নিয়তিৰ জীৱনৰ চিৰ লগৰীয়া। (চিৰ লগৰীয়া)

পাৰ্বতিপ্ৰসাদে নিয়তিৰ বিধান মানিও মনৰ চিৰ তাৰুণ্য আৰু আত্মশক্তিৰে নৱসৃষ্টিৰ আশা পোষণ কৰিছে। সুন্দৰ পৃথিৱীৰ পৰা কবি আঁতৰি যাব বিচৰা নাই। পাৰ্বতিপ্ৰসাদৰ কবিতাত কৰ্মবিমুখতাৰ বিপৰীতে আছে গীতাৰ কৰ্মযোগৰ সাধনা।

কিন্তু তথাপি
ধূলিমাটিৰ এই
ধৰণী খনিক
সাৱটিবলৈ নেৰিছোঁ।

অদৃশ্য শক্তিৰ সৈতে কবিয়ে সাহসেৰে মুখামুখি হৈছে। প্ৰাণ বিদ্ৰোহী হৈ উঠিছে।

তোমাৰ টুনত
কিমান আছে শৰ?
খোলা বুকুখনি
উদঙাই দিলোঁ
আগবঢ়াই
মুখেৰে নেমাতি
আচামী হাজিৰ।

তু. "All we are against thee, against thee, O god most high". – Swinburne

পাৰ্বতিপ্ৰসাদে বুকুৰ সাহসেৰে নিয়তিৰ ইচ্ছাক প্ৰতিৰোধ কৰিবলৈ গৈ প্ৰত্যাহ্বান জনাইছে। নিয়তিৰ ইচ্ছাক নিয়ন্ত্ৰণ কৰাৰ সাহস সঞ্চয় কৰিছে। শেহত অদৃশ্য শক্তিয়েই যেন কবিক সোঁৱৰাই দিলে— খেল ভঙা পতাৰ মাজেৰেহে হয়। কবিয়ে জীৱন এষণা লাভ কৰিলে।

উৰা কান্দিছা কিয় ?
খেল ভঙা খেলহে
খেলিছোঁ আমি।

এনেবোৰ বিচাৰ-বিশ্লেষণৰ মাজেৰে এটা কথা স্পষ্ট হয়, পাৰ্বতিপ্ৰসাদৰ নিয়তিৰ ওপৰত থকা বিশ্বাসত ছুফীবাদ আৰু ভাৰতীয় অদৃষ্টবাদৰ ধাৰণাৰ সমন্বয় সাধিত হ'লেও কবি অদৃষ্টবাদী নহয়। অমৰ শিল্পী বেনগাফৰ দৰে ("Hope should manifest itself, not as a feeling, but as an action in the present. Because I have hope, I have exerted all my energy.") পাৰ্বতিপ্ৰসাদে সত্যক সহজভাৱে গ্ৰহণ কৰিছে আৰু আত্মবল, কৰ্ম্মশক্তিৰে জীৱনক পুনৰ সজাই তোলাৰ হেঁপাহ পুহি ৰাখিছে। কবিৰ ভাব পৰিমণ্ডলত ভাৰতীয় অদৃষ্টবাদৰ ধাৰণাহে অধিক স্পষ্ট হৈ উঠিছে।

আঠ

# পাৰ্বতিপ্ৰসাদৰ কবিতাত প্ৰেমৰ ৰেঙণি

ৰোমান্টিক যুগৰ সৰহসংখ্যক কবিৰ কবিতাত প্ৰেমে বিশেষ স্থান অধিকাৰ কৰি আছে। প্ৰেমৰ বিচিত্ৰ কল্পনা, অনুভূতি, অভিজ্ঞতা, আবেগৰ সঞ্চাৰণ ৰোমান্টিক যুগৰ কবিতাৰ অন্যতম প্ৰধান বৈশিষ্ট্য। ৰমন্যাসিক যুগত প্ৰেমৰ কবিতা লিখাটো এটা ৰীতিত পৰিণত হৈছিল। কেতিয়াবা হৃদয়ৰ সঁচা আবেগ আৰু কেতিয়াবা কবিতাৰ প্ৰয়োজনত আনি লোৱা প্ৰেমৰ আবেগ --- এই দুয়োটি দিশ কবিতাসমূহত প্ৰতিফলিত হৈছে। (কৰবী ডেকা হাজৰিকা, অসমীয়া কবিতাত প্ৰেমৰ সুৰ, অসমীয়া কবিতা ; পৃ. ১১৩)

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত ব্যক্তিগত প্ৰেমৰ গুঞ্জন শুনা নাযায়। প্ৰেমৰ উত্তৰণহে লক্ষ্য কৰা যায়। প্ৰেমৰ আবেগ-অনুৰাগক পাৰ্বতিপ্ৰসাদে চিৰন্তন প্ৰেমৰ আধাৰ হিচাপে অনুভৱ কৰিছে। সেয়ে তেওঁৰ প্ৰেম দেহ আৰু হৃদয়ৰ সীমা অতিক্ৰম কৰি এক প্ৰশান্ত আনন্দ ৰসৰ সৈতে যুক্ত হৈ পৰিছে।

### পাৰ্বতিপ্ৰসাদৰ প্ৰেমমূলক কবিতা

পাৰ্বতিপ্ৰসাদৰ *সেউজী পাৰত তোমাৰ নিৰলা ঘৰত* আৰু *সেউজীয়া পাতবোৰ*--- আদি কবিতাক বহুতে (জ্ঞানানন্দ শৰ্মা পাঠক ; পাৰ্বতিপ্ৰসাদ বৰুৱাৰ কবিতা; *দৈনিক অসম*; শাৰদীয় সংখ্যা ; পৃ. ৭১) প্ৰেমমূলক কবিতাৰ শাৰীত থ'ব খোজে যদিও প্ৰকৃততে ইবোৰ ৰমন্যাসিক প্ৰেমৰ কবিতা নহয়। এইবিলাক অতীন্দ্ৰিয় প্ৰেমৰ কবিতা। এনেবোৰ কবিতাত মিলনৰ আনন্দতকৈ বিষাদৰ সুৰ বেছি স্পষ্ট।

তোমাৰ খোপাৰ সৰি পৰা এটি
ৰঙা কৰবীৰ পাহি ;
তাৰো আজি হায়, পাপৰি গ'ল মৰহি,
তেনেকৈয়ে হায় শুকালে যেতিয়া

পিন্ধালোঁ যি ধাৰি মালা ;
জানোচা পাহৰি গ'লা। — (ময়াপী)

পাৰ্বতিপ্ৰসাদ প্ৰেমৰ চিৰন্তন শক্তিৰ ওপৰত আস্থাশীল ;

চেনেহৰ পানী পালে শুকান মৰহা পাতে
জানোচা একণি পাব জীপ,
এন্ধাৰে আৱৰা প্ৰাণে একণি উশাহ পাব
জ্বলে যদি প্ৰেমৰ প্ৰদীপ।
— (সেউজীয়া পাতবোৰ)

প্ৰেমৰ মাজেৰেই কবিৰ মনত এক সংযত মৃত্যু-চেতনা জাগ্ৰত হৈছে ;

ঈশ্বৰৰ আঙুলিয়ে পৰশিব ধীৰে ধীৰে
টোপনিয়ে ধৰিব সাৰটি
চেনেহ চুমাটি যাচি শেহবাৰলৈ মাথোঁ
শীতল দেহাটি দিবা ঢাকি।

পৰ্যবেক্ষণ কৰি দেখা গ'ল — পাৰ্বতিপ্ৰসাদৰ প্ৰেমানুভূতিৰ মাজত ইন্দ্ৰিয়-বিলাস নাই। ৰহস্যময় প্ৰেম অভিজ্ঞতাৰ বিষাদভৰা সোঁৱৰণ থাকিলেও অন্যান্য ৰমন্যাসিক প্ৰেমৰ কবিৰ কবিতাৰ দৃষ্টিভংগীতকৈ পাৰ্বতিপ্ৰসাদৰ দৃষ্টিভংগী সুকীয়া।

**পাৰ্বতিপ্ৰসাদৰ দেশপ্ৰেম**

ৰোমান্টিক যুগতে বিভিন্নজন কবিৰ কবিতাত দেশাত্মবোধৰ চেতনা জাগ্ৰত হ'ল। এই দেশাত্মবোধৰ চেতনাৰ মাজত দুটা ৰূপ দেখা গ'ল — গভীৰ আশাবাদ আৰু বিদ্ৰোহী চেতনা। অসমীয়া ৰমন্যাসিক কবিতাত কেইবাজনো কবিৰ কবিতাত দেশপ্ৰেমৰ সুৰ বাজি উঠিল। তাৰে ভিতৰত — *লক্ষ্মীনাথ বেজবৰুৱা, কমলাকান্ত ভট্টাচাৰ্য, অম্বিকাগিৰী ৰায়চৌধুৰী, প্ৰসন্নলাল চৌধুৰী, নলিনীবালা দেৱী, তৰুণৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুৰাভা, অতুল চন্দ্ৰ হাজৰিকা, বিনন্দ চন্দ্ৰ বৰুৱা, পাৰ্বতিপ্ৰসাদ বৰুৱা, আনন্দ চন্দ্ৰ বৰুৱা, গণেশ গগৈ, শৈলধৰ ৰাজখোৱা, পদ্মধৰ চলিহা, দেৱকান্ত বৰুৱা* আদিৰ কবিতা দেশপ্ৰেমৰ অনুৰাগেৰে ৰঞ্জিত।

দেশপ্ৰেম পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ অন্যতম প্ৰধান বৈশিষ্ট্য। তেওঁৰ সমগ্ৰ ৰচনাৰ মাজত দেশপ্ৰেমৰ চেতনা অন্তৰ্নিহিত হৈ আছে। অসমীয়া ভাষা, সাহিত্য-সংস্কৃতিৰ প্ৰতি থকা গভীৰ মোহ, দেশৰ ঐতিহ্য আৰু গৌৰৱক অক্ষুণ্ণ ৰখাৰ মানসিকতাৰ মাজতে কবিৰ দেশাত্মবোধৰ অনুৰাগ প্ৰতিফলিত হৈছে। কেৱল ইমানেই নহয় অসমৰ

আকাশ-বতাহ, নদী-নিজৰা, বন-অৰণ্য, পাহাৰ-ভৈয়াম, জীৱ-জড় — এই সকলোৰে প্ৰতি পাৰ্বতিপ্ৰসাদৰ ভালপোৱা গভীৰ। উল্লেখযোগ্য যে পাৰ্বতিপ্ৰসাদে অনুভৱ কৰিছিল কেৱল অতীতৰ গৌৰৱৰ সোঁৱৰণীয়েই দেশৰ অস্তিত্ব ৰক্ষা নকৰে। সেই ক্ষেত্ৰত পাৰ্বতিপ্ৰসাদ সজাগ-সচেতন আছিল। ঊনবিংশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ পৰাই অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত নানা দুৰ্যোগে দেখা দিছিল। পৰাধীনতাৰ শিকলি ছিঙি স্বদেশক স্বাধীন কৰাৰ মানসিকতা, অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ আত্ম-মৰ্যাদা পুনঃ প্ৰতিষ্ঠা কৰাৰ মানসিকতা, জাতীয় জীৱন পুনৰুজ্জীৱিত কৰাৰ মানসিকতা ঊনবিংশ শতিকাৰ সচেতন কবি-সাহিত্যিকসকলৰ কাপত প্ৰকাশিত হৈছিল। সচেতন আৰু দেশপ্ৰেমিক কবি-সাহিত্যিক সকলে জাতীয় উদ্বোধনী গীত-কবিতা ৰচনা কৰি দেশবাসীৰ হৃদয়-মন আলোড়িত কৰিবলৈ যত্ন কৰিছিল। অসমীয়া ৰোমাণ্টিক যুগত এনেধৰণৰ স্বদেশপ্ৰেমমূলক গীত-কবিতাৰ মাজুত প্ৰাদেশিক চেতনাৰ প্ৰকাশ লক্ষ্য কৰা যায়। এইক্ষেত্ৰত পাৰ্বতিপ্ৰসাদো ব্যতিক্ৰম নহয়। পাৰ্বতিপ্ৰসাদৰ অসম সাহিত্য সভাৰ ঊনত্ৰিংশ সন্মিলনৰ সংগীত অধিৱেশনৰ সভাপতিৰ অভিভাষণখনৰ ছত্ৰে-ছত্ৰে এনে চিন্তা প্ৰতিফলিত হৈছে। তেওঁ কৈছে — "পাছে আমাৰ হেন আছিল, তেন আছিল, সকলো আছিল বুলি কৈ যোৱাৰ নিচিনাকৈ কলা-শিল্পত আছিল বুলি ক'লেই হ'বনে, নাই এই সম্পৰ্কে আমাৰ কৰিবলগীয়া কিবা আছে। কথা উঠিব পাৰে আছিল যদি আছিল থৈ দিয়া। আমাৰ সভ্য সমাজৰ মাজলৈ তেওঁক টনা-আজোঁৰা কৰিবৰ সময় নাই। আমি সোধো — আপোনাৰ সমাজৰ নামঘৰটো যি মাটিডোখৰত সাজিছে তাৰ পট্টাখন কাৰ নামত আছে? যদিহে আপোনাৰ নিজা মাটি নহয় তেন্তে আপোনাৰ নিজা বুলিবলৈ একো নাই, কিয়নো নামঘৰত থিয় হৈ আপুনি যি মাহ-প্ৰসাদ চোবাইছে সি একেবাৰে জুঠা আৰু বিজতৰীয়া, আৰু তাক গ্ৰহণ কৰি আপুনি আজি আদৰাণ্ডী। সেয়ে নহৈ আপুনি যদি আপোনাৰ নিজত্বটো প্ৰকাশ কৰিবলৈ ইচ্ছা কৰে তেনেহ'লে আপোনাৰ আইগৰাকী দুখীয়া নিছলা হ'লেও আই বুলি মাতিবলৈ লাজ পালে নচলিব। আপুনি উভতি আহিবই লাগিব নিজৰ মাটি ভেটি বিচাৰি। এতিয়া আমাৰ সকলো বিষয়তে এই নিজৰ ভেটি বিচৰাটোৱেই হৈছে প্ৰথম প্ৰয়োজনৰ কথা — আমাৰ জাতীয়তা ৰক্ষা কৰিবলৈ হ'লে।" এটি গীতৰ মাজতো এনে ভাব প্ৰকাশিত হৈছে—

দুখীয়া হ'লেও নিছলা হ'লেও
আই মোৰ মৰমৰ
আইতকৈনো বাৰু আছেনে আপোন
আছেনে কোনোবা বৰ।

— (নোবোলো তোক সোণৰ অসম)

পাৰ্বতিপ্ৰসাদৰ গদ্য আৰু কেইবাটিও গীতি-কবিতাত স্বদেশ, স্বজাতি আৰু মাতৃভাষাৰ উন্নতিৰ দায়বদ্ধতা প্ৰকাশিত হৈছে। পাৰ্বতিপ্ৰসাদৰ জাতীয় প্ৰেমৰ প্ৰকাশ প্ৰকট হৈ উঠিছে তলৰ কথাখিনিত — "এটা জাতিৰ শিল্প-সংস্কৃতিক বাদ দি স্বাধীনতাক বৰণ কৰিবলৈ যোৱা আৰু এখন হাত কাটি কৰযোৰে প্ৰণাম কৰিবলৈ যোৱা একে কথা। সেই কাৰণে শিল্পৰ বৰঘৰটো সাজিবলৈ যোৱাৰ আগতে নিজৰ পট্টালগা ভেটিটো বিচাৰি উলিওৱাটোৱেই হৈছে ঘাই কথা।" (পৃ. ২৯৫)

পাৰ্বতিপ্ৰসাদে পৰাধীনতাৰ শিকলি ছিঙি দেশমাতৃক জয়মালা পিন্ধাবলৈ, জাতীয় ঐতিহ্য আৰু পৌৰুষৰ প্ৰতি সন্মান জন্মাই নতুন উদ্যম আৰু সাহসেৰে দেশ গঢ়াৰ কৰ্ম-যজ্ঞত জঁপিয়াই পৰিবলৈ, অসমীয়া জাতিক উদ্বুদ্ধ কৰিবলৈ প্ৰেৰণা জগাইছিল গীতৰ মাধ্যমেৰে—

মৰণ জয়ীৰ মৃত্যুৰ ভয় নাই ;
যায় আগবাঢ়ি জীৱনৰ জয় গাই।
কেঁচা কলিজাৰ তপত তেজৰ ধাৰ,
জননী পূজাৰ সেয়ে হক উপচাৰ ;
ব'লা সমুখলৈ বিঘিনি গুচাই
জয় যাত্ৰাৰ সমদল।
জয় জয় জয়, অসমবাসীৰ জয়।।

পাৰ্বতিপ্ৰসাদে বৃটিছৰ বিৰুদ্ধে সংগ্ৰামত লিপ্ত নহ'লেও দুই-এটি লেখনিৰ মাজত জাতীয় জাগৰণৰ মন্ত্ৰ নিহিত হৈ আছে। তেওঁ 'ময়াপী'ৰ অন্তৰ্ভুক্ত এটি গীতি-কবিতাত বীণ বৰাগীৰ ৰূপেৰে কৈছে —

'ফাঁচি দি মাৰিলে মণিৰাম দেৱানক
মাটিত নপৰিল তেজ
মণিৰামৰ বিনে মৰা জীয়াবলৈ
আনটো নাছিল বেজ।'

কবিয়ে মণিৰাম দেৱানৰ জীৱন আৰু আদৰ্শৰ মাজত, দেশ আৰু জাতিৰ বাবে প্ৰাণ উৎসৰ্গ কৰা মহিমাৰ মাজত উদ্বোধনী মন্ত্ৰ শুনিবলৈ পাইছে —

'মৰা অসমীয়াক জীয়াবলৈ বুলি
জীৱনটো এৰি থৈ গ'ল
অন্তিমৰ নিশাহটি অসমৰ বতাহত
আজিও বিয়পি ৰ'ল।'

মণিৰাম দেৱানৰ আত্মত্যাগৰ ঐতিহাসিক কাহিনী সুঁৱৰি বীণ-বৰাগী ৰূপী পাৰ্বতিপ্ৰসাদে দেশ আৰু জাতিক আহ্বান কৰিছে —

সেয়ে ৰিঙিয়াই গায়
ৰঙা টুনি আজি কেইটা নহয়
ক'লা টুনি জাক জাক,
'জাগ, অসমীয়া জাগ'
মণিৰামৰ মৰণে গায় —
'জাগ, অসমীয়া জাগ'।।

পাৰ্বতিপ্ৰসাদে জাতিৰ অস্তিত্ব ৰক্ষাৰ বাবে ইতিহাসক শ্ৰদ্ধাৰে উভতি চোৱাৰ কথাত গুৰুত্ব আৰোপ কৰিছে। উল্লেখযোগ্য যে ১৯৬২ চনৰ চীন দেশে ভাৰত আক্ৰমণ কৰাৰ সময়ত পাৰ্বতিপ্ৰসাদ অসুস্থ হৈ আছিল। সেই সময়ত ভূপেন হাজৰিকাই সংগীত-বাহিনী উলিয়াই দেশৰ প্ৰতিৰক্ষা কাৰ্যসূচীত নেতৃত্ব প্ৰদান কৰিছিল। ভূপেন হাজৰিকাই ট্ৰাকত শিল্পীসকলক লৈ দেশাত্মবোধৰ গীত গাই দেশবাসীক জাগৰিত কৰাৰ সময়তে পাৰ্বতিপ্ৰসাদেও অসুস্থ দেহাৰে সেই শিল্পী বাহিনীৰ সৈতে ঘূৰি শিল্পী সকলক উৎসাহিত কৰিছিল ; তেওঁৰ প্ৰাণৰ উদ্যম প্ৰকাশ কৰিছিল। ১৮৮৫ শকৰ ৩য় বছৰৰ ৯ম সংখ্যাৰ (১৯৬৩) 'আমাৰ প্ৰতিনিধি'ত প্ৰকাশিত 'ৰণ আহ্বান' নামৰ কবিতাটিৰ মাজত কবিৰ প্ৰবল দেশাত্মবোধৰ চেতনা প্ৰকাশিত হৈছে —

আমি জাগিছোঁ, আহিছোঁ আমি
আইৰ ৰণশিঙা শুনি আমি আহিছোঁ
মাতৃপদত বিজয় আশীষ মাগিছোঁ।
মই নৰিয়া লাচিত জ্বৰীয়া গাৰেই
নাৱত জাঁপ দিওঁ — নদাই পাতাহি কান্ধ।
মই চাকোলা পিয়লি খাৰ-ঘৰ পোৰোঁ
নাৰায়ণ, বোকোচা বান্ধ।
মই মণিৰাম হালধীয়া টুনি
গচকি মোহাৰি মাৰোঁ
পীত-বঙালক খেদি পঠিয়াই
চাংপো নৈ পাৰ কৰোঁ।
মাৰ অ' মাৰ,
সোৱণশিৰিৰ সোণ চুৰ কৰা —

ডকাইত দলক মাৰ।
কোন অ' সেইমখা
খেহ্ দেশবাসী
খেহেতা কানীয়া চোৰ,
ঢাপৰ জেওৰা
ভাঙিবলৈ আহ
আই ভাৰতীৰ মোৰ?
ভাগ্ ভাগ্ ভাগ্
বিশ্ব ছন্দকা খোৰা চীনৰ
ভাৰতত নাই স্থান।

এই কবিতাটিৰ ওজস্বী ভাষাৰ মাজত পাৰ্বতিপ্ৰসাদৰ ইতিহাস চেতনা আৰু স্বদেশ প্ৰেমৰ এষণা উজলি উঠিছে। কবিতাটোত কবিয়ে অসমৰ অতীত ঐতিহ্য সুঁৱৰি আত্মপ্ৰত্যয় লাভ কৰিছে আৰু আত্মপ্ৰত্যয়ৰ পৰা নিঃসৰিত সাহস আৰু প্ৰেৰণাৰে নতুন পুৰুষক উদ্দীপনা যোগাইছে, দেশবাসীক আশাৰ বাণী শুনাইছে—

শুনি সি আহ্বান আগ কৰি প্ৰাণ
জাকে জাকে আজি ওলাই আহিছে
মাতৃ শৰণীয়া নৱ জোৱান ;
গঙ্গা গোদাৱৰী কৃষ্ণা কাবেৰী
পঞ্চ নদীৰ পাৰৰ জোৱান দল ;
লুইতপৰীয়া বাঘৰ আগ-তেল খোৱা
শৰাইঘটীয়া ডেকাৰ দল।

পাৰ্বতিপ্ৰসাদৰ স্বদেশপ্ৰেম এহাতে প্ৰাদেশিক চেতনাবোধেৰে পুষ্ট, আনহাতে ভাৰতীয় জাতীয়তাবোধেৰে উদ্দীপ্ত। পাৰ্বতিপ্ৰসাদে কেৱল অসমৰ ঐতিহ্য, গৌৰৱক সুঁৱৰিয়েই ক্ষান্ত থকা নাই, ভাৰতৰ গৌৰৱমণ্ডিত ইতিহাস সুৱঁৰিছে—

'মেঘ যেন গৰ্জি ড্ৰেগন অসুৰে
আইৰ শান্তি ভংগ কৰে
ৰহ ৰহ বাণী বোলগু গোঁসানী
আয়ে মধু পান কৰে'
আছিল ভাৰতী পঞ্চশীল মানি
শান্তি ধ্যানত মগ্ন।

বিশ্বাসঘাতক ডকাহতৰ দলে
শান্তি কৰিলে ভংগ।

বাৰে বাৰে অস্তিত্বৰ সংকটত ভোগা, বিপৰ্যয়ৰ সন্মুখীন হোৱা ভাৰত জননীয়েই কবিৰ জন্মভূমি। কবিৰ ভাৰত-প্ৰেমৰ অন্তৰালত আশাবাদী স্বপ্ন উজলি উঠিছে —

আই ভাৰতীৰ শান্তিৰ ধ্যান
ভাগিল অ' আজি ভাগিল অ'
সৌৱা জাগিল অ' সৌৱা জাগিল অ'
কেঁচাইখাতী আজি জাগিল অ'।
শুন সেয়া আজি ৰণশিঙা কাৰ
বজ্ৰ নিনাদে বাজিছে
ৰণচণ্ডী আই হুংকাৰ পাৰি
ৰণ জেউতি সাজিছে।

পাৰ্বতিপ্ৰসাদে ভাৰতীয় শিল্প-সংস্কৃতিৰ আদৰ্শ জীয়াই ৰখাটো মনে-প্ৰাণে কামনা কৰিছিল আৰু ভাৰতীয় শিল্পাচাৰ্য শুক্ৰাচাৰ্যৰ সুৰতে সুৰ মিলাই দোহাৰিছিল —"পশ্চিমৰ ফালে মুখ কৰি বেলি ওলোৱা চাবলৈ আশা কৰা মিছা। বেলি যে কি পদাৰ্থ তাক চাবলৈ পুবফাললৈ মুখ কৰক। যি শিল্প-সূৰ্য গোটেই প্ৰাচ্যজগত সৌন্দৰ্য কিৰণত বুৰাই পশ্চিম সাগৰত এদিন মাৰ গ'ল, আকৌ নিশ্চয় কোনো সুপ্ৰভাতত তেওঁৰ দৰ্শন পাব।" (শিল্প সম্পৰ্কে একাষাৰ, পৃ. ৩১৭)

পাৰ্বতিপ্ৰসাদৰ দেশভক্তিৰ অন্তৰালত অসমীয়া লোক-সংস্কৃতিৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধা প্ৰকাশিত হৈছে। 'আই মোৰ সোণৰে অসমৰ' শীৰ্ষক গীতি-কবিতাটিৰ মাজত আইনামৰ ভাব আৰু সুৰে বিশালতা প্ৰদান কৰিছে। বসন্ত ৰোগৰ অধিষ্ঠাত্ৰী দেৱীক সন্তুষ্ট কৰিবৰ কাৰণে অসমীয়া নাৰী সমাজত সবাহ পাতি তুতি-মিনতি কৰাৰ পৰম্পৰা প্ৰচলিত হৈ আহিছে। এই তুতি-প্ৰাৰ্থনা বিলাকত সৰল বিশ্বাস আৰু প্ৰগাঢ় ভক্তি নিহিত হৈ আছে। পাৰ্বতিপ্ৰসাদৰ এই গীতটিৰ মাজতো অনুভৱৰ আন্তৰিকতা, দেশমাতৃৰ প্ৰতি থকা গভীৰ ভক্তিৰ প্ৰকাশ আছে। ভগৱতীক পূজা-অৰ্চনা কৰাৰ সময়ত নামতীসকলে পূজাৰ উপচাৰ বিচাৰি নাপাই কেৱল নামেৰেই পূজা কৰিবলৈ আকুতি জনায়। এনে উপলব্ধিৰে পাৰ্বতিপ্ৰসাদেও দেশমাতৃৰ প্ৰতি আগবঢ়োৱা পূজাভাগ অপৱিত্ৰ বুলি ঘিণ নকৰি গ্ৰহণ কৰিবলৈ আকুতি জনাইছে—

আই মোৰ নিছলা সেৱকৰ নিঃকিন পূজাভাগ
নিঘিণি লোৱা আই তুলি।

সেৱাৰ বঢ়া-টুটা ক্ষেমিবা আই মাতৃ
দুখীয়া নিছলা বুলি।।

দেশপ্ৰেমিক সকলৰ অনুভৱত নিজৰ দেশ নিঃকিন হ'লেও অতুলনীয়, পূজাৰ যোগ্য। এনে মহানুভৱতাৰ প্ৰকাশ আছে 'পূজোঁ আহাঁ আই মাতৃৰ চৰণকমল' শীৰ্ষক গীতটিত —

কি আছে কি দিম আমি দুখিত আতুৰ,
আই মাতৃৰ চৰণ সেৱি হৃদয় কৰোঁ জুৰ।

দেশ মাতৃৰ পূজা কৰিবলৈ পোৱাটোৱেই কবিৰ বাবে পৰম সৌভাগ্যৰ কথা। পূজাৰ আসনত অধিষ্ঠিত দেশমাতৃৰ ছবিখন পাৰ্বতিপ্ৰসাদৰ লিখনিত জিলিকি উঠিছে —

ৰতনেৰে সিংহাসনত জননী বহিছে।
সুবৰ্ণৰে বন্তিগাছি উজলি জ্বলিছে।।
ভ্ৰমৰে গুঞ্জন কৰে মৃদু মৃদু ৰাৱ।
মলয় পৱন বহে লহু লহু বাৱ।।

— (জয় জয় আই মোৰ অসমৰ জয়)

পাৰ্বতিপ্ৰসাদৰ স্বদেশপ্ৰেমমূলক কবিতাৰ মাজত অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যৰ কবিতাৰ অগ্নিস্ফুলিংগ নাই নাইবা প্ৰসন্নলাল চৌধুৰীৰ দৰে বিপ্লৱী ভাৱধাৰাৰ প্ৰকাশো নাই ; আছে বেজবৰুৱাৰ স্বদেশানুৰাগৰ মাজত প্ৰকাশিত আশাবাদী দৃষ্টিভংগী, জাতীয় চৈতন্য জাগ্ৰত কৰাৰ দায়বদ্ধতা। ঠিক তেনেদৰে আছে নবীন চন্দ্ৰ বৰদলৈ, জ্যোতিপ্ৰসাদৰ দৰে নতুন পুৰুষক উদ্দীপ্ত কৰা আহ্বান-উদ্দীপনাৰ মন্ত্ৰ আৰু অসমীয়া লোক-সংস্কৃতিৰ ভাব আৰু সুৰৰ উমাল অনুভৱৰ মোহময় আৱেশ। সংখ্যাত তাকৰ হ'লেও পাৰ্বতিপ্ৰসাদৰ স্বদেশপ্ৰেমমূলক গীতি-কবিতা কেইটি অসমৰ প্ৰকৃতিৰ নিবিড় ৰূপৰ উপলব্ধিৰে সিক্ত। অসমৰ মাটিৰ প্ৰতি থকা কবিৰ অপৰিসীম শ্ৰদ্ধা, অসমৰ মাটিৰ কেঁচা সুবাস, জন্মদাত্ৰী আইৰ ৰূপত জন্মভূমিৰ সমানুভৱতা, দেশমাতৃক পূজিবলৈ কবিৰ হাবিয়াস আদি বৈশিষ্ট্যৰে সমুজ্জ্বল। এই গীতি-কবিতা কেইটি পাৰ্বতিপ্ৰসাদৰ মাতৃভক্তি, অকৃত্ৰিম হৃদয়ৰ আকুতি আৰু আৱেগজড়িত অনুভূতিৰ উজ্জ্বল দৃষ্টান্ত।

পাৰ্বতিপ্ৰসাদৰ *পূজো আঁহা আই মাতৃৰ চৰণ কমল* গীতটো কবিৰ সৰল দেশপ্ৰেমৰ উৎকৃষ্ট নিদৰ্শন। দুঃখিত আতুৰপ্ৰাণা কবিয়ে বুকুত তেজৰ অৰ্ঘ্য ঢালি দেশমাতৃৰ চৰণ ধুৱাবলৈ হাবিয়াস কৰিছে ;

সমল মাথো চকুৰ পানী
চৰণ ধুৱাওঁ তাকে আনি
বুকুৰ তেজৰ অৰ্ঘ্য ঢালি বুৱাওঁ পদতল।

অসমীয়া স্বদেশপ্ৰেমমূলক কবিতা সমূহত স্বদেশ প্ৰেমৰ অনুৰাগ থাকিলেও দেশমাতৃৰ পূজাৰ বাবে বুকুৰ তেজক অৰ্ঘ্য হিচাপে আগবঢ়োৱা উদাহৰণ বিৰল। পাৰ্বতিপ্ৰসাদৰ নিঃকিন হৃদয়ৰ আকুতি, আত্মবলিদানৰ উদাৰ মনোবৃত্তি আদি মাতৃভক্তিৰ শ্ৰেষ্ঠতম নিদৰ্শন স্বৰূপ।

*জয় জয় আই মোৰ অসমৰ জয়* — পাৰ্বতিপ্ৰসাদৰ অন্য এটি দেশপ্ৰেমমূলক কবিতা। কবিপ্ৰাণৰ স্বদেশপ্ৰেমৰ ভাবোচ্ছ্বাসৰ সৈতে বিয়া নামৰ করুণ কোমলতা ভৰা আৱেশ কবিতাটোত একীভূত হৈ গৈছে। বেজবৰুৱাৰ দৰে (তু ; বাজক দবা বাজক শঙ্খ/বাজক মৃদং খোল/অসম আকৌ উন্নতি পথত/জয় আই অসম বোল ; অসম সংগীত) পাৰ্বতিপ্ৰসাদে মাঙ্গলিক পৰিবেশৰ মাজেৰে জন্মভূমিৰ উন্নতি আৰু জয় কামনা কৰিছে। তদ্‌পৰি পাৰ্বতিপ্ৰসাদে এই গীতটিত এটি বিশেষ ৰীতি প্ৰয়োগ কৰিছে যিয়ে গীতটোত নাটকীয়ত্ব দান কৰিছে। সেই ৰীতি হৈছে কথোপকথনৰ ৰীতি। এই কৌশল প্ৰয়োগ কৰি কবিয়ে এহাতে জননীক মানৱীয় গুণ প্ৰয়োগ কৰি মূৰ্ত্তিমন্ত কৰি তুলিছে, আনহাতে বিবাহৰ মাঙ্গলিক চিত্ৰৰ সংযোজনাৰে সমগ্ৰ কবিতাটোলৈ মাঙ্গলিক পৰিৱেশ এটি আনি দিছে।

আম্ৰডালি ভৰাই আনা স্বৰ্ণ ভোগজৰা
লোহিতৰে পানী আনি ঘট পূৰ্ণ কৰা
আয়তী সকলে মিলি মঙ্গল গোৱা
উৰুলিৰ ধ্বনি তুলি দিগন্ত কঁপোৱা।

কবিৰ স্বদেশ প্ৰেম ঐতিহ্য চেতনাৰে উদ্দীপ্ত হৈ উঠিছে।

মাতৃভক্তিৰ বিশিষ্টতা প্ৰকাশিত হোৱা অন্য এটি গীত হৈছে *নোবোলো তোক সোণৰ অসম*। ইয়াত কবিৰ দেশাত্মবোধৰ চেতনা মাটিৰ লগত সোণৰ তুলনাৰ মাজেৰে গঢ় লৈ উঠিছে। কমলাকান্ত ভট্টাচাৰ্যই অসমবাসীৰ অসচেতনতা দেখি ক্ষোভ প্ৰকাশ কৰাৰ দৰে পাৰ্বতিপ্ৰসাদেও স্বদেশৰ নিছলা অৱস্থা দেখি ক্ষোভ প্ৰকাশ কৰিছে ;

অতীতত তোৰ কি ধন আছিলে
কেলেই লাগিছে মোক
এতিয়া তই নিচেই নিছলা
দুবেলা নুগুচে ভোক।

তু. আই মোৰ অসম! নিছলা অসম
দুখুনী অসম আমাৰ দেশ।
কিয়নো আই তোৰ এনুৱা বিলাই
কিয়নো আই তোৰ এনুৱা বেশ?
— 'জাতীয় সঙ্গীত'

*আই মোৰ সোণৰে অসমৰ* — গীতি-কবিতাটোত পাৰ্বতিপ্ৰসাদে অসমৰ ৰূপ-ৰাশি প্ৰকাশ কৰিছে। কবিতাটিত অসমৰ যশ-কীৰ্ত্তিৰ সৌৰৱণ আৰু ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধাশীল মনোভাব প্ৰকাশিত হৈছে।

আই মোৰ আইৰে থাপনাত কত পূজাৰীয়ে
কতনো পূজা যোগালে
শঙ্কৰ পুৰুষে কীৰ্ত্তন পঢ়িলে
মাধৱে বৰগীত গালে।

তু. শঙ্কৰে দিলে বিশুদ্ধ ধৰম
লাচিতে বাহুত বল
সতী জয়মতীৰ সতীত্ব তেজেৰে
অসমী আই প্ৰৱল।

—বেজবৰুৱা ; 'আমাৰ জনমভূমি'।

পাৰ্বতিপ্ৰসাদৰ অন্য এটি দেশপ্ৰেমমূলক গীত হৈছে আহিছে আজি নৱ-জীৱনৰ ঢল। নবীন চন্দ্ৰ বৰদলৈৰ —

বুকুত বাজক বীণ অগনিৰ,
ৰুদ্ধ হিয়াৰ তবত ৰুধিৰ,
বৈ যাওক আজি অৰুণ বোলেৰে
বোলাই ধৰণী তল। — ('ডেকা গাভৰুৰ দল')

আৰু জ্যোতিপ্ৰসাদৰ —

বিশ্ব বিজয়ী নৱ জোৱান
বিশ্ব বিজয়ী নৱ জোৱান
শান্তিকামী ভাৰতৰ
ওলাই আহা ওলাই আহা
সন্তান তুমি বিপ্লবৰ।

— ('বিশ্ব বিজয়ী ন জোৱান')

কবিতাৰ দৰে পাৰ্বতিপ্ৰসাদেও পৰাধীনতাৰ শিকলি ছিঙি জনমভূমিক জয়মাল্য পিন্ধাবলৈ অসমবাসীৰ সন্তান দলক অনুপ্ৰেৰণা যোগাইছে। দেশৰ ভৱিষ্যত আশাৰ সম্বল স্বৰূপ নতুন পুৰুষক নতুন চেতনাৰে উদ্দীপ্ত হ'বলৈ আহ্বান জনাইছে। পাৰ্বতিপ্ৰসাদৰ মৌ-টোকাৰীৰ অন্তৰ্ভুক্ত এটি কবিতাত দেশৰ প্ৰতি কবিৰ ভালপোৱাৰ কাৰণ প্ৰতিপন্ন হৈছে। অসমৰ

প্ৰাকৃতিক সৌন্দৰ্য, অসমৰ লোক-সাহিত্য আৰু অসমৰ লোক-জীৱন ধাৰাৰ প্ৰতি কবিৰ গভীৰ মোহ। বেজবৰুৱাই ধনে-ধানে ভৰা শ্যামলী পথাৰ, বাঁহ্-বেতেৰে ভৰা বাৰী, বৰ নৈ-লুইতৰ সৌন্দৰ্যত মুগ্ধ হোৱাৰ দৰে (তু. কত এনে ধানৰ পথাৰ/ভলুকা মকাল আদি/আছে বাঁহৰ বাৰী/লুইতৰ দৰে বৰ নৈ কত আছে কোৱা?/ঘূৰি আহা বসুমতী তথাপি নোপোৱা/ হেৰা আমাৰ জনমভূমি ; 'আমাৰ জনমভূমি'।) পাৰ্বতিপ্ৰসাদেও অসমৰ প্ৰাকৃতিক সৌন্দৰ্য পান কৰি মুগ্ধ হৈ কৈছে ;

আমাৰ দেশত কিনো নাই
কত মহ-গুৱালৰ গীত মুকলি পথাৰ ভেদি
বতাহত উটি উটি যায় ;
কতনো নাৱৰীয়াই
লুইতৰ ৰিঙিয়াই
বন-গীত গায়।

— (তু. গণেশ গগৈ ; 'আমাৰ দেশ')

*ময়াপীৰ অন্তৰ্ভুক্ত জাগা পুৰবাসী জাগা হে* আৰু *নমো জননীৰ ভক্ত পূজাৰী*— গীতি-কবিতা দুটি ক্ৰমে মহাপুৰুষ মাধৱদেৱ আৰু শংকৰদেৱৰ তিথি-উছৱত ৰচিত স্মৃতি চাৰণ মূলক গীতি-কবিতা।

পাৰ্বতিপ্ৰসাদৰ উৎসাহমূলক মনোভাব আৰু দেশবাসীৰ মনত শ্ৰদ্ধাৰ মনোভাব জাগ্ৰত কৰাৰ মাজেৰে গীত দুটিৰ বৈশিষ্ট্য প্ৰকাশিত হৈছে। ঠিক তেনেকৈ *মৌ-টোকাৰীৰ* অন্তৰ্ভুক্ত মণিৰাম দেৱানৰ তিথি-উছৱ পালনৰ পৰত লিখা গীতটোতো মণিৰাম দেৱানৰ প্ৰতি কবিৰ সশ্ৰদ্ধ সোঁৱৰণ আৰু অসমীয়াক পুনৰ জাগ্ৰত কৰাৰ সচেতন প্ৰয়াস আছে। এই গীতি-কবিতা কেইটিৰ সামগ্ৰিক বৈশিষ্ট্য হৈছে কবিৰ জাতীয় চেতনা, দেশাত্মবোধ আৰু স্বদেশপ্ৰেমৰ কাব্যিক ৰূপায়ণ। পাৰ্বতিপ্ৰসাদৰ 'খেল ভঙা খেল'ৰ অন্তৰ্ভুক্ত *সামাজিক চেতনা প্ৰসূত* কবিতা কেইটিৰ মাজেৰেও কবিৰ স্বদেশানুৰাগ উদ্ভাসিত হৈছে।

বেজবৰুৱাৰ স্বদেশ হৈছে *অসমী আই,* পাৰ্বতিপ্ৰসাদৰ স্বদেশ হৈছে *সোণৰ অসম*। সেয়ে হ'লেও নানা জাতি-উপজাতিৰ মিলন ভূমি ৰূপে ভাৰতক তেওঁ সমানে ভাল পায়। পাৰ্বতিপ্ৰসাদৰ *সংস্কৃতি দৰ্শনৰ* সৈতে জ্যোতিপ্ৰসাদৰ সংস্কৃতি-দৰ্শনৰ সাদৃশ্য আছে। দুয়োজনে অসমৰ সংস্কৃতিৰ প্ৰতি গভীৰ শ্ৰদ্ধা অনুভৱ কৰিছিল, শ্ৰীকৃষ্ণময় সংস্কৃতিত গভীৰ আস্থা আছিল। জ্যোতিপ্ৰসাদৰ দৰে পাৰ্বতিপ্ৰসাদেও দেশবাসীক সমগ্ৰ বিশ্বৰ সৈতে সম্বন্ধ ৰাখিবলৈ আহ্বান জনাইছে। মাৰোৱাৰী, ৰাজস্থানী, দেছুৱালী, বিহাৰী, বঙালী, মান্ৰাজী আদি বিভিন্ন জাতি-উপজাতিৰ সমন্বয় ভূমি ভাৰতৰ সন্তান

স্বৰূপে কবিৰ অসমীয়া প্ৰাণতো সমন্বয়ৰ চেতনা জাগ্ৰত হৈছে। সৰ্বভাৰতীয়তাৰ অনুভৱেৰে গৌৰৱান্বিত হৈছে।

মাৰোৱাৰী আহিছে
ৰাজস্থানৰ পৰা,
বঙালী আহিছে
বৰ্দ্ধমান, মেদিনীপুৰৰ পৰা,
মান্ ৰাজী আহিছে
কেৰেলাৰ পৰা
*****
মোৰ চোতালৰে
মোৰ দেশৰে
মোৰ ভাৰতৰে
নৰোত্তম নৰহৰি
নৰনাৰায়ণৰ পৰশত
গোটেই দেহাটো
সিৰ-সিৰাই উঠিছে, কলিজা কঁপি উঠিছে।
অকলশৰীয়া অসমীয়াটোৰ
প্ৰাণেও চিঞৰি উঠিছে
বলমুৱা খেলবো হোৰি।

— (দ্ৰষ্টব্য; 'বলমুৱা খেলবো হোৰি'; খেল ভঙা খেল)

**পাৰ্বতিপ্ৰসাদৰ দেশপ্ৰেমৰ বিশিষ্টতা**

অসমীয়া দেশপ্ৰেমৰ অন্যান্য গীত আৰু কবিতাৰ সৈতে তুলনা কৰিলে পাৰ্বতিপ্ৰসাদৰ বিশিষ্টতা ধৰা পৰে। পাৰ্বতিপ্ৰসাদৰ দেশপ্ৰেম উগ্ৰভাব প্ৰকাশক নহয়। অসমী আইৰ প্ৰতি থকা ভালপোৱাৰ কোমলতা পাৰ্বতিপ্ৰসাদৰ দেশপ্ৰেমৰ প্ৰধান ধৰ্ম। স্বদেশৰ অতীত ঐতিহ্যক স্মৰণ কৰি কবিয়ে সান্ত্বনা লাভ কৰিছে। মাজে মাজে জন্মভূমিৰ নিঃকিন অৱস্থাই কবিক ম্ৰিয়মান কৰি তুলিছে। সেয়ে হ'লেও কবি হতাশাগ্ৰস্ত নহয়। আশাবাদে কবিৰ অনুভূতিক গতিশীলতা দান কৰিছে। অসমবাসীক নব চেতনাৰে উদ্দীপ্ত হ'বলৈ আহ্বান জনাইছে।

পাৰ্বতিপ্ৰসাদৰ দেশপ্ৰেমমূলক গীত আৰু কবিতাত মাতৃভূমিৰ প্ৰতি অনুৰাগ আৰু অন্তৰৰ নিৰ্মল প্ৰেম ভাবৰ সুকোমল প্ৰকাশ স্পষ্ট। *আত্মলঘিমা* পাৰ্বতিপ্ৰসাদৰ

দেশপ্ৰেমৰ অসাধাৰণ বৈশিষ্ট্য। পাৰ্বতিপ্ৰসাদৰ দেশভক্তিৰ আত্মলঘিমা ভাব 'আই' মাতৃৰ ভক্তিৰ আঁৰত থকা আত্মলঘিমাৰ স্তৰলৈ উন্নীত হৈছে। দেশমাতৃৰ চৰণত কবিৰ যি ঐকান্তিক আত্মনিবেদন সি পাঠক-শ্ৰোতাকো এক আনন্দময় স্তৰলৈ লৈ যায়।

মুঠ কথাত, পাৰ্বতিপ্ৰসাদৰ প্ৰাণৰ পুঞ্জীভূত স্বদেশপ্ৰেমৰ প্ৰচ্ছন্নতা, আত্মলঘিমা, আত্মনিবেদনৰ আকুতি, ভক্তিৰ গাঢ়তা, মাধৱদেৱৰ ভক্তপ্ৰাণৰ ভগৱদ্‌ভক্তিৰ লগতহে তুলনা কৰিব পাৰি।

নাজানোহো আৱাহন নাজানোহো বিসৰ্জন
পূজা মন্ত্ৰ নাজানো কিঞ্চিৎ
এতেকে পৰমেশ্বৰ দাস ভৈলো চৰণত
মোৰ গতি সাধিবে উচিত।

এইখিনি গুণৰ উপৰি *ভাবৰ সৰলতা* আৰু প্ৰকাশভঙ্গীৰ *সাৱলীলতাই* পাৰ্বতিপ্ৰসাদৰ দেশপ্ৰেমমূলক কবিতাক স্বকীয়তা প্ৰদান কৰিছে।

## পাৰ্বতিপ্ৰসাদৰ মানৱ প্ৰেম

পাৰ্বতিপ্ৰসাদৰ দুই-এটি কবিতাত মানৱপ্ৰেমৰ ভাব প্ৰতিধ্বনিত হৈছে। কবিয়ে ধন আৰু জীৱনৰ ক্ষণ স্থায়িত্বৰ কথা উপলব্ধি কৰিছে। কিন্তু তেওঁ উপলব্ধি কৰিছে মানৱ সমাজত ধনক কেন্দ্ৰ কৰিয়েই অসূয়া-অপ্ৰীতিৰ সৃষ্টি হৈছে। সেয়ে মানৱ সমাজক সোঁৱৰাই দিছে মৃত্যুৰ ক্ষণত মানুহে ধন লগত লৈ নাযায়। 'দুচলি খৰিয়েহে' মানৱ দেহক মুক্তি দিব পাৰে।

হেৰা ধনবৰ ধনকে চিনিলা
বণ্ডহক কৰিলা পৰ
আপদৰ কালতে ধনে নেতাৰিব
বণ্ডহ হে আপোন বৰ — (লুইতী)

কবিয়ে কৈছে মিত্ৰতাইহে জীৱনৰ 'মৌৰহ' উপচাই দিব পাৰে, ধনে নোৱাৰে। পাৰ্বতিপ্ৰসাদৰ দৃষ্টিভঙ্গীৰ সৈতে চন্দ্ৰকুমাৰ আগৰৱালাৰ মানৱতাবাদৰ দৃষ্টিভংগীৰ সাদৃশ্য এইখিনিতেই।

তু. ঘৰে ঘৰে চোৱা মিলা-প্ৰীতি নাই,
খেলাকটিতেহে প্ৰাণ,
ধন-সোণ সিঁচি ধন ধন কৰি
এৰিলে ধৰম জ্ঞান। — (বীণ বৰাগী)

মানৱ ধৰ্ম প্ৰকাশিত হোৱা পাৰ্বতিপ্ৰসাদৰ অন্য এটি গীতি-কবিতা হৈছে মানুহৰ দেহাতে জীৱই কলেমলায়। পাৰ্বতিপ্ৰসাদে সমাজত মানুহৰ দুটা শ্ৰেণী দেখিছে। এক শ্ৰেণী হৈছে ভোগ বিলাসী আৰু আনটো শ্ৰেণী হৈছে দৰিদ্ৰ শ্ৰেণী। কবিয়ে ভোগমন, ভোগেশ্বৰ, ভোগাই ৰূপী ভোগবিলাসী সমাজৰ ভোগব বাবে সৃষ্টি হোৱা বিশৃংখলাৰ মাজতে ভোকাতুৰ জনৰ 'পেটৰ কলমলনিৰ' জ্বালা অনুভৱ কৰিছে ;

মানুহৰ দেহাতে জীৱই কলেমলায়
খাবলৈ খুদকণ নাই
মানুহৰ ভোগতে ভোগ পৰমাণত
খুদকণ কমিলেই দায়।

তু. কোঢ়াল কন্দল হাই উৰুমিবে
পৰ মানুহৰ ঘৰ
কণাকড়ি এটালৈকে লাগে দ্বন্দ্ব
নেজানে আপোন পৰ। (বীণ বৰাগী)

পাৰ্বতিপ্ৰসাদে চন্দ্ৰ কুমাৰ আগৰৱালাৰ দৰে উপলব্ধি কৰিছে ভেদা-ভেদ মানব সৃষ্ট। তেওঁ এটি সত্য উপলব্ধি কৰিছে পেটৰ পোৰণি সকলোৰে আছে।

পেটৰ অগনিয়ে সবাকো দংশিব
জীৱৰ সৰু-বৰ নাই
মানুহে মানুহক মোৰ নুবুলিলে
মানুহে মানুহক খায়। -- (মানুহৰ দেহাতে)

কেবল আপোন ভাব আৰু প্ৰেমৰ বান্ধোনেৰেহে পৃথিৱীত মানুহ সুখে শান্তিৰে জীয়াই থকাটো সম্ভৱ। এয়েই পাৰ্বতিপ্ৰসাদৰ মানৱতাৰ দৰ্শন।

**পাৰ্বতিপ্ৰসাদৰ প্ৰেম আৰু সৌন্দৰ্যৰ ধাৰণা**

পাৰ্বতিপ্ৰসাদৰ সৌন্দৰ্য আৰু প্ৰেমৰ ধাৰণাৰ আদৰ্শৰ সন্ধান পোৱা যায় ৰোমান্টিক গীতিকবিৰ দৃষ্টিভঙ্গী আৰু ভাৰতীয় আধ্যাত্মিক ঐতিহ্যৰ সাৰৱত্তাৰ মাজত। 'ভঙা টোকাৰীৰ সুৰ'ৰ কেইবাটাও কবিতাত কবিৰ সৌন্দৰ্যৰ আদিৰূপৰ কল্পনা পৰিস্ফুট হৈছে। জীৱনৰ প্ৰথম অৱস্থাত সৌন্দৰ্যৰ অধিষ্ঠাত্ৰী দেৱীয়ে ৰবীন্দ্ৰনাথৰ 'মানস সুন্দৰী'ৰ দৰে এক ৰহস্যময়ী নাৰীৰ ৰূপত জীৱনক প্ৰভাৱিত কৰিছিল। সৌন্দৰ্যৰ সঁফুৰা কবিৰ সন্মুখত মেলি ধৰিছিল—

সেইদিনা ফাগুনৰ ফুলৰ মাধুৰী
চৌপাশে ফুৰিছিল উৰি

নয়নৰ খিৰিকি মুখত
ভাহিছিল অপৰূপ ছবি
সাৰ পাই উঠিছিল পৰাণৰ বিয়াকুল কবি।

(হেৰুৱা লগন)

আনহাতে এই ৰহস্যময়ীয়েই সৃষ্টি প্ৰেৰণাৰ মূল উৎস স্বৰূপ —

তোমাৰ গানেৰে নজগোৱা যদি
বাটৰ কাষৰ আধা-ফুলা কলি
জীৱন পোহৰ ঢালি
নুফুলোৱা যদি ;
কোনেনো জগাব, কোনেনো ফুলাব,
কোনেনো ধৰিব তুলি ?
এই আপোন পাহৰা জীৱ।
অ' প্ৰিয় !

(ইমাননো নীৰৱ কিয় ?)

কবিয়ে সেই ৰহস্যময়ীৰ মাজত সৌন্দৰ্যৰ অপৰূপ ছবি সন্ধান কৰি আপ্লুত হৈছিল —

সেইদিনা কত শত
জনমৰ ময়াপী কল্পনা
যুগান্তৰৰ অতৃপ্ত বাসনা
ৰূপ ধৰি উঠিছিল
তোমাৰ সি মোহিনী ৰূপত

(হেৰুৱা লগন)

কবিয়ে আশা কৰিছিল সেই ৰহস্যময়ী যৌৱনা নাৰীৰ সান্নিধ্যত জীৱন-বাঁহীত মধুৰ সুৰ বাজি উঠিব। পাৰ্বতিপ্ৰসাদে চিৰপৰিচিত আবেষ্টনীৰ মাজতে সুদূৰৰ ব্যঞ্জনা লাভ কৰি এক বৃহত্তৰ পটভূমিত জীৱনক গ্ৰহণ কৰিবলৈ যত্ন কৰিছে। ইয়াতে পাৰ্বতিপ্ৰসাদৰ ৰোমান্টিক কবি-মানসৰ বিশেষত্ব ধৰা পৰিছে। ক্ৰমে সৌন্দৰ্যৰ আদিৰূপক চিৰ সুন্দৰৰ ৰূপৰ প্ৰতিচ্ছবি বুলি অনুভৱ কৰিছে। তেওঁৰ বিভিন্ন গীত আৰু কবিতাত সেই অপৰূপ ৰহস্য আৰু ব্যঞ্জনা লাভৰ আনন্দ প্ৰকাশ কৰিছে। সমগ্ৰ বিশ্বব্ৰহ্মাণ্ডৰ মাজত এক মহাশক্তিৰ আত্মপ্ৰকাশ অনুভৱ কৰিছে।

ভাৰতীয় আধ্যাত্মিক চেতনাই কবিৰ এই ৰহস্যময় অনুভূতিক গভীৰতা প্ৰদান কৰিছে। পাৰ্বতিপ্ৰসাদে ভাৰতীয় অধ্যাত্ম সাধনাৰ শ্ৰেষ্ঠ বাণী স্বৰূপ উপনিষদৰ শিক্ষা

নিজস্ব আবেগ আৰু কল্পনাৰ মাধ্যমেৰে গ্ৰহণ কৰিছে। সৃষ্টিৰ মাজত যি প্ৰকাশক্ষম সেয়াই আনন্দৰ অমৃত ৰূপ। ভগৱান আনন্দ স্বৰূপ। ব্ৰহ্মা ৰস স্বৰূপ। এই আনন্দ ৰসতেই সমস্ত ব্ৰহ্মাণ্ড সঞ্জীৱিত হৈ আছে। কবিয়ে সৃষ্টিৰ মাজতে ৰসময়ৰ প্ৰকাশ অনুভৱ কৰিছে আৰু জীৱন আৰু জগতৰ সকলো সৌন্দৰ্য আৰু মাধুৰ্যৰ অন্তৰালত এক অনন্ত সত্তাৰ উপলব্ধি কৰিছে। ক্ৰমে কবিৰ এই কেন্দ্ৰীয় অনুভূতি মিষ্টিক অনুভূতিলৈ উন্নীত হৈছে।

পাৰ্বতিপ্ৰসাদৰ সৌন্দৰ্যৰ অনুভূতি আৰু জীৱন দেৱতাৰ অনুভূতি একে যদিও পৰবৰ্তী জীৱনত তেওঁ সেই অনুভূতিক স্বতন্ত্ৰ সত্তা ৰূপত আৱিষ্কাৰ কৰিছে। কবিৰ জীৱনৰ বিভিন্ন স্তৰত এই অনুভূতিয়ে বিভিন্ন ৰূপত আত্মপ্ৰকাশ কৰিছে। শেষ পৰ্যায়ত 'জীৱন দেৱতা'ৰ ৰূপত পৰিণতি লাভ কৰিছে। সৌন্দৰ্য চেতনা বস্তুনিৰপেক্ষবোধ হ'লেও কবিয়ে সজীৱ সত্তা আৰোপ কৰি ভাবানুভূতিক ৰহস্যামণ্ডিত কৰি তুলিছে।

পাৰ্বতিপ্ৰসাদৰ 'জীৱন দেৱতা'ই ৰবীন্দ্ৰনাথৰ 'জীৱন-দেৱতা'লৈ মনত পেলায়। পাৰ্বতিপ্ৰসাদৰ জীৱন-দেৱতা এক অলৌকিক সত্তা, যাক তেওঁ জন্মজন্মান্তৰৰ নিয়ামক হিচাপে জ্ঞান কৰিছে। এই শক্তিয়ে কবিক জীৱনৰ সুখ-দুখ, ভঙা-গঢ়াৰ মাজেদি পূৰ্ণতাৰ পথেৰে আগুৱাই লৈ গৈছে।

জীৱনৰ ঘাত-প্ৰতিঘাত, ৰোগ-পীড়াত জৰ্জৰিত হোৱা পাৰ্বতিপ্ৰসাদৰ শেহ জীৱনত এই শক্তি অন্তৰ-জীৱনৰ পৰিচালকৰ ৰূপত আৱিষ্কৃত হৈছে। উল্লেখযোগ্য যে 'খেল ভঙা খেল'ৰ অন্তৰ্ভুক্ত কবিতাসমূহ অধ্যয়ন কৰিলে বুজা যায় সিবিলাকত সেই শক্তিৰ সৌন্দৰ্য আৰু মাধুৰ্য ৰূপ অপসাৰিত হৈছে আৰু মহিমা আৰু ঐশ্বৰ্য ৰূপ উদ্ভাসিত হৈছে যিয়েই কবি মানসত জীৱন দেৱতাৰ ৰূপ পৰিগ্ৰহ কৰিছে। ভাৰতীয় অধ্যাত্ম দৰ্শনৰ মতে বিশ্ব-ব্ৰহ্মাণ্ডৰ মূল শক্তিয়েই মানৱ মনত ক্ৰিয়াশীল। পাৰ্বতিপ্ৰসাদে এই শক্তিৰ বিচিত্ৰ মহিমা অনুভৱ কৰিছে। জীৱন দেৱতাৰ আধ্যাত্মিক সত্তা উপলব্ধি কৰি কবি ধন্য হৈছে —

> শত গচকত শুচি হোৱা এই
> মোৰ হৃদয়ত, ৰঙা চৰণৰ
> পৰশ লাগিব যিদিন,
> জোকাৰি বাজিব জীৱনৰ বীণ
> মহামানৱৰ মূৰ্ত ৰাগিণী পাই
> সিনো কি জোকাৰ,
> সিনো কি মহান সুৰ?
> হেৰা দেৱতা আৰু নো কিমান দূৰ?
>
> (জীৱন দেৱতা)

ন

# অসমীয়া ইলিজী সাহিত্যত পাৰ্ব্বতিপ্ৰসাদৰ ইলিজী-কবিতাৰ সংযোজন

আত্মীয় স্বজনৰ বিচ্ছেদ-বেদনাত সৃষ্টি হোৱা হৃদয়ৰ শোকৰ উচ্ছ্বাসৰ স্বতঃস্ফূৰ্ত প্ৰকাশে পাৰ্বতিপ্ৰসাদৰ কেইটামান কবিতাক ইলিজী কবিতাৰ শাৰীলৈ উন্নীত কৰিছে।শোকৰ উচ্ছ্বাসে তেওঁৰ কবি-মানসত বিচিত্ৰ ভাব-অনুভূতি উদ্রেক কৰিলে। জন্ম-মৃত্যুৰ ৰহস্যই কবিৰ মনত প্ৰহেলিকাৰ সৃষ্টি কৰিলে। মানৱ জীৱন, নিয়তিৰ বিচিত্ৰ লীলাৰ প্ৰতি কবিৰ সন্দেহ জন্মিল। বিস্ময়েৰে মন ভৰি পৰিল। আপোনজনৰ মৰণোত্তৰ অৱস্থিতি সম্পৰ্কে কবিৰ প্ৰাণত কৌতূহল জাগিল। ভাৰতীয় দাৰ্শনিক চিন্তাই কবিৰ মন অধিকাৰ কৰি ল'লে। বিচিত্ৰ ভাব-অনুভূতিয়ে কবিৰ প্ৰাণ আন্দোলিত কৰিলে। ফলস্বৰূপে যি কেইটি কবিতাৰ জন্ম হ'ল সেই কেইটি কবিতাই *মৰণ-মাধুৰী* আৰু *মৰণ-নিৰ্মালি* ৰূপে আত্মপ্ৰকাশ কৰিলে। অসমীয়া ইলিজী-সাহিত্যত এই কবিতা দুটি অভিনৱ সংযোজন বুলিব পাৰি।

## ইলিজী-কবিতাৰ স্বৰূপ

গ্ৰীক Elegos শব্দৰ পৰা Elegy শব্দটিৰ উৎপত্তি হৈছে। (শচন্দ্ৰ দাস ; সাহিত্য সন্দৰ্শন ; পৃ. ৬৯) গ্ৰীক ইলিজীৰ দুটা বিভাগ-পেষ্টৰেল আৰু ক্লাছিকেল নাইবা গ্ৰামীণ আৰু ধ্ৰুপদী। গ্ৰীক বা লাতিন ইলিজীৰ প্ৰধান উৎস বন্ধু বা প্ৰিয়জন বা আত্মীয় স্বজনৰ বিয়োগ ব্যথা। তাৰ লগতে অন্য কিছুমান বিষয়ো ইলিজীবোৰত অন্তৰ্ভুক্ত কৰা হৈছিল। ইয়াৰ ভিতৰত যুদ্ধৰ প্ৰশস্তি, বীৰত্বৰ জয়গান, ব্যক্তিগত প্ৰণয়ৰ হা-হুতাশ ইত্যাদিয়েই প্ৰধান। ষোলশ শতিকাৰ পৰাহে ইলিজীয়ে ব্যক্তি হৃদয়ৰ কাৰুণ্য, বিননি বা বেদনা বোধৰ প্ৰকাশ থকা কবিতাক সামৰি লয়। (Encyclopedia Britanica : Vol 8 : Edward to Extract . p 267.)

গ্ৰীক কবি থিয়ক্ৰিটাছ হ্লাছিকেল ইলিজীৰ জন্মদাতা। পেষ্টৰেল ইলিজীৰ প্ৰৱৰ্ত্তক হ'ল লাতিন কবি ভাৰ্জিল। প্ৰথমবিধ ইলিজীত দেৱ-দেৱীৰ উল্লেখ আৰু মৃতক জনত দেৱতাৰ গুণ আৰোপণ বিশেষভাৱে লক্ষ্য কৰা যায়। আনহাতে দ্বিতীয়বিধ ইলিজীত মৃতকজনক ভেৰা ৰখীয়া আৰু সেই ব্যক্তিৰ মৃত্যুত ব্যথিত চৰিত্ৰসমূহক এজুম ভেৰা ৰখীয়াৰ ৰূপত কল্পনা কৰা হয়। (J. A. Cuddon : A Dictionary of Literary Terms : p.211) ইংৰাজী সাহিত্যত ইলিজীৰ ৰূপ আৰু ৰীতিৰ এটি বিৱৰ্তিত ৰূপ টেনিচন আৰু চুইনবাৰ্ণৰ কবিতাত লক্ষ্য কৰা যায়। স্পেনচাৰৰ হাতত পেষ্টৰেল ইলিজীয়ে গঢ় লৈ উঠে। মিল্টনে ইংলেণ্ডত এইবিধ ইলিজী-কবিতাৰ প্ৰতিষ্ঠা কৰে। ইলিজী কবিতাৰ প্ৰধান লক্ষণসমূহ হৈছে, *হৃদয়ৰ শোকোচ্ছ্বাস আৰু কাৰুণ্যৰ স্বতঃস্ফূৰ্ত প্ৰকাশ, অনুভৱৰ গভীৰতা, সদয় স্মৃতিচাৰণ, নিয়তি বা দৈৱৰ সৈতে সংঘাত অনুভৱ, ছন্দ আৰু ভাবনাৰ সুষম-সমন্বয়* ইত্যাদি।

## অসমীয়া ইলিজী-কবিতা

শংকৰী যুগৰ গীতৰ মাজত প্ৰথমে হৃদয়ৰ শোকাকুল অনুভূতিৰ প্ৰকাশ লক্ষ্য কৰা যায়। শংকৰদেৱৰ মৃত্যুত মাধৱদেৱৰ শোক-সন্তপ্ত অন্তৰত উথলি উঠা ভাৱোচ্ছ্বাস দুটি গীতৰ মাজেৰে প্ৰকাশিত হৈছে। সেই কেইটি গীত হৈছে *আলোমঞিও কি কহবো দুখ* আৰু *প্ৰাণনাথ নকৰা বঞ্চিত* । গীত হ'লেও বিষয়বস্তুৰ ফালৰ পৰা এই দুটি গীতক প্ৰথম অসমীয়া ইলিজী বুলি নিৰ্দ্ধাৰণ কৰা হৈছে। (মহেন্দ্ৰ বৰা ; সাহিত্য উপক্ৰমণিকা ; পৃ. ৬৩) মাধৱদেৱৰ ব্যক্তিগত বেদনাবোধৰ মৰ্মস্পৰ্শী প্ৰকাশ দুয়োটি গীতৰ অন্যতম প্ৰধান লক্ষণ হিচাপে প্ৰস্ফুটিত হৈছে।

শোকৰ উচ্ছ্বাস, সৰলতা আৰু স্বতঃস্ফূৰ্ত্ততা ইলিজী কবিতাৰ বিশেষত্ব। অসমীয়া ৰোমান্টিক যুগত এনেধৰণৰ বৈশিষ্ট্য প্ৰকাশক কবিতা বহুতো পোৱা যায়। *গুণাভিৰাম বৰুৱাৰ* 'ভাৰত বিলাপ' ; *চন্দ্ৰকুমাৰ আগৰৱালাৰ* 'প্ৰতিমা', 'যুগমীয়া শোক' আৰু 'বিমুখ' ; *হেমচন্দ্ৰ গোস্বামীৰ* 'আনন্দৰাম বৰুৱাৰ স্বৰ্গযাত্ৰা' আৰু 'ৰত্নেশ্বৰ মহন্ত' ; *আনন্দ চন্দ্ৰ আগৰৱালাৰ* 'জিলিকনি' ; *হিতেশ্বৰ বৰবৰুৱাৰ* 'চকুলো' ; *পদ্মনাথ গোহাঞিও বৰুৱাৰ* 'আইদেউ আইকণ' আৰু 'সিদ্ধেশ্বৰ গোহাঁই ; *দুৰ্গেশ্বৰ শৰ্মাৰ* 'ৰঙিলা' ; নলিনীবালা দেৱীৰ *'পুতলী'*; হিমলা বৰুৱানীৰ *'বিননি'*; 'শৈলধৰ ৰাজখোৱাৰ *'নিয়তি'; ৰত্নকান্ত বৰকাকতীৰ 'ভাইটি' ডিম্বেশ্বৰ নেওগৰ* 'শুৱনি' এইক্ষেত্ৰত উল্লেখযোগ্য। অসমীয়া ৰমন্যাসিক কবিতাৰ মাজত যি কেইটা শোক-কবিতা পোৱা যায় তাৰ ভিতৰত হিতেশ্বৰ বৰবৰুৱা, হিমলা বৰুৱানী

আৰু শৈলধৰ ৰাজখোৱাৰ কবিতাৰ মাজতহে ইলিজী কবিতাৰ মূল লক্ষণ সমূহ বিচাৰি পোৱা যায়। শোকাকুল হৃদয়ৰ কাৰুণ্যভৰা আবেগৰ সাৱলীল প্ৰকাশ, নিয়তি বা দৈৱৰ সৈতে সংঘাত অনুভৱ, আৱেগমণ্ডিত স্মৃতিৰোমন্থন, অনুভূতি আৰু উপলব্ধিৰ গভীৰতা, ছন্দ আৰু ভাবৰ সমন্বয় আদিয়ে কবিতা কেইটিক বিশিষ্টতা দান কৰিছে। কিন্তু এই যুগৰ সৰহসংখ্যক কবিতাতে মৃতকৰ প্ৰতি প্ৰশস্তিসূচক মনোভাবহে অধিক স্পষ্ট হৈ উঠিছে।

**পাৰ্বতিপ্ৰসাদৰ ইলিজী-কবিতাৰ মূল্যায়ন**

*মৰণ-মাধুৰী* কবিতাটো পাৰ্বতিপ্ৰসাদৰ বাইদেৱেক কমলা বৰুৱাৰ মৃত্যুত ৰচিত। (ডিম্বেশ্বৰ নেওগ ; 'পাৰ্বতিপ্ৰসাদৰ সোঁৱৰণ' ; *স্মৃতিগ্ৰন্থ,* ৭ জুন, ১৯৬৯ ; পৃ.১০) কবিতাটোত পাৰ্চিভেলে আঙুলিয়াই দেখুওৱা ভাল ইলিজীৰ লক্ষণসমূহ বিকশিত হৈ উঠিছে। পাৰ্চিভেলৰ মতে, " ভাল ইলিজীৰ প্ৰতীতী বিঠোফেনৰ পঞ্চম তৰংগৰ চিম্ফনিটোৰ দৰে। ই আৰম্ভ হয় শোকৰ অনুভূতিৰে ; ওৰ পৰে আনন্দৰ অনুভূতিৰে। প্ৰথমতে দুখৰ অস্ফুট গুঞ্জন ধ্বনি পাছত এটা তীক্ষ্ণ চিংকাৰ অভিমুখী ক্ষীণ উচুপনিৰ শব্দ; অৱশেষত এক আনন্দময় নিস্ক্ৰান্তিৰ সুমধুৰ সুৰৰ জোৱাৰ।" (মহেন্দ্ৰ বৰা ; একে গ্ৰন্থ) পাৰ্বতিপ্ৰসাদৰ *মৰণ-মাধুৰী* কবিতাটো আৰম্ভ হৈছে এটা শোকৰ অনুভূতিৰে ;

মোৰ এই চনকা বুকুৰ পৰা এড়ুখৰি ভাঙি লই
সঁচাকৈয়ে নেকি তুমি গুচি গ'লাগই,
চকুলো নসৰা এই চকুযুৰি
দিনে-ৰাতি পুৰি।

এক বুজাব নোৱাৰা, বৰ্ণাব নোৱাৰা দুখৰ হেঁচাত কবিয়ে অন্তৰত দহন অনুভৱ কৰিছে। অন্তহীন আশাৰে জীৱনত একেলগে বাট বুলি যোৱা দুটি প্ৰাণৰ এটিৰ বিয়োগ-ব্যথাৰ *অস্ফুট ধ্বনিয়ে* কবিৰ মন ভৰাই ৰাখিছে। দ্বিতীয় স্তৰত, *তীক্ষ্ণ চিংকাৰ অভিমুখী ক্ষীণ উচুপনিৰ শব্দ* কবিতাটোত প্ৰতিধ্বনিত হৈছে;

চেনেহৰ বান্ধোনৰ সকলোটি শেষ কৰি
সঁচাকৈয়ে নেকি ছিঙি গ'লা জৰি?
সঁচাকৈয়ে তেনে তুমি আঁতৰি গ'লা
এতিয়াৰে পৰা তুমি একেবাৰে নোহোৱা হ'লা!

এইখিনিতে পাৰ্বতিপ্ৰসাদক ভাৰতীয় *আত্মাৰ অমৰত্বৰ* বিশ্বাসে ভৰাই তুলিছে। তাৰ লগে লগে কবিয়ে সদয় স্মৃতিচাৰণ কৰিছে। কবিয়ে বিশ্বাস কৰিছে;

সকলোটি মিছা
নিশ্চয় বিশ্বত তুমি এতিয়াও আছা।
মাথোন পুলুকা মাৰি নেদেখাটি হই
জীৱনৰ সিপাৰলৈ গুচি গ'লাগই।

ক্ৰমান্বয়ে কবিৰ *মন ইপাৰ-সিপাৰৰ ৰহস্যময় চিন্তাই* অধিকাৰ কৰি লৈছে। সিপাৰৰ এক অভিনৱ ধাৰণা কবিৰ মানস-পটত ভাঁহি উঠিল। কবিৰ কল্পনাপ্ৰৱণ মনে বাইদেৱেক থাকিবলৈ *সিপাৰত এখন নন্দনৰাজ্যৰ* সৃষ্টি কৰিছে য'ত আছে কেৱল সুমঙ্গল আৰু শান্তিৰ অমিয়া। পাৰ্বতিপ্ৰসাদৰ কবিমানসত জিলিকি উঠা চিৰ ৰহস্যাবৃত সিপাৰৰ বৰ্ণনা এনেধৰণৰ ;

সিপাৰৰ এন্ধাৰৰ সেইখিনি নেদেখা পুৰত
প্ৰভুৰ পাৱৰ ওচৰত
তৰ, বেলি, জোন খেলে পোহৰৰ খেলা,
যেন শান্তিৰহে মেলা
মাথোঁ নিতে বহে তাত
ইপাৰৰ সুখ-দুখ ঘাত-প্ৰতিঘাত
নাই তাত একোৱেই নাই,
অন্তৰৰ সুমঙ্গল ভৰা সেই ঠাই
কেৱল জিৰণি মাথোঁ সংসাৰৰ
দুখ ভাগৰৰ।

এইখিনিতে পাৰ্বতিপ্ৰসাদৰ দৃষ্টিভংগীৰ সৈতে হিতেশ্বৰ বৰবৰুৱাৰ 'প্ৰাণৰ জিতেন' কবিতাত প্ৰতিফলিত দৃষ্টিভংগীৰ সাদৃশ্য বিচাৰি পোৱা যায়।

তৃতীয় স্তৰত, পাৰ্বতিপ্ৰসাদৰ শোকৰ ভাবনাৰাশি আনন্দময় অনুভূতিলৈ পৰ্যবসিত হৈছে। ক্ৰমান্বয়ে তেওঁ নিজও সিপাৰৰ আহ্বান শুনি পৰম আনন্দ লাভ কৰিছে;

তেওঁৰে মধুৰ ৰিং সুদূৰত পৰিছে কাণত
মোৰ আজি
বুকুত বলিয়া বৰাগীৰ বীণ সেই হে
উঠিছে ধীৰে বাজি।

নলিনীবালা দেৱীৰ দৰে পাৰ্বতিপ্ৰসাদেও ধাৰণা কৰিছে ইপাৰৰ জীৱনক পাৰ নাও বাই 'ঘাটৈয়ে' সিপাৰলৈ পাৰ কৰি নিয়ে। (তু. 'নীলৰ স্বপ্ন' ; অন্তিমৰ সুৰ) তেওঁ মৃত্যুৰ মাজেৰে পুনৰ মিলন কামনা কৰিছে ;

সেই ঘন্টি পাৰ হৈ গ'লে
সুন্দৰ পৃথিৱী মোৰ পুৰি ছাই হ'লে
তোমাক পুনৰ পাম।

ইয়াৰ মাজেৰে ভাৰতীয় দৰ্শনৰ *আত্মাৰ অবিনশ্বৰতাৰ* ধাৰণা প্ৰকাশিত হৈছে। কবিৰ হৃদয়ৰ শোকোচ্ছ্বাসৰ আনন্দময় নিস্ক্ৰান্তিৰ আভাসেৰে কবিতাটোৰ সামৰণি পৰিছে;

নয়ন ভৰিব চাই
মুখত সি জ্যোতি-শিখা
কপালত তৰা-ফোঁট শিখা
সাপৰ মূৰত যেন মণি
সাইলাখ লখিমী আই
শান্তিয়নী শীতলা গোঁসানী।

কবিৰ আত্মাই মৃত বায়েকৰ শান্ত-সমাহিত এক নতুন ৰূপ শীতলা গোঁসানীৰ নিৰ্মল মূৰ্ত্তি কল্পনা কৰি সান্ত্বনা লভিছে।

ভগ্নীপ্ৰেমৰ গভীৰ অনুভূতি, সহৃদয় স্মৃতি ৰোমন্থনা, শোকোচ্ছ্বাসৰ গভীৰ অথচ সংযত প্ৰকাশ, কবিমনৰ কল্পনা আৰু ভাব-বৈচিত্ৰ্য, ভাৰতীয় দাৰ্শনিক চিন্তাৰ ধ্যান-ধাৰণাৰ ৰহস্যময় আৱেশ সৃষ্টি আদি বিচিত্ৰ ভাব-অনুভূতিৰ সমন্বয়ত পাৰ্বতিপ্ৰসাদৰ *মৰণ-মাধুৰী* অসমীয়া ইলিজী সাহিত্যৰ এটি সাৰ্থক ইলিজী হৈ উঠিছে।

পাৰ্বতিপ্ৰসাদৰ দ্বিতীয়টো ইলিজী *মৰণ-নিমালি* বাইদেৱেক কমলা বৰুৱাৰ মৃত্যুতে ৰচিত। (সান্ত্বনা বৰুৱা ; মৌখিক তথ্য সংগ্ৰহ) ইয়াতো কবিৰ শোকাকুল অনুভূতি অতীত *স্মৃতিৰ ৰোমন্থন, দুখৰ গুঞ্জন, হৃদয়ৰ চিৎকাৰ* আদি বিভিন্ন পৰ্যায় অতিক্ৰম কৰি *আনন্দময় অনুভূতি*ৰ মাজেৰে পৰিসমাপ্তি ঘটিছে। পাৰ্বতিপ্ৰসাদৰ জোনাক জোনাক শীতল জোনাক শীৰ্ষক গীতটিও একেগৰাকী বাইদেৱেকৰ বিৰহ-অনুভূতিৰ পৰাই সৃষ্টি হৈছে। অন্য এটি গীত *জীৱন যদি হেৰালে তোৰ* — ভগৱতী প্ৰসাদৰ মৃত্যুত ৰচিত। চাৰ্লছ লেম্বৰ মনত পুৰণি চিনাকি মুখবোৰে ('Old familiar faces', golden Treasury ; p 220) বিষাদ-স্মৃতি জগাই তোলাৰ দৰে পাৰ্বতিপ্ৰসাদৰ মনকো হেৰাই যোৱা পুৰণি মুখবোৰৰ স্মৃতিয়ে বিৰহ কাতৰ কৰি তোলে। কবিৰ অন্তৰৰ পীড়ন, দুখ আৰু আক্ষেপ ভৰা মনোবেদনাৰ প্ৰকাশ, অনুভৱ আৰু উপলব্ধিৰ গভীৰতা আৰু ভাবৰ ক্ৰমবিকাশৰ ফালৰ পৰা পাৰ্বতিপ্ৰসাদৰ *মৰণ-মাধুৰী* আৰু *মৰণ-নিমালিয়ে* হিতেশ্বৰ বৰবৰুৱাৰ 'চকুলো', হিমলা বৰুৱানীৰ 'বিননি', শৈলধৰ ৰাজখোৱাৰ 'নিয়তি'ৰ শাৰীতে স্থান পাবৰ যোগ্য।

দহ

# পাৰ্ৱতিপ্ৰসাদৰ গীত আৰু কবিতাৰ নান্দনিক বিশ্লেষণ

## ভূমিকা

সাহিত্যৰ নান্দনিক সৌন্দৰ্যৰ বিশ্লেষণ এটি জটিল কাৰ্য। প্ৰাচ্য আৰু পাশ্চাত্যৰ নন্দন তত্ত্বৰ আলোচনাত বহুকেইজন নন্দনতাত্ত্বিকে নিজস্ব দৃষ্টিভংগী আৰু মত অভিমত আগবঢ়াইছে। সেয়ে হ'লেও নন্দনতাত্ত্বিকসকল এক নিৰ্দিষ্ট সিদ্ধান্তত উপনীত হ'ব পৰা নাই। পাৰ্ৱতিপ্ৰসাদৰ গীত আৰু কবিতাৰ নান্দনিক বিচাৰ প্ৰসংগত ভাৰতীয় অলংকাৰ শাস্ত্ৰ আৰু পাশ্চাত্য নন্দনতাত্ত্বিক আলোচনাৰ ওপৰত ভিত্তি কৰা হৈছে। কিয়নো উদ্দেশ্যৰ ফালৰ পৰা ভাৰতীয় আলংকাৰিকৰ *ৰসনিষ্পত্তি ব্যাপাৰ* আৰু পাশ্চাত্য নন্দনতাত্ত্বিক সকলৰ বিবদমান সৌন্দৰ্যতত্ত্ব সমধৰ্মী। উভয়ৰে উদ্দেশ্য হৈছে আনন্দ দান। পাৰ্ৱতিপ্ৰসাদৰ ৰচনাৰ মাজত বিবিধ অলংকাৰ আৰু ৰসৰ প্ৰয়োগ পোৱা যায়। ঠিক তেনেকৈ আধুনিক পাশ্চাত্য সৌন্দৰ্য দৃষ্টিৰ উপাদান চিত্ৰকল্প আৰু প্ৰতীকৰ প্ৰয়োগো পোৱা যায়। বৰ্ণ, ধাতু আৰু পোহৰৰ ভূমিকায়ো পাৰ্ৱতিপ্ৰসাদৰ ভাবদৃষ্টিক আলোকিত কৰিছে। ৰস, অলংকাৰ, ধ্বনি আৰু ব্যঞ্জনা, চিত্ৰকল্প, প্ৰতীক ইত্যাদিৰ ব্যৱহাৰৰ ফলত পাৰ্ৱতিপ্ৰসাদৰ ৰচনাৰ সৌন্দৰ্য বৃদ্ধি হৈছে।

### (ক) নন্দনতত্ত্বৰ স্বৰূপ আৰু সংজ্ঞা

সাধাৰণ অৰ্থত নন্দনতত্ত্ব হৈছে সৌন্দৰ্যমণ্ডিত বস্তু নাইবা কলাৰ সংস্পৰ্শত উদয় হোৱা আনন্দৰ অনুভূতি মিশ্ৰিত মানসিক অভিজ্ঞতা। সৌন্দৰ্যৰ সৈতে আনন্দ সংপৃক্ত হৈ আছে। মানুহৰ অন্তৰত সৌন্দৰ্য গ্ৰহণৰ বাসনাক যি আনন্দই পৰিতৃপ্তিৰ যোগান ধৰে সিয়েই সৌন্দৰ্যৰ আনন্দ।

Aesthetic শব্দটো অষ্টাদশ শতিকাত প্ৰথমে ব্যৱহাৰ কৰিছিল জাৰ্মান নন্দনতাত্ত্বিক বামগাৰ্টেনে (Rekha Jhanji: Aesthetic Meaning: p. 15.), (Alexender Baumgarten)| Aesthetic শব্দটো গ্ৰীক aistheta ধাতুৰ পৰা নিস্পন্ন হৈছে। (J. A Cuddon : A dictionary of Literary terms; p. 16). নন্দনতত্ত্বত মূলতঃ সৌন্দৰ্যৰ স্বৰূপ আৰু সৌন্দৰ্যৰ মূল্যায়ন সম্পৰ্কীয় আলোচনাই ঠাই পাইছে। প্লেটোৰ পৰা আৰম্ভ কৰি আধুনিক কলা পৰ্যন্ত সৌন্দৰ্যৰ বিভিন্ন সংজ্ঞা বা স্বৰূপ আলোচিত হৈ আহিছে। নন্দনতাত্ত্বিক সকলে সাধাৰণভাৱে স্বীকৃত সুন্দৰ বস্তুৰ মাজতেই মহৎ সৌন্দৰ্যৰ আৱিষ্কাৰৰ প্ৰয়াস কৰিছে। *প্লেটোৱে* তথাকথিত সুন্দৰক পৰিপূৰ্ণ সুন্দৰৰ অংশ ৰূপে অনুভৱ কৰিছে। তেওঁ শিল্পক অনুকৰণ প্ৰক্ৰিয়াৰ ফল হিচাপেও অভিহিত কৰিছে। এৰিষ্টটলে প্লেটোৰ ধাৰণাটোক গতিময়তা দান কৰিলে। তেওঁৰ মতে শৃংখলা, সামঞ্জস্য আৰু স্পষ্টতাৰ মাজেৰেহে সুন্দৰক অনুভৱ কৰিব পাৰি। প্লটিনাসে প্লেটোৰ মতামতত নতুনত্বৰ সংযোগ কৰিলে। অনুকৰণ প্ৰক্ৰিয়া সম্পন্ন কৰিবলৈ দৈৱ ক্ষমতাৰ প্ৰয়োজন বুলি প্লটিনাসে অভিমত প্ৰকাশ কৰিলে। (আচাৰ্য সুৰেন্দ্ৰ নাথ দাশগুপ্ত; সৌন্দৰ্যতত্ত্ব; পৃ. ১৯৭) প্লটিনাসৰ দৰে *অগাষ্টিন, ফিসিনো* আদি নন্দনতাত্ত্বিক আলোচকসকলে সৌন্দৰ্য আৰু প্ৰেমৰ সম্পৰ্কে আলোচনা আগবঢ়ালে। অষ্টাদশ শতিকাৰ নন্দনতাত্ত্বিক *শাফ্‌টস্‌বেৰিয়ে* কীট্‌ছতকৈ আগেয়ে এটি সিদ্ধান্তত উপনীত হৈছিল- All Beauty is TRUTH. (Rekha Jhanji; ibid.) কান্টে নৈৰ্ব্যক্তিক আনন্দক প্ৰাধান্য দিছে। অৰ্থাৎ সৌন্দৰ্যানুভূতিৰ মাজেৰে লাভ কৰা আনন্দ প্ৰজ্ঞাৰ মাধ্যমেৰেহে লাভ কৰিব পাৰি। *শিলাৰেও* কান্টৰ সৌন্দৰ্যক সমৰ্থন কৰিলে। ঊনবিংশ শতাব্দীত হেগেলে 'আইডিয়াৰ'ৰ সীমিত প্ৰকাশ বা অসীমৰ সীমাশাসিত ৰূপেই যথাৰ্থ সুন্দৰ বুলি অভিমত প্ৰকাশ কৰিলে। (বিমল কুমাৰ মুখোপাধ্যায়; ৰবীন্দ্ৰনন্দনতত্ত্ব ; পৃ. ১৪) বিংশ শতাব্দীত ক্ৰোচে বিষয়বস্তুতকৈ প্ৰকাশভংগীকহে সৌন্দৰ্যৰ প্ৰাণ বুলি স্বীকাৰ কৰিলে। আনহাতে পাশ্চাত্যৰ মনীষী জৰ্জ সান্তায়নে সৌন্দৰ্য আৰু আনন্দৰ ঘনিষ্ঠতা স্বীকাৰ কৰিলে। (যথা- "Beauty is constituted by the objectification of pleasure. It is pleasure objectified" - George Santyana: 'The Nature of Beauty': The Sense of Beauty : p 33) এই আনন্দৰ মাজত আছে আত্মলুপ্তিৰ অনাবিল তৃপ্তি। প্ৰয়োজন সিদ্ধ আনন্দতকৈ এই সৌন্দৰ্য ঊৰ্দ্ধত। ব্ৰেডলিয়ে হৃদয়ত নন্দনতাত্ত্বিক আনন্দ দিব পৰা বস্তুকেই সুন্দৰ বুলি অভিহিত কৰিছে। ব্ৰেডলিয়ে সৌন্দৰ্যৰ পাঁচোটা প্ৰকাৰ দেখুৱাইছে- উদাত্ততা, চমৎকাৰিত্ব, সৌন্দৰ্য, মাধুৰ্য আৰু শোভন। (যথা "Sublime. grand, beautiful. graceful & pretty") (ত্ৰৈলোক্যনাথ গোস্বামী;

নন্দনতত্ত্ব প্ৰাচ্য আৰু পাশ্চাত্য; পৃ. ২৬২) এনেদৰে দেখা যায় নন্দনতাত্ত্বিক আন্দোলন হৈছে এটা মানসিক আন্দোলন। নন্দনতাত্ত্বিক, চিন্তাবিদ, দাৰ্শনিক, সমালোচক সকলে বিভিন্ন সময়ত নন্দনতত্ত্ব সম্পৰ্কে বিভিন্ন আলোচনা আগবঢ়াইছে যদিও আধুনিক কাল পৰ্যন্ত সৌন্দৰ্যৰ স্বৰূপ নিৰ্ণয়ৰ বিবাদৰ নিস্পত্তি হোৱা নাই। সেয়ে হ'লেও সকলোৱে ঐক্যমত প্ৰকাশ কৰিছে যে সৌন্দৰ্যৰ সৈতে আনন্দ সংশ্লিষ্ট।

মুঠ কথাত, নন্দনতাত্ত্বিক সকলৰ মাজত জীৱন আৰু জগতক সুন্দৰভাৱে চোৱাৰ প্ৰৱণতা দেখা যায়। ঠিক তেনেদৰে সাহিত্যিকসকলৰ মাজতো সৌন্দৰ্য সৃষ্টি কৰাৰ প্ৰৱণতা অনুধাৱন কৰিব পাৰি। আনন্দ দান সাহিত্যৰ এটি বিশেষ ধৰ্ম। উৎকৃষ্ট সাহিত্যই বিষয়বস্তুৰ বিভিন্নতা সত্বেও কলাসুলভ আনন্দৰ যোগান ধৰিবলৈ সমৰ্থ হয়। এই আনন্দই হৈছে সাহিত্যৰ নান্দনিক সৌন্দৰ্য। কবি বা সাহিত্যিকে সৌন্দৰ্যগ্ৰাহী চেতনাৰে জীৱন আৰু জগতৰ অন্তৰালত অনুভূৱ হোৱা অনাৱিল সৌন্দৰ্যক সাহিত্যত প্ৰতীয়মান কৰি তোলে। সাহিত্য-সংগীত আদি সুকুমাৰ কলাৰ মাজত এনে সৌন্দৰ্য অনুভৱ কৰিব পাৰি। উল্লেখ্য যে যি কোনো বিষয়ৰ ৰসোপলব্ধি বা সৌন্দৰ্য উপলব্ধিৰ বাবে পাঠক-শ্ৰোতা-দৰ্শকৰ সহৃদয়তাবোধৰ আৱশ্যক। নান্দনিক সৌন্দৰ্যসমৃদ্ধ সাহিত্যই সাৰ্বজনীনতা লাভ কৰিবলৈ সমৰ্থ হয়।

## নন্দনতত্ত্বৰ আলোচনাত সংগীত

নন্দনতাত্ত্বিক আৰু শিল্পতাত্ত্বিক সকলে সংগীতৰ নান্দনিক দিশ সম্বন্ধেও বিভিন্ন আলোচনা কৰিছে। সংগীত শিল্পৰ এটি প্ৰধান শাখা। কাব্য আৰু সংগীত উভয়ে সৃষ্টি কৰে এক আনন্দময় জগৎ। আনন্দোপলব্ধি উভয়ৰে পৰোক্ষ ফল।

ইউৰোপীয় সংগীত আলোচনাত *হ্যানস্লিকে* সংগীতৰ সুৰক প্ৰাধান্য দিলেও সংগীতৰ কাব্যাংশকো ৰস পৰিবহনৰ অংশীদাৰ ৰূপে স্বীকাৰ কৰিছে। (সুচেতা চৌধুৰী; সংগীত ও নন্দনতত্ত্ব; পৃ. ৫৯) *হেগেলে* সংগীতকো 'আইডিয়াৰ' অধীন বুলি মন্তব্য কৰিছে। *প্লেটো* আৰু *এৰিষ্টটলে* কাব্য আৰু সংগীতত মনৰ অমূৰ্ত অৱস্থা মূৰ্ত কৰি তোলা সম্ভৱ বুলি মন্তব্য কৰিছে। সংগীতৰ অন্তৰ্নিহিত সৌন্দৰ্য ধ্বনিৰ ওপৰত নিৰ্ভৰশীল। ধ্বনিক বাদ দি সংগীতৰ মাধুৰ্য ফুটি নুঠে। ৰস, ধ্বনি, অৰ্থ আৰু ব্যঞ্জনাৰ সামঞ্জস্যৰ ফলত সংগীততো কাব্যসুলভ সৌন্দৰ্যৰ প্ৰকাশ সম্ভৱ হৈ উঠে। আমেৰিকাৰ শিল্পতাত্ত্বিক *আৰউইন এডম্যানে* সংগীতৰ শব্দালংকাৰৰ ভিতৰত সুৰ, ছন্দ, সামঞ্জস্য সকলোকে অন্তৰ্ভুক্ত কৰিছে। কলাতত্ত্বৰ আলোচনাত প্ৰায় অষ্টাদশ শতিকাৰ আদি ভাগলৈকে কবিতাৰ সৈতে চিত্ৰকলাৰ সম্বন্ধই প্ৰাধান্য লাভ কৰিছিল। ক্ৰমান্বয়ে সংগীতৰ সৈতে কবিতাৰ সম্পৰ্ক নিৰ্ণয়ত আলোচক সকল ব্যস্ত হৈ পৰিল। জাৰ্মেনীত সংগীতকেই হৃদয়াবেগৰ সৰ্বোৎকৃষ্ট অভিব্যক্তি বুলি

গণ্য কৰা হ'ল। হাৰ্ডাৰে এই ক্ষেত্ৰত অগ্ৰণী ভূমিকা গ্ৰহণ কৰে। ক্ৰমান্বয়ে ৰোমাণ্টিক নন্দনতত্ত্বই কল্পনাক সৃষ্টি প্ৰক্ৰিয়াৰ মূলাধাৰ ৰূপে চিহ্নিত কৰিলে। এনে ধাৰণাৰ ফলতে ৰোমাণ্টিক লিৰিকে গীতিময়তা লাভ কৰিলে।

সংগীতত ভাষাই হৈছে শক্তিশালী সংকেত। কবিতাৰ দৰে সংগীততো প্ৰতীকৰ ব্যৱহাৰ হয়। কিন্তু সংগীতত প্ৰতীকক বিষয়ৰ প্ৰতিৰূপ হিচাপে গণ্য কৰা নহয়। বিষয়ৰ বাহনৰূপে গ্ৰহণ কৰা হয়। সংগীতত কবিতাৰ দৰে ভাষা আৰু কাব্যগুণ দুয়োটাকে গুৰুত্ব দিয়া হয়। সংগীতত ব্যৱহৃত শব্দই কেতিয়াবা সৰল অৰ্থ প্ৰকাশ কৰে আৰু কেতিয়াবা বিভিন্ন অলংকাৰেৰে ভূষিত হৈ একাধিক অৰ্থৰ দ্যোতনা দান কৰে। *ৰবীন্দ্ৰনাথে* কবিতা আৰু সংগীতৰ সমান স্বাধীনতা থকা উচিত বুলি মন্তব্য কৰিছে। তেওঁৰ দৃষ্টিত উভয়ে যমজ ভাতৃ; একেগৰাকী মাতৃৰ সন্তান। ('সঙ্গীত ও কবিতা'; ৰবীন্দ্ৰ ৰচনাবলী (অচলিত সংগ্ৰহ) পৃ. ৯১-৯২) এনেবোৰ কাৰণতে কবিতাৰ দৰে সংগীততো ভাষা-শব্দ, প্ৰতীক ৰূপক, অলংকাৰ, ব্যঞ্জনা আদি উপাদানৰ বিশ্লেষণৰ ওপৰত আধুনিক শিল্পতাত্ত্বিক সকলে গুৰুত্ব দিছে। বাংলাদেশত সংগীতৰ 'অৰ্দ্ধনাৰীশ্বৰ ৰূপ' (ৰবীন্দ্ৰনাথ ঠাকুৰ; 'ৰবীন্দ্ৰনাথ আৰু ধূৰ্জটি প্ৰসাদ মুখোপাধ্যায়েৰ পত্ৰালাপ'; *ৰবীন্দ্ৰ ৰচনাৱলী; অষ্টাবিংশ খণ্ড;* পৃ. ৮৩০) অৰ্থাৎ বাণী আৰু সুৰক স্বীকৃতি দিয়া হৈছে।

মুঠ কথাত, আধুনিক গীতত কথাশিল্প আৰু সুৰশিল্পৰ পাৰস্পৰিক সমন্বয়ৰ মাজেদি গীতিকাৰৰ সৃষ্টি শক্তিয়ে ৰূপ লাভ কৰিছে। ইন্দ্ৰিয়ানুভূতি ৰস, ছন্দ, তাল, প্ৰতীক, অলংকাৰ, ধ্বনি, ভাষা আৰু অৰ্থদ্যোতনা একত্ৰ ৰূপত সুৰৰ ব্যঞ্জনামণ্ডিত হ'লেই সংগীতৰ শিল্পমূল্য প্ৰকাশ পায়। আনহাতে সুৰক বাদ দিও সংগীতৰ কাব্যাংশৰ ৰসোপলব্ধি কৰা হয়। পাঠক শ্ৰোতাৰ হৃদয়ক নিবিড় আনন্দৰ অনুভূতিৰে আলোড়িত কৰিব পৰাতেই সংগীতৰ সাৰ্থকতা নিৰ্ভৰ কৰে। চমুকৈ ক'ব পাৰি নান্দনিক সৌন্দৰ্যসমৃদ্ধ সংগীতেহে যুগ জয়ী হৈ উঠে।

### ভাৰতীয় আলংকাৰিকৰ সৌন্দৰ্য আলোচনাত ৰস আৰু অলংকাৰ

সাধাৰণ দৃষ্টিত অনুভূত সৌন্দৰ্যৰ মাজতে অসাধাৰণ সৌন্দৰ্যৰ উৎস সন্ধানত প্ৰাচ্য আৰু পাশ্চাত্য নন্দনতাত্ত্বিক আলোচক সকল প্ৰৱিষ্ট হৈছে। ভাৰতীয় আলংকাৰিক ৰসেও বিমল আনন্দৰ যোগান ধৰিব পাৰে বুলি প্ৰতিপন্ন কৰিছে। ভাৰতীয় নন্দনতত্ত্ব বিশেষভাৱে কবিতা, সংগীত আৰু স্থপতিবিদ্যাৰ সৈতে জড়িত। ভাৰতীয় নন্দনতত্ত্ব হৈছে সুকুমাৰ কলাৰ বিজ্ঞান আৰু দৰ্শন। ভাৰতীয় আলংকাৰিকে ৰসৰ দৰে অলংকাৰকো সৌন্দৰ্যৰ সৈতে সংপৃক্ত বুলি অভিমত প্ৰকাশ কৰিছে।

**ৰসৰ স্বৰূপঃ সংজ্ঞা আৰু প্ৰকাৰ**

যুগে যুগে মনীষীসকলে সাহিত্য আৰু সংগীতৰ ৰসসৌন্দৰ্য নানাধৰণেৰে ব্যাখ্যা কৰিছে। ৰসৰ লগত বিশেষ বিশেষ মানসিক অনুভূতি সংপৃক্ত হৈ আছে। কবিচিত্তৰ লৌকিক অনুভূতি বিশেষ কাব্যত অলৌকিকভাৱে ৰূপায়িত হ'লেই ৰসোত্তীৰ্ণ হৈ উঠে। উপনিষদত ব্ৰহ্মানন্দকে ৰস বুলি কোৱা হৈছে। প্ৰাচীন আচাৰ্য সকলৰ ভিতৰত ভাৰত আৰু বিশ্বনাথে বিভাৱ, অনুভাৱ আৰু সঞ্চাৰী বা ব্যভিচাৰী ভাবৰ সম্বন্ধবশতঃ সহৃদয়ৰ হৃদয়ত অভিব্যক্ত 'ৰতি' আদি স্থায়ী ভাবকে 'ৰস' বুলি স্বীকাৰ কৰিছে। ৰস এক প্ৰকাৰৰ মানসিক অৱস্থা। (অতুলচন্দ্ৰ গুপ্ত, 'ৰস'; কাব্যজিজ্ঞাসা; পৃ. ২৫)

**ৰসৰ সংজ্ঞা**

বিভিন্ন আলংকাৰিকে বিভিন্ন ধৰণেৰে ৰসৰ সংজ্ঞা আগবঢ়াইছে। নাট্যশাস্ত্ৰ প্ৰণেতা ভৰতৰ মতে বিভাৱ, অনুভাৱ আৰু সঞ্চাৰী ভাবৰ সহযোগত ৰসৰ নিষ্পত্তি হয়। (মুকুন্দ মাধৱ শৰ্মা ; ধ্বনি আৰু ৰসতত্ত্ব ; পৃ. ৫২) বিশ্বনাথ কবিৰাজে সাহিত্যদৰ্পণত ৰসৰ ব্যাখ্যা দাঙি ধৰিছে। *বিশ্বনাথৰ মতে* "বাক্যং ৰসাত্মকং কাব্যম।" (সম্পা. বিশ্বনাৰায়ণ শাস্ত্ৰী ; সাহিত্য দৰ্পণ; প্ৰথম পৰিচ্ছেদ ; পৃ. ১০) অৰ্থাৎ ৰসাত্মক বাক্যই কাব্য। এই ৰস শব্দেৰে তেওঁ ৰসাভাস, ভাব আৰু ভাৱাভাস আদিকো গ্ৰহণ কৰিছে। প্ৰাচীন আলংকাৰিক সকলে কাব্যৰ সাৰবস্তু হিচাপে ৰসক স্বীকাৰ কৰিছে। এই ৰসৰ সৃষ্টি হয় কাব্যৰ শব্দ আৰু অৰ্থৰ আশ্ৰয়ত। *কুন্তকে* শব্দ আৰু অৰ্থৰ বিচিত্ৰ বিন্যাসৰ ওপৰতেই কাব্যৰ সৌন্দৰ্য নিৰ্ভৰ কৰে বুলি উল্লেখ কৰিছে। ধ্বনিকাৰে ধ্বনিয়েই কাব্যৰ আত্মা বুলি অভিহিত কৰিছে। কিন্তু বস্তুধ্বনি, অলংকাৰ আৰু ৰসধ্বনি-এই তিনিওবিধ ধ্বনিয়েই কাব্যৰ আত্মা হয়নে নহয় স্পষ্টকৈ কোৱা নাই। বিশ্বনাথে কেৱল ৰসধ্বনিকেহে কাব্যৰ আত্মা ৰূপে সমৰ্থন কৰিছে। অগ্নিপুৰাণতো ৰসক কাব্যৰ জীৱন স্বৰূপে অভিহিত কৰা হৈছে। (যথা-"ৱাগ্বৈদগ্ধ্য প্ৰধানেঽপি ৰস এৱাত্ৰজীৱিতম্" উদ্ধৃত ; সাহিত্য দৰ্পণ ; প্ৰথম পৰিচ্ছেদ ; পৃ. ৯) *অভিনৱ গুপ্তই* 'ধ্বন্যালোক'ত কৈছে ; যি ভাবাবেগৰ দ্বাৰা কবি হৃদয়ত বহু পাঠকৰ হৃদয় ৰসসিক্ত হৈ একীভূত হৈ পৰে সেয়েই কাব্যৰ বাত্ৰসাধাৰণীকৃতি।

দেখা যায় কাব্যৰ প্ৰধান বা সাৰবস্তু হিচাপে ৰসক স্বীকাৰ কৰাত কাৰো দ্বিমত নাই। বামনে ৰীতিয়েই কাব্যৰ আত্মা বুলি স্বীকাৰ কৰিছে। সৌন্দৰ্যৰ স্বৰূপ আলোচনাত ব্যতিক্ৰম হ'ল জগন্নাথ পণ্ডিত। *জগন্নাথ পণ্ডিতে* 'ৰস গঙ্গাধৰ'ত ৰমণীয়াৰ্থপ্ৰতিপাদক শব্দক কাব্য আখ্যা দিছে। যি চমৎকাৰিত্বৰ ৰমণীয়তা বোলা

হয় তাৰ অন্তৰালত বিশেষ বিশেষ সংস্কাৰ আৰু তদনুসাৰী বিচিত্ৰ প্ৰকাৰৰ অনুসন্ধানে সেই চমৎকাৰিত্বক আৱিষ্ট কৰি থাকে। আচাৰ্য সুৰেন্দ্ৰনাথ দাশগুপ্তই জগন্নাথৰ নন্দনতত্বৰ 'ৰমণীয়তাক' 'objective existences' ৰূপে ব্যাখ্যা কৰিছে। ৰবীন্দ্ৰনাথে ধ্বনি আৰু ৰস উভয়ৰে আৱশ্যকতা স্বীকাৰ কৰিছে। ব্যঞ্জনা আৰু ধ্বনিয়ে কাব্যাৰ্থৰ বোধ জন্মায়। সংগীততকৈ কবিতাত শব্দ ধ্বনিৰ প্ৰয়োজনীয়তা অধিক হ'লেও সংগীততো ধ্বনিৰ গুৰুত্ব আছে। কাৰণ একোটা সাৰ্থক সংগীত একোটা সাৰ্থক কবিতাৰ দৰেই অন্তৰত প্ৰতিধ্বনিত হয়।

**ৰসৰ প্ৰকাৰ**

ভৰতে আঠবিধ ৰসক স্বীকাৰ কৰিছে। সেয়া হৈছে - শৃংগাৰ, হাস্য, করুণ, ৰৌদ্ৰ, বীৰ, ভয়ানক, বীভৎস আৰু অদ্ভুত। এই আঠবিধ ৰসৰ স্থায়ী ভাব সমূহ ক্ৰমে ৰতি, হাস, শোক, ক্ৰোধ, উৎসাহ, ভয়, জুগুপ্সা আৰু বিস্ময়। বিশ্বনাথে আঠ প্ৰকাৰ ৰসৰ উপৰি শান্ত ৰসকো স্বীকাৰ কৰিছে। শান্ত ৰসৰ স্থায়ী ভাৱ 'শম'। ভট্ট, উদ্ভট, অভিনৱ গুপ্ত আদি আলংকাৰিক সকলেও নৱিধ ৰসক স্বীকাৰ কৰিছে। আনহাতে ৰুদ্ৰটে দহবিধ, ভোজৰাজে বাৰবিধ, কবি কৰ্ণপূৰে বাৰবিধ, হৰিপালদেৱে তেৰবিধ আৰু ভটলোল্লটে ৰস অনন্ত বুলি উল্লেখ কৰিছে। তদুপৰি 'অভিনৱ ভাৰতী', 'দশৰূপক', ধনঞ্জয়ৰ 'নাট্যদৰ্পণ', 'ৰসতৰঙ্গিনী' আদিত অতিৰিক্ত ৰসৰ উল্লেখ পোৱা গ'লেও অভিনৱ গুপ্তই 'অভিনৱ ভাৰতী'ত শান্ত ৰসক সকলো ৰসৰ ভিতৰত প্ৰধান আৰু মূল ৰস হিচাপে স্বীকাৰ কৰিছে।

সৰহসংখ্যক আলংকাৰিকে *নৱিধ* ৰসক স্বীকৃতি দিছে। বৈষ্ণৱ সাহিত্যত *বাৎসল্য ৰসে* স্বীকৃতি লাভ কৰিছে। ইয়াৰ স্থায়ী ভাব বৎসলতা। পুত্ৰ আদি আলম্বন বিভাব। *ভক্তিকো* ৰস হিচাপে ধৰিলে মূল ৰস এঘাৰ প্ৰকাৰ হয়গৈ।

**পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাৰ ৰস বিচাৰ**

মানৱ মনৰ স্থায়ী ভাবসমূহৰ আধাৰত বিভিন্ন ৰসৰ সৃষ্টি হয়। কবিতাত কবিচিত্তৰ বিচিত্ৰ অনুভূতি ৰসসিক্ত হৈ প্ৰকাশিত হয়। ৰসৰ সৈতে আনন্দ সংপৃক্ত হৈ আছে। একোটি ভাল কবিতাত লৌকিক অনুভূতি লুপ্ত হৈ আনন্দময় অনুভূতি উদ্ভাসিত হৈ উঠে। এই ৰসোত্তীৰ্ণ অৱস্থাই কবিতাৰ সফলতাৰ মাপকাঠী। কবিতাৰ দৰে সংগীতৰো ৰস সৌন্দৰ্য বিচাৰ কৰা হয়। সংগীতক কাব্যৰ দৰে বীৰ, করুণ, শান্ত প্ৰভৃতি নানা ৰসৰ আধাৰ বুলি কল্পনা আৰু বৰ্ণনা কৰা হৈছে। (সুধাংশুশেখৰ শাসমল ; ধ্বনিৰ শিল্প ৰবীন্দ্ৰ সঙ্গীত ; পৃ. ২৭৬) সংগীতৰ ৰস-সৌন্দৰ্য দুই ধৰণেৰে বিচাৰ কৰিব পাৰি-গীতৰ কাব্যধৰ্মৰ আধাৰত

আৰু সুৰৰ আধাৰত। পাৰ্বতি-সংগীতৰ ৰস সৌন্দৰ্য এই দুয়োটি ধৰণেৰে উদ্ভাসিত হৈছে। পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাত বিবিধ ৰসৰ সোৱাদ পোৱা যায়। তাৰে ভিতৰত করুণ, শান্ত, বীৰ, হাস্য আদি ৰস স্থায়ী ভাৱক কেন্দ্ৰ কৰি পৰিস্ফুট হৈছে।

**করুণ ৰস**

যিকোনো সৃষ্টিৰ মাজত করুণ ৰসৰ আবেদনেই সৰহ। সাহিত্যদৰ্পণৰ তৃতীয় পৰিচ্ছেদত বিশ্বনাথে করুণ ৰস সম্পৰ্কে বিস্তৃত আলোচনা দাঙি ধৰিছে। বিশ্বনাথে করুণ আদি ৰসৰ পৰাও পৰম আনন্দ অনুভূত হয় বুলি উল্লেখ কৰিছে। গীত বা কবিতাত দুঃখ বা শোকৰ কাৰণ সমূহ জাগতিক বা লৌকিক কাৰণ হৈ নাথাকি অলৌকিক বিভাৱত পৰিণত হোৱাৰ ফলত সুখানুভূতি জাগ্ৰত হয়। পাৰ্বতিপ্ৰসাদৰ দুখৰ অনুভূতি জাগতিক সীমা অতিক্ৰম কৰি অজাগতিক অনুভূতিলৈ ৰূপান্তৰিত হোৱাৰ ফলত ৰসানুভূতিৰ উদ্ৰেক হৈছে। পাৰ্বতিপ্ৰসাদৰ দুখৰ অনুভূতি জাগতিক সীমা অতিক্ৰম কৰি অজাগতিক অনুভূতিলৈ ৰূপান্তৰিত হোৱাৰ ফলত ৰসানুভূতিৰ উদ্ৰেক হৈছে। পাৰ্বতিপ্ৰসাদৰ ভঙা *টোকাৰীৰ সুৰত* করুণ ৰস অনুভূত হয়। এই ক্ষেত্ৰত তেওঁৰ ইলিজী কবিতা কেইটি বিশেষভাৱে উল্লেখ যোগ্য। পাৰ্বতিপ্ৰসাদৰ ইলিজী-কবিতা কেইটিৰ স্থায়ী ভাব শোক। কবি-প্ৰতিভাৰ বলত কবিৰ হৃদয়ৰ শোকোচ্ছ্বাসে পাঠকৰ মনলৈ করুণ ৰসৰ সঞ্চাৰ কৰিছে। এই করুণ ৰসাত্মক কবিতা কেইটিৰ অন্তৰালত কবিৰ জীৱনবোধ অন্তৰ্লীন হৈ আছে। '*ভঙা টোকাৰীৰ সুৰ*'ত অন্তৰ্ভুক্ত অন্যান্য গীত আৰু কবিতাৰ ভিতৰত *ভঙা টোকাৰীৰ সুৰ, চকুপানী, চকুপানীৰ বান, ফুলিবনে শতদল, জীৱন যদি হেৰালে তোৰ, কেঁচা শোণিতৰ চেকুৰাবোৰ, অকল শৰীয়া, সেউজীয়া পাতবোৰ, নিঠুৰ নিৰ্দয়া* আদি উল্লেখযোগ্য। *খেল ভঙা খেলৰ* অন্তৰ্ভুক্ত কেইটামান কবিতা যেনে— *হিয়াৰ তলিৰ নিফুট কথা, নীৰৱ কিয় টোকাৰী তোৰ, আপোন হাতে ঘৰ ভাঙিলি, জীৱন ভৰা দুখৰ বোজা* আদি গীতত পৰিস্ফুট হোৱা কবি হৃদয়ৰ দুখানুভূতিয়ে পাঠকৰ হৃদয় করুণাৰে উপচাই পেলায়। অন্যান্য গীতৰ ভিতৰত *শোক-সংগীত* কেইটিতো করুণ ৰসৰ সুকোমল প্ৰকাশ অনুভৱ কৰিব পাৰি।

**শান্ত ৰস**

শান্তৰসৰ স্থায়ীভাব 'শম'। এই ৰসৰ আলম্বন বিভাৱ হৈছে- অনিত্যতা, সাৰশূন্যতা (অসত্য) নাইবা পৰমাত্মাই একমাত্ৰ সত্যৰ উপলব্ধি। নিৰ্বেদ বা উদাসীনতা, হৰ্ষ, স্মৰণ সজমতি, সকলো প্ৰাণীৰে প্ৰতি দয়া আদি এই ৰসৰ ব্যভিচাৰী ভাব। (সাহিত্য দৰ্পণ;

তৃতীয় পৰিচ্ছেদ ; পৃ. ১৪৫) বৈৰাগ্যভাৱে লৌকিক সম্পদ বা ভোগবিলাস আদিৰ প্ৰতি অনাসক্তি বা উদাসীনতা জন্মায়।

পাৰ্বতিপ্ৰসাদৰ মনৰ এক সাম্য অৱস্থাই ৰচনাসমূহত শান্তৰস সৃষ্টিত সহায় কৰিছে। পাৰ্বতিপ্ৰসাদৰ *ৰহস্যভাবাপন্ন* কবিতা সমূহত প্ৰকাশিত শান্তৰসক ভাৰতীয় জীৱন দৰ্শন আৰু উপনিষদীয় চিন্তাই পৰিপুষ্টি যোগাইছে। উপনিষদীয় ধ্যান-দৃষ্টিয়ে পাৰ্বতিপ্ৰসাদৰ মানসিকতাক শান্ত সমাহিত কৰি তুলিছে। কবিৰ প্ৰশান্ত চিত্তই কবিতাসমূহক আয়তন দান কৰিছে। দুখৰ মাজেৰে আনন্দ লাভ কৰিছে। কবিৰ শোক-সন্তাপ অন্তৰতে গুজৰি-গুমৰি অৱশেহত নিতাল মাৰিছে। প্ৰশান্ত চিত্তেৰে কবিয়ে ভগৱানৰ ওচৰত আত্মসমৰ্পণ কৰিছে—

মোৰ হৃদয়ৰ বেথাৰ বিননি
তোমাৰ সুৰত বন্ধা,
তুমি পতিয়ালে সাৰ্থক হ'ব
সাম্ফল হ'ব কন্দা, প্ৰিয়তম
সাম্ফল হ'ব কন্দা (নিঠুৰ নিৰ্দয়া)

ইয়াত কবিৰ দুখানুভূতি পৰম আনন্দানুভূতিত বিলীন হৈ গৈছে। পাৰ্বতিপ্ৰসাদৰ শান্ত-সমাহিত চিত্তৰ উপলব্ধি প্ৰসূত এনেবোৰ কবিতাত কৰুণ আৰু শান্তৰস একীভূত হৈছে।

পাৰ্বতিপ্ৰসাদৰ কোনো কোনো কবিতাত শান্তৰসৰ নিস্পত্তিত লোক-সাহিত্য আৰু লোকমনৰ প্ৰভাৱ অনুভূত হয়। এই ক্ষেত্ৰত উল্লেখযোগ্য পাৰ্বতিপ্ৰসাদৰ দেশপ্ৰেমৰ কবিতা কেইটি। এই কেইটি কবিতাত কবিৰ দেশভক্তিৰ পৰিণতিত এক মধুৰ শান্ত-সমাহিত ভাবৰ সৃষ্টি হৈছে যিয়ে কবিৰ দেশপ্ৰেমক পৰম আনন্দময় স্তৰলৈ উন্নীত কৰিছে। ইয়াৰ স্থায়ী ভাবটো সহৃদয়জনেও নিজৰ অন্তৰত অনুভৱ কৰিবলৈ সক্ষম হয়।

পাৰ্বতিপ্ৰসাদৰ কবিতাত *মৃত্যু চেতনাৰ* মাজেৰেও শান্তৰস প্ৰকাশিত হৈছে। কবিৰ বাবে মৃত্যু মধুৰ। সেই মধুৰ ৰূপৰ ধ্যানৰ মাজত কবিচিত্তৰ শান্ত-সমাহিত চেতনা উদ্দীপ্ত হৈছে। অনন্ত দুখ-দাহনত কবিয়ে জীৱনৰ সত্যমূল্য আৱিষ্কাৰ কৰিছে—

কলিজাৰ মলি পুৰি ছাই হ'ব,
সোণৰ শাহটো মাথোঁ শেহ ;
সেয়েহে তোমাৰ প্ৰেমৰ পূজা
দ'লৰ হ'ব কলচী। (চকুপানী)

কবিৰ পৰম সুখ তাতেই। কবিয়ে নিষ্কাম, নিৰাসক্ত চিত্তেৰে লাভ কৰা এই আত্মজ্ঞান সচ্চিদানন্দ আত্মাৰ উপলব্ধি স্বৰূপ।

পাৰ্বতিপ্ৰসাদৰ বিভিন্ন গীত আৰু কবিতাত কবিৰ নিৰ্লিপ্ত চিত্তৰ শান্ত-সমাহিত প্ৰকাশ অনুভৱ কৰিব পাৰি। শান্ত আৰু নিৰাসক্ত মনেৰে তেওঁ জীৱন আৰু দৃশ্যমান জগতৰ বুকুতে অপৰূপ আনন্দ আৰু অভিজ্ঞতা সঞ্চয় কৰিছে। তদুপৰি পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাত সৰ্বাধিক ব্যৱহৃত ধৱল বা শুকুলা বৰণেও কবিৰ আসক্তিহীন চিত্তৰে দ্যোতনা আনি দিয়ে। জীৱন আৰু জগতৰ প্ৰতি থকা নিৰাসক্ত মোহে কবিৰ প্ৰাণক মুক্তিৰসেৰে আস্বাদিত কৰিছে।

**বীৰ ৰস**

বীৰ ৰসৰ স্থায়ী ভাব উৎসাহ। আধুনিক অসমীয়া কবিতাত বীৰ ৰসৰ প্ৰাধান্য নাথাকিলেও স্থায়ী ভাব উৎসাহৰ আলমত কোনো কোনো কবিতাত বীৰ ৰসৰ সৃষ্টি হৈছে। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতা বীৰ ৰসাত্মক নহয়। সেয়ে হ'লেও দুটিমান কবিতাত স্থায়ী ভাব উৎসাহৰ আলমত বীৰ ৰস প্ৰকাশিত হৈছে। গুণগুণনিৰ অন্তৰ্ভুক্ত তেনে এটি গীতি-কবিতা হৈছে *তোৰ নাই যে বন্ধোৱা বাট*। ইয়াত গীতাৰ কৰ্মযোগৰ প্ৰভাৱে কবিৰ চিন্তা ভাৱনাক উৎসাহ-উদ্দীপনাৰে গতিময়তা দান কৰিছে। যেনে

এই গিৰি-পৰ্বত লঙ্ঘন কৰি
উঠিব লাগিব শিৰ ;
হেৰ' নিৰ্ভীক তই বীৰ।
তই ভাঙিব লাগিব পৰ্বত-শিলা
কাটিব লাগিব বাট।
তই জিনিব লাগিব ভয় ;
তই আনিব লাগিব জয়।

'ভঙা টোকাৰীৰ সুৰ'ৰ শীৰ্ষক কবিতাটোত কবিৰ জীৱন-বোধৰ প্ৰকাশ আছে। কবিতাটোৰ শেহৰ ফালে বীৰ ৰস প্ৰকাশিত হৈছে। পাৰ্বতিপ্ৰসাদে সুখ-দুখক অতিক্ৰম কৰাৰ সাহস, মনোবল আৰু সাধনাৰ মাজত বীৰ ৰসৰ স্থায়ী ভাব উৎসাহ ক্ৰিয়াশীল হৈ আছে। তদুপৰি 'ময়াপী'ৰ অন্তৰ্ভুক্ত 'আহিছে আজি নৱ জীৱনৰ ঢল' আৰু মহাপুৰুষৰ তিথি-উছৱত লিখা কৱিতা কেইটিতো উদ্দীপনাৰ মন্ত্ৰ অন্তৰ্লীন হৈ আছে। পাৰ্বতিপ্ৰসাদৰ কিছুসংখ্যক গীত আৰু কবিতাত আশাবাদ উৎসাহৰ সহৱৰ্তী হৈ প্ৰকাশিত হৈছে যেনে—

যাব লাগে, এই কথাতেই আগবাঢ়ি ব'ল ভাই
কাটি কৰি মনৰ এলাহ ভাগৰ,

সাঁতোৰ মেলি পাৰ হৈ যা সাগৰ
টৌৰ নাচত তাল দিবলৈ বান্ধ বুকুত বল।।

(সোণৰ সোলেং)

**হাস্য ৰস**

অসমীয়া সাহিত্যৰ হাস্যৰসৰ প্ৰসংগত বেজবৰুৱাৰ নামেই প্ৰথমে ল'ব লগা হয়। পাৰ্বতিপ্ৰসাদৰ কবিতাত হাস্যৰস গৌণৰূপে প্ৰতীয়মান হৈছে। এটি মাত্ৰ কৱিতা *আত্মাৰ আবাৰত* সমাজৰ বিভিন্ন স্তৰৰ মানৱৰ প্ৰতি ব্যংগাত্মক মনোভংগী প্ৰকাশৰ মাজেৰে হাস্যৰসে ৰেঙাই গৈছে। যেনে—

বুঢ়া দৰাই কোমল কন্যা
বিয়া কৰাবলৈ ওলাল,
এনেটো সুবিধা এৰে কেনেকৈ
সোলাৰ মুখৰ মাখি?

('খেল ভঙা খেল')

ইয়াত বেজবৰুৱাৰ হাস্যৰসৰ ছিটিকনি পৰিছে। 'চালনী আৰু বেজী' কবিতাত বেজবৰুৱাই সমাজৰ বিভিন্ন স্তৰৰ মানুহলৈ ব্যংগাত্মক ভাব নিক্ষেপ কৰিছে। তিনিকুৰি বছৰীয়া বুঢ়াই বাৰ বছৰীয়া কন্যা বিয়া কৰোৱা ঘটনাক ব্যংগ কৰি হাস্যৰসৰ অৱতাৰণা কৰিছে। যথা —

তিনিকুৰীয়াই আনে বিয়া কৰাই
পকা-ডাঢ়ি-চুলি কাঢ়ি কৰে নাইকিয়া;
সোলোঙ লগাই ডেকালি কৰে ওঁঠ ৰঙা কৰি
নাতিনী-যুৰীয়া ঘৈণীক মাতে বুলি প্ৰাণেশ্বৰী
নহয়নে বাৰু হাঁহি উঠা?

পৰ্যবেক্ষণ কৰি দেখা গ'ল পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত প্ৰধানকৈ কৰুণ আৰু শান্ত ৰসৰ সুকোমল প্ৰকাশ আছে। মাজে মজে দুয়োটি ৰস সন্মিলিত ৰূপত প্ৰকাশিত হৈছে। আনহাতে দুই-এটি কবিতাত পৰম সুন্দৰৰ সৌন্দৰ্য অন্বেষণত কবিৰ বিস্ময় ভাবো প্ৰকাশিত হৈছে। জীৱন-মৃত্যু, দুখ-বিৰহ, আশা-বেদনা, প্ৰেম-দেশপ্ৰেম, প্ৰকৃতি, উৎসৱ, সৌন্দৰ্য, ৰহস্য আদি বিভিন্ন বিষয়ৰ গীত আৰু কবিতা পাৰ্বতিপ্ৰসাদে লিখিছে। ইবিলাক মানৱ মনৰ স্থায়ী আৰু সঞ্চাৰী ভাব নিৰ্ভৰ।

**(খ) পাৰ্বতিপ্ৰসাদৰ গীতৰ অলংকাৰ**

**অলংকাৰৰ প্ৰয়োজনীয়তা ঃ** অলংকাৰৰ প্ৰধান কাৰ্য হৈছে শোভাবৰ্দ্ধন। অলংকাৰে শৰীৰৰ শোভা বৰ্দ্ধন কৰাৰ দৰে কাব্যৰো শোভা বৃদ্ধি কৰে। ভাষাৰ অলংকাৰে কবিৰ মনৰ ৰস প্ৰেৰণাক বাহ্যিক প্ৰকাশ দান কৰে।

আলংকাৰিক সকলে অলংকাৰৰ স্বৰূপ ব্যাখ্যা কৰিছে। ভামহৰ মতে; "বক্ৰাবিধেয়া শব্দোক্তিৰিষ্টা বাচামলংকৃতিঃ"। অৰ্থাৎ বক্ৰতাপূৰ্ণ উক্তি বৈচিত্ৰ্যই কাব্যৰ সৌন্দৰ্য বা অলংকাৰ। অধিক স্পষ্টকৈ কৈছে আচাৰ্য বটু বামনে ; "কাব্যং গ্ৰাহ্যমলঙ্কাৰাৎ। সৌন্দৰ্যমলঙ্কাৰ ঃ" অৰ্থাৎ বামনে সৌন্দৰ্যই অলংকাৰ বুলি অভিহিত কৰিছে। আনহাতে আচাৰ্য দণ্ডীয়ে কৈছে— "কাব্য শোভাকৰাণ ধৰ্মানলংকাৰাণ প্ৰচক্ষতে।" আলংকাৰিক সকলৰ কাব্যালংকাৰ আলোচনাৰ পৰা এটা কথা স্পষ্ট হয় অলংকাৰে বাক্যক প্ৰভাৱশালী কৰে, বৰ্ণনীয় বিষয়ক স্পষ্ট কৰে আৰু ৰমণীয়তা সম্পাদন কৰে। নাগাজী ভট্টই 'কাব্য প্ৰকাশটীকাত' কৈছে— চাৰুত্ব বা মনোহাৰিত্বই অলংকাৰৰ মুখ্য প্ৰয়োজন।

সাধাৰণভাৱে সকলো আলংকাৰিকে সাহিত্যৰ সৌন্দৰ্য বৰ্দ্ধনৰ বাবে অলংকাৰৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰিছে। সকলো যুগৰ সকলো সাহিত্যৰ এটি সাধাৰণ লক্ষণ হৈছে অলংকাৰৰ প্ৰয়োগ। অলংকাৰৰ সু-প্ৰয়োগৰ ফলত কাব্যৰ সৌষ্ঠৱ বৃদ্ধি হয়।

**অলংকাৰৰ বিভাগ ঃ** আলংকাৰিকসকলে অলংকাৰৰ ভিন্ ভিন্ শ্ৰেণী দেখুৱাইছে। সকলো আলংকাৰিকে স্বীকাৰ কৰি লোৱা অলংকাৰৰ বিভাগ দুটা হৈছে শব্দালংকাৰ আৰু অৰ্থালংকাৰ। বিশ্বনাথে 'পুনৰোক্তৱদাভাস অলংকাৰকো' (সাহিত্য দৰ্পণ ; দশম পৰিচ্ছেদ; পৃ. ৪৬৩) শব্দালংকাৰত অন্তৰ্ভুক্ত কৰিছে।

**পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাৰ অলংকাৰ ঃ** পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাত শব্দালংকাৰ আৰু অৰ্থালংকাৰ দুয়োবিধৰ প্ৰয়োগ দেখা যায়। উপমা, কবি-প্ৰসিদ্ধি আদিয়েও পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে। তদুপৰি পাৰ্বতিপ্ৰসাদৰ ভাষা-শৈলীয়ে গীত আৰু কবিতাসমূহক স্বকীয় সৌন্দৰ্যৰ অধিকাৰী কৰিছে।

**শব্দালংকাৰৰ প্ৰয়োগ**

শব্দালংকাৰ বিশেষভাৱে শব্দনিৰ্ভৰ। বৰ্ণ-বিন্যাসৰ ওপৰত শব্দালংকাৰৰ সৌন্দৰ্য নিৰ্ভৰশীল। শব্দালংকাৰ ভাষাৰ সংগীতধৰ্মৰ অন্তৰ্গত। (শশিভূষণ দাশগুপ্ত ; উপমা কালিদাসস্য ; পৃ. ১৯) শব্দালংকাৰৰ প্ৰকাৰ আলংকাৰিক সকলে ভিন্ ভিন্ ধৰণেৰে কৰিলেও নিম্নোল্লিখিত শব্দালংকাৰৰ প্ৰকাৰ কেইটা প্ৰায় সকলো

আলংকাৰিকে স্বীকাৰ কৰিছে। সেই কেইটা হৈছে— অনুপ্ৰাস, যমক, শ্লেষ আৰু বক্ৰোক্তি। ইয়াৰ ভিতৰত পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত কেৱল অনুপ্ৰাসৰহে প্ৰচুৰ প্ৰয়োগ দেখা যায়।

(১) অনুপ্ৰাস অলংকাৰ ঃ সদৃশ ব্যঞ্জনবৰ্ণৰ সন্নিকট বিন্যাসেই অনুপ্ৰাস। পাৰ্বতিপ্ৰসাদৰ কবিতাত শব্দগত ধ্বনিসাম্যই অনুপ্ৰাসৰ সৃষ্টি কৰিছে। যেনে—

জোল বৈ যায় জোলোকা জোলোকে
সাঁতুৰি-নাদুৰি ভাগৰি-জাগৰি
খেলতে জীৱন যক।

অনুপ্ৰাস পাঁচ প্ৰকাৰৰ— ছেকানু প্ৰাস, বৃত্ত্যনুপ্ৰাস, শ্ৰুত্যানুপ্ৰাস, অন্ত্যানুপ্ৰাস আৰু লাটানুপ্ৰাস। (সাহিত্য দৰ্পণ ; দশম পৰিচ্ছেদ; পৃ. ৪৬৫)

(২) বৃত্ত্যনুপ্ৰাস ঃ একোটা ব্যঞ্জন বৰ্ণৰ একাধিক আবৃত্তিৰ ফলত বৃত্ত্যনুপ্ৰাসৰ সৃষ্টি হয়। "য'ত অনেক ব্যঞ্জনবৰ্ণৰ একে প্ৰকাৰে অৰ্থাৎ স্বৰূপত সমানতা নাইবা অনেক ব্যঞ্জনবৰ্ণৰ অনেকবাৰ অৰ্থাৎ স্বৰূপত আৰু ক্ৰমত আবৃত্তি, নাইবা এটা ব্যঞ্জনৰ এবাৰ বা বহুবাৰ আবৃত্তি দেখা যায় সেয়ে বৃত্ত্যনুপ্ৰাস।" পাৰ্বতিপ্ৰসাদৰ কবিতাত বৃত্ত্যনুপ্ৰাসৰ অনেক উদাহৰণ পোৱা যায়। তাৰে এটি —

সুৰৰ ৰাগীত কঁপে পোহৰ
চৰাইৰ ডিঙিত সুৰৰ লহৰ
ফুলৰ পাহিত হাঁহি কিহৰ
কিহৰ ইমান হাঁহি?

ইয়াৰ 'ৰ' আৰু 'হ' ধ্বনিৰ পৌনঃপৌনিক আবৃত্তিৰ পলত বৃত্ত্যনুপ্ৰাসৰ সৃষ্টি হৈছে। তদুপৰি 'চিনো কি নিচিনো', 'নিজান বনত অনাই বনাই', 'আহিনে বজালে বাঁহী নে বীণ', 'চিনো যেন চিনো যেন লাগে', 'নিজৰে জানোচা জানে', 'প্ৰথম পুৱাৰ পোহৰ প্ৰাণত পৰিল আকৌ' ইত্যাদি বাক্যাংশ বৃত্ত্যনুপ্ৰাসৰ কেইটিমান সুন্দৰ নমুনা।

(৩) শ্ৰুত্যানুপ্ৰাস ঃ শ্ৰুতিমধুৰতা শ্ৰুত্যানুপ্ৰাসৰ প্ৰধান গুণ। কিছুমান ব্যঞ্জনবৰ্ণ তালু-দন্ত আদি একে স্থানত উচ্চাৰিত হৈ আবৃত্ত হয়। এনে ব্যঞ্জনবৰ্ণৰ সাদৃশ্যকে শ্ৰুত্যনুপ্ৰাস অলংকাৰ বোলা হয়। পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ এটি দৃষ্টান্ত —

জ্বলক-তবক বাট নাপাৱ চিনি
থৰক-বৰক যাৱ যেনি তেনি।

(৪) অন্ত্যানুপ্ৰাস ঃ কবিতাত সাধাৰণতে চৰণ সমূহৰ শেষৰ ব্যঞ্জন বৰ্ণৰ মিল থাকিলে অন্ত্যানুপ্ৰাস অলংকাৰ সৃষ্টি হয়। পাৰ্বতিপ্ৰসাদৰ 'খেল ভঙা খেল'ৰ

বাদে প্ৰায় সকলোতে পদৰ শেহৰ ব্যঞ্জনৰ বৰ্ণসাম্যই ছন্দমিলত সহায় কৰিছে। তাৰে এটি নমুনা—

শেৱালিৰ ঢোপাকলি
আপুনি উঠে ফুলি

সাধাৰণতে অনুপ্ৰাসত স্বৰবৰ্ণৰ স্থান নাই বুলি কোৱা হয়। কিন্তু কেতিয়াবা স্বৰবৰ্ণৰ সাম্যও অন্ত্যানুপ্ৰাসত পৰিণত হোৱা দেখা যায়। উদাহৰণ—

আজি নীল আকাশতে শুকুলা ডাৱৰৰ
ধূলি উৰুৱাই
সোঁ পদূলিয়ে আহিছে হবলা
শাৰদী লখিমী আই।

এই উদাহৰণটিত দ্বিস্বৰ তুল্য স্বৰবৰ্ণৰ অন্ত্যমিলত অনুপ্ৰাসৰ সৃষ্টি হৈছে।

(৫) ছেকানুপ্ৰাস ঃ ছেকানুপ্ৰাসৰ প্ৰধান লক্ষণ হৈছে যুক্ত বা বিযুক্ত দুটা বা অধিক বৰ্ণ একেটা ক্ৰমতে থকাটো, তদুপৰি বৰ্ণ কেইটা এবাৰ মাত্ৰ আবৃত্ত হ'ব অৰ্থাৎ সেই বৰ্ণকেইটা যুগপটভাৱে দুবাৰ ধ্বনিত হ'ব। "দুটা বা ততোধিক বৰ্ণ একেটা ক্ৰমতে সংযুক্তভাৱেই হওক বা বিযুক্তভাৱেই হওক দুবাৰ ধ্বনিত হ'লে অৰ্থাৎ এবাৰ পুনৰাবৃত্ত হ'লে ছেকানুপ্ৰাস হয়।" (তীৰ্থনাথ শৰ্মা ; সাহিত্য বিদ্যা পৰিক্ৰমা ; পৃ. ৭১) পাৰ্বতিপ্ৰসাদৰ ৰচনাত ছেকানুপ্ৰাসৰ উদাহৰণ অনেক আছে। তাৰে এটি যুক্ত বৰ্ণৰ উদাহণ--

জয় হে চঞ্চলা
কণক অঞ্চলা
জয় হেমন্তিকা জয় হে।

বিযুক্ত বৰ্ণৰ উদাহৰণ—

লখিমী সোণৰ বৰণ
কৰে আজি অৱতৰণ
আদৰি কৰাছো বৰণ।

প্ৰথমটি উদাহৰণত ন, চ (ঞ, চ) এই দুটা বৰ্ণই ক্ৰমে পৰিপাট্য ৰক্ষা কৰি ওচৰা-উচৰিকৈ দুবাৰ ধ্বনিত অৰ্থাৎ এবাৰ আবৃত্ত হৈছে। বৰ্ণক্ৰম একেই আছে। দ্বিতীয় উদাহৰণত ৰ, ণ এই কেইটা বিযুক্ত ব্যঞ্জন বৰ্ণ বিযুক্ত বৰ্ণৰ তিনিবাৰ ধ্বনিত আৰু দুবাৰ আবৃত্ত হোৱাত ছেকানুপ্ৰাস অলংকাৰৰ সৃষ্টি হৈছে।

(৬) পুনৰুক্তৱদা ভাস ঃ "যি অর্থৰ আপাতঃ দৃষ্টিত পুনৰুক্তি যেন দেখা যায়, সেয়ে পুনৰুক্তৱদাভাস অলংকাৰ"। পুনৰুক্তৱদাভাস বা উবয়ালংকাৰ দেখাত একে অর্থ যেন লগা ভিন্ন শব্দৰ প্ৰয়োগত সৃষ্টি হয়। পাৰ্বতিপ্ৰসাদৰ ৰচনাত এই অলংকাৰৰ প্ৰয়োগ বিৰল। তেনে এটি উদাহৰণ পোৱা যায় তলৰ কবিতাংশত ; মানুহৰ দেহাতে জীৱই কলেমলায় —

খাবলৈ খুদকণ নাই
মানুহৰ ভোগতে ভোগ পৰমাণত
খুদকণ কমিলেই দায়।

উদাহৰণটোৰ দ্বিতীয় শাৰীত ব্যৱহৃত 'খুদকণ' আৰু চতুৰ্থ শাৰীত ব্যৱহৃত 'খুদকণ' ৰ আভিধানিক অৰ্থ একেই। কিন্তু দ্বিতীয় শাৰীৰ 'খুদকণ' শব্দই খাবলৈ খুদ চাউল এটাও নথকাৰ ইংগিত দিছে। আনহাতে চতুৰ্থ শাৰীৰ 'খুদকণ' শব্দই সামান্য অৰ্থ সূচাইছে। গতিকে ই পুনৰুক্তি নহৈ পুনৰুক্তৱদাভাস অলংকাৰত পৰিণত হৈছে। ঠিক তেনেদৰে কঁপনি আৰু হেন্দোলি ('সাগৰৰ পাৰৰে' /p লুইতী); দুখীয়া আৰু নিছলা ('নোবোলো তোক সোণৰ অসম' / গুণগুণনি) ; *পছোৱা আৰু বতাহ* ('লুইতৰ চাপৰিত' / লুইতী); ঠাৰ আৰু চিএগ্ৰাৰ ('চ'তালি বতাহ বয়' / গুণগুণনি) ইত্যাদি শব্দৰ অৰ্থ দেখাত একে যেন লাগিলেও অৰ্থৰ ভিন্নতা প্ৰকাশিত হৈছে।

পৰ্যবেক্ষণ কৰি দেখা গ'ল পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত প্ৰয়োগ হোৱা শব্দালংকাৰৰ ভিতৰত অনুপ্ৰাস অলংকাৰে কাব্যৰ সৌন্দৰ্য বৃদ্ধিত সহায় কৰিছে। শব্দালংকাৰৰ অন্যান্য বিভাগ যেনে যমক, শ্লেষ, বক্ৰোক্তি ইত্যাদিৰ প্ৰয়োগ পৰিলক্ষিত নহয়।

**অৰ্থালংকাৰৰ প্ৰয়োগ**

অৰ্থালংকাৰ অৰ্থ আশ্ৰিত। শব্দালংকাৰৰ দৰে অৰ্থালংকাৰেও কাব্যিক সৌন্দৰ্য বৃদ্ধি কৰে। অৰ্থালংকাৰ ভাষাৰ চিত্ৰধৰ্মৰ ওপৰত নিৰ্ভৰশীল। (শশিভূষণ দাশগুপ্ত ; উপমা কালিদাসস্য ; পৃ. ২০) ৰুদ্ৰট, বিদ্যাধৰ ৰাজানক, বিশ্বনাথ কবিৰাজ আদি আলংকাৰিকে অৰ্থালংকাৰৰ বিভিন্ন শ্ৰেণী নিৰ্ণয় কৰিছে। আলোচনাৰ সুবিধাৰ্থে বিশ্বনাথ কবিৰাজে কৰা আলোচনাৰ আঁত ধৰি পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত অৰ্থালংকাৰ বিশ্লেষণ কৰা হৈছে। বিশ্বনাথে সাতাইশ প্ৰকাৰৰ উপমা উল্লেখ কৰিছে। পূৰ্ণা ছয় প্ৰকাৰ আৰু লুপ্তা একৈশ প্ৰকাৰ। বিশ্বনাথৰ মতে ; "বৈধৰ্ম্মৰ উল্লেখ নকৰাকৈ একে বাক্যতে দুটা বস্তুৰ সাম্য, বাচ্য ৰূপে কথিত হ'লে তাক উপমা বোলা হয়।" (সাহিত্য দৰ্পণ ; দশম পৰিচ্ছেদ ;

পৃ. ৪৮৫) সাদৃশ্যগৰ্ভ অলংকাৰৰ ভিতৰত উপমাই প্ৰধান। সাদৃশ্য গুণগত, ক্ৰিয়াগত বা গুণ আৰু ক্ৰিয়া উভয়গত হ'ব পাৰে।

(১) সাদৃশ্যগৰ্ভ অলংকাৰ ঃ উপমাৰ প্ৰধান অংগ কেইটা হৈছে— উপমেয়, উপমান, সাধাৰণধৰ্ম আৰু উপমাবাচক। উপমাৰ এই চাৰিওটা উপাদান ৰক্ষিত হ'লে তাক পূৰ্ণোপমা বোলা হয়। উল্লিখিত উপাদান কেইটিৰ দুটা বা এটা বা তিনিটাই লুপ্ত হৈ থাকিলে লুপ্তোপমা বোলা হয়। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত পূৰ্ণোপমাৰ ব্যৱহাৰ দেখা নাযায়। কাৰণ পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত উপমাবাচক শব্দৰ ব্যৱহাৰ নাই। গতিকে উপমান, উপমেয়, সামান্য ধৰ্ম - এই তিনিটি অংগহে পোৱা যায়। যেনে—

আকাশত আজি
উটি যায় সৌ
মোৰ সপোনৰ ভূৰ।

ইয়াত উপমেয় 'সপোন'; উপমান 'ভূৰ', সামান্য ধৰ্ম 'উটি যোৱাটো'। কিন্তু ইয়াত উপমা প্ৰতিপাদক শব্দ লুপ্ত হৈ আছে। গতিকে ই লুপ্তোপমা।

(২) ৰূপক অলংকাৰ ঃ উপমাৰ দৰে পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাত ৰূপক অলংকাৰৰ ব্যৱহাৰ আছে। উপমেয়ৰ ওপৰত উপমানক আৰোপ কৰাকে ৰূপক বোলা হয়। আৰোপ কৰাৰ মূলতে আছে অত্যন্ত সাদৃশ্য। বিশ্বনাথে ৰূপক অলংকাৰৰ তিনিটা প্ৰকাৰ দেখুৱাইছে; পৰম্পৰিত, সাংগ আৰু নিৰংগ ৰূপক। পাৰ্বতিপ্ৰসাদৰ গীতত দ্বিতীয় আৰু তৃতীয় প্ৰকাৰ ৰূপকৰ ব্যৱহাৰ আছে।

*নিৰংগ ৰূপকৰ* এটি উদাহৰণ—

ঘুমটি জালত আছিলো শুই
প্ৰাণত পশিল সুৰৰ জুই
সাৰ পাই উঠি বীণ-বৰাগীৰ
একোকে নাপালো চিন।

উদাহৰণটোত সুৰক 'জুই' বুলি কৈ সুৰৰ ওপৰত 'জুই'ক আৰোপ কৰা হৈছে। কিন্তু জুইৰ দহন আৰু দগ্ধীভূত বস্তু আদিৰ উল্লেখ ইয়াত নাই। গতিকে 'সুৰৰ জুই' এটা অকলশৰীয়া ৰূপক। কাৰণ ইয়াৰ অংগবিলাকক আৰোপ কৰা হোৱা নাই। সেয়ে ই নিৰংগ ৰূপক।

*সাংগ ৰূপকৰ* উদাহৰণ

'তোমাৰ প্ৰেমৰ ঢলত পৰি,
উটি যক মোৰ জীৱন-তৰী
চিৰ আনন্দৰ পাৰটি চাই
উৰক শুকুলা পাল।

উক্ত উদাহৰণত 'তৰী'ক 'জীৱনত' আৰোপ কৰা হৈছে। 'তৰী'ৰ কাৰ্য হৈছে উটি যোৱা; লক্ষ্য পাৰ। গতিকে ইয়াৰ উপমান 'তৰী' আৰু উপমান অংগী 'শুকুলা পাল'। 'তৰী' উটি যাবলৈ কবিয়ে 'ধল'ৰ উল্লেখ কৰিছে। আনহাতে ইয়াত উপমেয় 'জীৱন' আৰু উপমেয় অংগ 'প্ৰেম' বুলি ধৰি ল'ব পাৰি, গতিকে তৰীয়ে যেনেকৈ পাল উৰুৱাই পাৰলৈ বুলি যাত্ৰা কৰে ঠিক তেনেকৈ কবিয়ে জীৱন-তৰীৰ শুকুলা পাল উৰুৱাই 'চিৰ আনন্দৰ' পাৰলৈ বুলি যাত্ৰা কৰিছে। সেয়ে ইয়াত এটা অংগী উপমেয়ৰ ওপৰত এটা অংগী উপমান আৰোপ কৰি সেই উপমেয়ৰ অংগবিলাকৰ ওপৰতো বিভিন্ন অংগ উপমান আৰোপ কৰা হৈছে। গতিকে ই সাংগ ৰূপক।

(৩) সন্দেহ অলঙ্কাৰ ঃ সন্দেহ অলংকাৰৰ মূলকথা হৈছে সন্দেহ বা সংশয়। এই অলংকাৰত উপমেয়ক উপমান বুলি সন্দেহ সূচোৱা হয়। ই সাধাৰণ সন্দেহৰ ঊৰ্দ্ধত। কাৰণ এই সন্দেহ কবিৰ কল্পনা প্ৰসূত। বিশ্বনাথৰ মতে ; "কবি প্ৰতিভাৰ দ্বাৰা উত্থাপিত হোৱা প্ৰকৃত বস্তুত (উপমেয়ত) আন বস্তু ৰূপে অৰ্থাৎ উপমান ৰূপে কৰা সংশয়েই সন্দেহ অলংকাৰ। শুদ্ধ, নিশ্চয়গৰ্ভ আৰু নিশ্চয়ান্ত ৰূপে ই তিনি প্ৰকাৰৰ।" (সাহিত্য দৰ্পণ; দশম পৰিচ্ছেদ ; পৃ. ৫০৯)

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত এনে অলংকাৰৰ প্ৰয়োগ কম। 'গুণগুণনি'ৰ অন্তৰ্ভুক্ত 'মাজনিশা মোৰ এন্ধাৰ ঘৰত' গীতটোত সন্দেহ অলংকাৰৰ তিনিটি ৰূপ বিচাৰি পোৱা যায়। উদাহৰণ—

'মাজ নিশা মোৰ এন্ধাৰ ঘৰত<br>
কোনে ঘনে ঘনে অহা যোৱা কৰে<br>
মোৰ ঘুমটি ভাগিছে বাৰে বাৰে।'

ইয়াত কবিয়ে এন্ধাৰ ঘৰত ঘনাই অহা যোৱা কৰাজনৰ ওপৰত সন্দেহ প্ৰকাশ কৰিছে। এই সন্দেহ কবিৰ কল্পনা প্ৰসূত হোৱা বাবে ই সন্দেহ অলংকাৰত পৰিণত হৈছে। প্ৰথম অৱস্থাত সংশয়তে বাক্যৰ শেষ হৈছে গতিকে ই শুদ্ধ সন্দেহ।

দ্বিতীয় অৱস্থাত কবিৰ সন্দেহে নিশ্চয়গৰ্ভ ৰূপ লাভ কৰিছে ;

তুমি কোন হে চিকুণ চোৰ<br>
আজি নিবানে সৰ্বহ মোৰ<br>
তোমাক নেদেখি দেখিছোঁ নিচিনি চিনিছোঁ<br>
চৰণৰ ধ্বনিৰ আঁৰে আঁৰে।

ইয়াত কবিৰ কল্পনা প্ৰসূত সংশয় অন্তৰ্দৃষ্টিৰ সহায়ত দূৰ হৈছে। কাৰণ কবিয়ে তেওঁৰ চৰণৰ ধ্বনি শুনিছে। চৰণৰ ধ্বনি শুনি তেওঁ কিছু পৰিমাণে নিশ্চয় হৈছে যে তেওঁ

আচলতে সাধাৰণ 'চোৰ' নহয়। সেই 'চোৰ' জনৰ অসাধাৰণ কাৰ্য কবিৰ কল্পনাত ভাহি উঠিছে। গতিকে ই নিশ্চয়গৰ্ভ ৰূপ।

তৃতীয় স্তৰত কবিৰ সংশয় সম্পূৰ্ণৰূপে দূৰ হ'ল। কবিয়ে শেহত নিশ্চয় হ'ল তেৱেঁই 'হৰি'। সেয়ে তেওঁ সকলো ধন ভগৱানৰ চৰণত উজাৰ কৰি দিছে ;

মোৰ সকলো উদং কৰি
তুমি লৈ যোৱা আজি হৰি
এই আন্ধাৰৰ ধন পোহৰৰ মাজে
লৈ যোৱা আজি ভাৰে ভাৰে।

ইয়াত কবিৰ সন্দেহে নিশ্চয়ান্ত ৰূপ লাভ কৰিছে। গতিকে উক্ত গীতটো সন্দেহ অলংকাৰৰ এটি সুন্দৰ দৃষ্টান্ত।

(৪) উৎপ্ৰেক্ষা অলংকাৰ ঃ সন্দেহ অলংকাৰৰ উল্লিখিত উদাহৰণটোৱেই উৎপ্ৰেক্ষা অলংকাৰৰো উদাহৰণ। উৎপ্ৰেক্ষা অলংকাৰত উপমেয়ক উপমান বুলি সন্দেহ কৰা হয়। এই সন্দেহৰ ভেটিতে উপমেয় আৰু উপমানৰ একৰূপতাৰ কল্পনা কৰা হয়। উৎপ্ৰেক্ষা অলংকাৰত উপমানটো কবিকল্পিত আৰু সাধাৰণ দৃষ্টিত অসম্ভৱ যেন বোধ হয়। কৌশলপূৰ্ণভাৱে কবিৰ-কল্পনা প্ৰকাশিত হয়। বাচ্য আৰু প্ৰতীয়মান উৎপ্ৰেক্ষা অলংকাৰৰ দুটি ৰূপ। যিহেতু কবিৰ ঘৰলৈ সঘনাই অহা-যোৱা কৰা চোৰ পক্ষীয় সন্দেহ উৎকট বা প্ৰবল হোৱাত উপমানে উপমেয়ক ঢাকি পেলাইছে। ইয়াত বাচক শব্দ নাই। সেয়ে উৎপ্ৰেক্ষাটো গম্যমান হৈ উঠিছে। 'চৰণৰ ধ্বনিৰ' অৰ্থৰ পৰাই উৎপ্ৰেক্ষাটোৰ প্ৰতীতী জন্ম হৈছে।

(৫) অতিশয়োক্তি অলংকাৰ ঃ অতিশয়োক্তি অলংকাৰত উপমেয়ক তল পেলাই উপমানৰ অভেদ জ্ঞান কৰা হয়। ইয়াকে অধ্যৱসায় বোলা হয়। বিশ্বনাথৰ মতে —

অধ্যৱসায়টো সিদ্ধ হ'লে তাক অতিশয়োক্তি বুলি কোৱা হয়। উপমেয় নোহোৱা হৈ যায়। তাৰ ঠাই লয় উপমানে। উদাহৰণ—

জোনাকী নিশাত কাৰে ঐ
মুকুতাৰ মণি সৰি গ'ল
জানোচা শৰতে এৰি থৈ গ'ল।

ইয়াত কবিয়ে 'নিয়ৰ' শব্দটো উল্লেখ কৰা নাই। কাৰোবাৰ মুকুতাৰ মণিহে সৰি পৰি যোৱাৰ কথা উল্লেখ কৰিছে। কিন্তু কবিৰ পুনৰ সন্দেহ হৈছে জানোচা শৰতেই সেই মুকুতা মণিটো এৰি থৈ গ'ল। এয়া অপ্ৰকৃত ; কিন্তু প্ৰকৃত 'নিয়ৰৰ টোপালৰ' ঠাই অধিকাৰ

কৰিছে। সেয়ে ই অতিশয়োক্তি অলংকাৰত পৰিণত হৈছে। ইয়াত উপমেয় নোহোৱা হৈ গৈছে আৰু তাৰ ঠাই লৈছে উপমানে।

(৬) ৰূপকাতিশয়োক্তি অলংকাৰ ঃ এই অলংকাৰত অপ্ৰকৃতে প্ৰকৃতক গ্ৰাস কৰি সেই স্থান অধিকাৰ কৰে। যেনে—

সূৰুয কোঁৱৰে ছুটি মেলি আহে
চেকুৰাই সাতোটি ঘোঁৰা ;
সোণালী পোহৰৰ ধূলি উৰি আহে
উজ্বলি চৌদিশ-জোৰা।

ইয়াত উপমেয় ৰ'দ ওলোৱা ক্ৰিয়াটোক উপমান পোহৰৰ ধূলি উৰি অহা ক্ৰিয়াটোৱে ঢাকি ৰখা হৈছে। ইয়াত উপমেয়ক তল পেলাই উপমানৰ সৈতে অভেদ স্থান হৈছে। তদুপৰি পোঁহৰৰ ধূলিয়েই ৰ'দ আৰু ৰ'দেই পোহৰৰ ধূলি- এই ধৰণৰ পূৰ্ণ অভেদ স্থাপিত হোৱাত ই ৰূপকাতিশয়োক্তি অলংকাৰত পৰিণত হৈছে।

(৭) সমাসোক্তি অলংকাৰ ঃ সমাসোক্তি অলংকাৰত সংক্ষেপতে উপমেয়ৰ কথাৰে উপমানৰ সূচনা দিয়া হয়। সমাসোক্তিত উপমানৰ বিশেষণ উপমেয়ত আৰোপ কৰি বৰ্ণনা কৰা হয়। ফলত উপমানটো অনুমেয় হৈ উঠে। য'ত প্ৰস্তুত-অপ্ৰস্তুত বিষয়ত সমানে সমন্বিত হোৱা কাৰ্য, লিংগ আৰু বিশেষণৰ বলত প্ৰস্তুতৰ ওপৰত অপ্ৰস্তুত ব্যৱহাৰ আৰোপ কৰা হয় ; সেয়ে সমাসোক্তি অলংকাৰ। যেনে—

কোন শিপিনীৰ ঘাই
অকালত হেৰা পাই
আন্ধাৰৰ আঁচলত
তোল তই
তৰা-চানেকী।

ইয়াত উপমান শিপিনীয়ে আঁচলত ফুল-চানেকী তোলাৰ কাৰ্যৰ মাজেৰে জোনাকীৰ কাৰ্যক সূচোৱা হৈছে। অৰ্থাৎ প্ৰস্তুতৰ গুণ আৰু ক্ৰিয়াবিলাকৰ ব্যৱহাৰৰ মাজেদি কিহৰ লগত তুলনা কৰিব খোজা হৈছে সেই কথা ওলাই পৰিছে। গতিকে উপমানৰ বিশেষণ উপমেয়ত লগাই বৰ্ণনা কৰাৰ ফলত উপমানটোৰ কথা অনুমান কৰিব পাৰি। সেয়ে ই সমাসোক্তি অলংকাৰত পৰিণত হৈছে।

(৮) অৰ্থান্তৰন্যাস অলংকাৰ ঃ "সাধৰ্ম্য নাইবা বৈধৰ্ম্যৰ বৰ্ণনাৰে সাধাৰণৰ দ্বাৰা বিশেষৰ, বিশেষৰ দ্বাৰা-সাধাৰণৰ, কাৰ্যৰ দ্বাৰা কাৰণৰ, কাৰণৰ দ্বাৰা কাৰ্য সমৰ্থনত"

অর্থান্তৰন্যাস অলংকাৰৰ সৃষ্টি হয়। সহজ কথাত কোনো বিষয়ে কিবা উক্তি কৰি তাৰ সমৰ্থনত আন এটা উক্তিৰ উপস্থাপন কৰিলে এই অলংকাৰ পোৱা যায়। উদাহৰণ স্বৰূপে —

দূবৰি বনৰ নিয়ৰৰ টোপাত
পোহৰ ওলমি ৰয় ;
হাতেৰে ধৰিলে পোহৰ সৰি পৰে
বৰাগী বলিয়া হয়।

দূবৰি বনৰ নিয়ৰত পোহৰ ওলমি থকাটো এটা সামান্য ধৰ্ম্ম। কিন্তু কবিয়ে এই সাধাৰণ ধৰ্মৰ উল্লেখনৰ দ্বাৰা অন্য এটা বিশেষ কথা সমৰ্থনত উপস্থাপন কৰিছে এনেদৰে— 'হাতেৰে ধৰিলে পোহৰ সৰি পৰে।' অৰ্থাৎ মানৱ জীৱনত সুখ আনন্দৰ পূৰ্ণ ৰূপ সহজ লভ্য নহয়। মেটাৰলিংকৰ নীলা চৰাইৰ দৰে হাতেৰে ধৰোঁ ধৰোঁ কৰিও ইয়াক পাব পৰা নাযায়। ইয়াত সাধৰ্ম্যৰ বৰ্ণনাৰে সাধাৰণৰ দ্বাৰা বিশেষক সমৰ্থন কৰাৰ ফলত অর্থান্তৰন্যাস অলংকাৰৰ সৃষ্টি হৈছে।

(৯) বাজস্তুতি অলংকাৰ ঃ 'বাজ' মানে ছল বা কৌশল। অৰ্থাৎ ছল বা কৌশলেৰে স্তুতি কৰা। নিন্দাৰ ছলেৰে প্ৰশংসা আৰু প্ৰশংসাৰ ছলেৰে নিন্দা কৰাকে সাধাৰণ অৰ্থত বাজস্তুতি অলংকাৰ বোলা হয়। য'ত বাচ্যাৰ্থৰূপে প্ৰকাশিত স্তুতি আৰু নিন্দাৰ পৰা যথাক্ৰমে নিন্দা আৰু স্তুতিৰ প্ৰতীতী হয় সেয়ে বাজস্তুতি। উদাহৰণ স্বৰূপে— পাৰ্বতিপ্ৰসাদৰ 'খেল ভঙা খেল'ৰ অন্তৰ্ভুক্ত 'একো ঠেহঁ নাই' কবিতাৰ এটি স্তবকত এই অলংকাৰৰ ব্যৱহাৰ পোৱা যায়—

অশেষ দিলা
ভৰাই দিলা
জীৱনৰ সাজপানী টুপি
গেদেৰিয়ে সৈতে
তিতা কৰি দিলা।

ইয়াত ভগৱানক 'অশেষ দিলা, ভৰাই দিলা' বুলি কোৱা হৈছে যদিও আচল অৰ্থত প্ৰশংসাৰ ছলেৰে নিন্দাহে কৰা হৈছে। অৰ্থাৎ কবিয়ে ভগৱানৰ দান স্বৰূপে জীৱনত যিখিনি পালে সেয়া হৈছে আঘাত-সংঘাত, দুখ-বেদনাৰ উপহাৰ। ইয়াত স্তুতিৰ ছলেৰে প্ৰকৃততে নিন্দা কৰাৰ বাবে ই বাজস্তুতি অলংকাৰত পৰিণত হৈছে।

(১০) সাৰ অলংকাৰ ঃ 'বৰ্ণনীয় বস্তুৰ উত্তৰোত্তৰ অধিক উৎকৰ্ষ বৰ্ণনা কৰিলে তাক সাৰ অলঙ্কাৰ বোলে।' অৰ্থাৎ উৎকৃষ্টতৰ বস্তুৰ বৰ্ণনাৰ দ্বাৰা অন্য এটা বস্তুৰ তুলনাৰ বোধ হয়। পাৰ্বতিপ্ৰসাদৰ এটি কবিতাত এনে উদাহৰণ পোৱা যায় ;

বুকুত জ্বলিল বেদনা অগনি
দুখৰ শলিতা গছি,
এইনো অগনি অতিকৈ বিশুধ
হোমৰ জুইতকৈ শুচি।

হোমৰ জুইক পৱিত্ৰ জ্ঞান কৰা হয়। কবিৰ অন্তৰৰ দুখ-বেদনাৰ অগ্নি হোমৰ জুইতকৈ বিশুদ্ধ বুলি কবিয়ে উপলব্ধি কৰিছে। ইয়াত উৎকৃষ্টতৰ বস্তু হোমৰ জুইৰ বৰ্ণনাৰ দ্বাৰা কবিৰ হৃদয়ৰ দুখ-বেদনাৰ দাহনৰ এটি তুলনা আনি দিছে। সেয়ে ই সাৰ অলঙ্কাৰত পৰিণত হৈছে।

(১১) বিৰোধাভাস অলংকাৰ ঃ বিশ্বনাথৰ মতে ; 'পৰস্পৰ বিৰুদ্ধ যেন লগা বিষয়ৰ বৰ্ণনাত বিৰোধাভাস অলংকাৰ হয়।' জাতি, গুণ, দ্ৰব্য, ক্ৰিয়া আদিৰ বিৰোধত মুঠ দহ প্ৰকাৰ বিৰোধাভাস পাব পাৰি। কিন্তু কেৱল বিৰোধৰ বৰ্ণনা থাকিলেই নহ'ব বিৰোধৰ প্ৰকাৰান্তৰে সমাধানো থাকিব লাগিব। দৃষ্টান্ত —

তোৰ ভঙা টোকাৰীয়ে গায়
বেথা তোৰ বুকুৰ ৰতন,
দুখ তোৰ হৃদয়ৰ ধন
ভঙা তোৰ কলিজাৰ মাত,
ৰঙা তোৰ জীৱনৰ বাট।

উপৰুৱা দৃষ্টিত ইয়াত 'বেথা'ৰ সৈতে 'ৰত্ন'ৰ, 'দুখ'ৰ সৈতে 'ধন'ৰ অৰ্থাৎ গুণৰ সৈতে দ্ৰব্যৰ বিৰোধ হৈছে। এই বিৰোধাভাসৰ মাজেৰে কবিৰ জীৱনৰ অন্তৰ্দাহন প্ৰতীয়মান হৈছে। কবিয়ে দুখ-বেদনাত ভাগি নপৰি ভাবনাৰ উৎকৰ্ষতাৰে তাক 'ধন' আৰু 'ৰত্ন'ৰ মূল্যৰে মূল্যায়ন কৰিছে। দুখ-বেদনাৰ দাহনত কবিৰ কলিজাৰ মাত ভাগি গৈছে, জীৱনৰ বাট ৰঙা হৈ গৈছে। কবিৰ উপলব্ধিৰ গভীৰতা, ভাবনাৰ উৎকৰ্ষতা আৰু বৰ্ণনাৰ চমৎকাৰিত্বৰ ফলত ই বিৰোধাভাস অলংকাৰলৈ উন্নীত হৈছে।

(১২) অপহ্নুতি অলংকাৰ ঃ অপহ্নুতি অলংকাৰৰ মূল কথা হৈছে গোপন কৰা। এইবিধ অলংকাৰত প্ৰকৃতক গোপন কৰি (উপমেয়ক) অপ্ৰকৃতক অৰ্থাৎ অন্য বস্তুৰ (উপমানক) প্ৰত্যয় জন্মোৱা হয়। পাৰ্বতিপ্ৰসাদৰ কবিতাৰ এটি নমুনা—

কোনে কয় সেয়া নিশা সৰি পৰা
আকাশী নিয়ৰৰ কণা
হৰিণীৰ চকুলো মুকুতা বুলীয়া
হেঙুলী ৰহণ সনা।।

ইয়াত প্ৰকৃতি নিয়ৰ কণাক নিয়ৰ নহয় বুলি গোপন কৰা গৈছে। তাৰ ঠাইত অপ্ৰকৃত হৰিণীৰ চকুলোক প্ৰতিষ্ঠিত কৰা হৈছে। তদুপৰি মুকুতাৰ উপমাৰ সহায়ত বৰ্ণনাই মনোহাৰিত্ব লাভ কৰিবলৈ সক্ষম হৈছে। ইয়াত আচলটো নুই কৰি আন এটা কবিকল্পিত বস্তুক প্ৰতিষ্ঠিত কৰাৰ বাবে ই অপহ্নুতি অলংকাৰত পৰিণত হৈছে।

## অন্যান্য অলংকাৰ ঃ কবি-প্ৰসিদ্ধিৰ প্ৰয়োগ

কবি প্ৰসিদ্ধিয়ে অলংকাৰৰ সৌন্দৰ্য বৃদ্ধি কৰে। প্ৰাচীন কালৰে পৰা কবিসকলে নিজস্ব ভাব, চিন্তা, কল্পনা আদিক একোটি নিৰ্দিষ্ট ৰূপ দিবলৈ প্ৰয়াস কৰি আহিছে। কবিৰ সূক্ষ্ম অনুভূতি আৰু কল্পনা প্ৰতিভাৰ এনে প্ৰচেষ্টাতে কবিপ্ৰসিদ্ধিৰ সূত্ৰপাত হৈছে। অবাস্তৱ কল্পনাই সত্যৰ প্ৰতীতী জন্মাবলৈ সক্ষম হৈছিল। বিশেষকৈ সংস্কৃত সাহিত্যত কবি সময় বা কবি প্ৰসিদ্ধিৰ বিশেষ স্থান আছে। বিশ্বনাথ কবিৰাজে সাহিত্য দৰ্পণত বিভিন্ন কবি সময়-প্ৰসিদ্ধিৰ এখন তালিকা দাঙি ধৰিছে। প্ৰাচীন অসমীয়া কবিতা আৰু আধুনিক অসমীয়া কবিতা উভয়তে কবি-প্ৰসিদ্ধিৰ প্ৰয়োগ পোৱা যায়।

পাৰ্বতিপ্ৰসাদেও কবি-প্ৰসিদ্ধি প্ৰয়োগৰ দ্বাৰা অলংকাৰৰ সৌন্দৰ্য বঢ়াইছে। উদাহৰণ স্বৰূপে তলৰ স্তৱকটি দাঙি ধৰা হ'ল।

শেষৰ কলিটি মোৰ
এতিয়াও ফুলা নাই;
এতিয়াও আছে বৈ
তোমালৈকে বাট চাই
আঁহাহে লখিমী মোৰ
বুলোৱা চৰণ যোৰ
ফুলক কলিটি মোৰ
চৰণৰ ভৰ পাই।

(লখিমী)

পাৰ্বতিপ্ৰসাদৰ লখিমীৰ পাদস্পৰ্শত ফুলৰ কলিটি ফুলি উঠাৰ কল্পনাত সংস্কৃত কবি-প্ৰসিদ্ধি আৰোপিত হৈছে। সংস্কৃত কাব্যকাৰে কল্পনা কৰিছিল নাৰীৰ পাদস্পৰ্শতহে অশোক ফুলি উঠে। (যথা- "পদাঘাতাদ অশোকম্")

পাৰ্বতিপ্ৰসাদৰ 'সোণৰ সোলেঙ'ৰ অন্তৰ্ভুক্ত এটি কবিতাত অন্য এটি কবি-প্ৰসিদ্ধিৰ প্ৰয়োগ বিচাৰি পোৱা যায়। কালিদাসে 'মেঘদূত'ত বৰ্ণনা কৰিছে; "তোমাৰ যি গাজনিয়ে

পৃথিৱীখন গছ-গছনিৰে ভৰাই অবন্ধ্যা কৰি তোলে, সেই শুনি ভাল লগা গাজনি শুনি মানস সৰোবৰলৈ যাবলৈ উৎকণ্ঠিত হোৱা ৰাজহাঁহবোৰে মুখত মৃণালৰ ঠাৰি পথৰ আহাৰ স্বৰূপে লৈ কৈলাসলৈকে আকাশপথত তোমাৰ সহযাত্ৰী হ'ব।" (কেশদা মহন্ত; কালিদাসৰ সাহিত্য ; পৃ. ৫৭-৫৮) কালিদাসৰ এনেধৰণৰ পক্ষীৰ আচৰণৰ বৰ্ণনা কাব্যিক যদিও তাৰ বৈজ্ঞানিক ভিত্তিও আছে। মূলতঃ সন্তান প্ৰজনন আৰু আহাৰ সংগ্ৰহৰ বাবে উপযোগী হোৱা বাবে হাঁহবোৰে মানস সৰোবৰলৈ প্ৰব্ৰজন কৰে।

পাৰ্বতিপ্ৰসাদৰ কবিতাতো এই প্ৰসিদ্ধিৰ প্ৰয়োগ আছে;

দূৰ দূৰণিত আমাৰ ঘৰ,
লুইতৰ উজনি মানস সৰোবৰ।
আকাশৰ সউ বগা ডাৱৰৰ শাৰী
তাৰ লগতেই
অসীমত দিওঁ পাৰি। (সোণৰ সোলেঙ)

'লুইতী'ৰ অন্তৰ্গত 'নাহৰ গছৰ কুঁহিপাতত' কবিতাটোত কবি-প্ৰসিদ্ধিৰ প্ৰয়োগ অনুমান কৰিব পাৰি। বিশ্বনাথে কবি সময় প্ৰসিদ্ধিৰ আলোচনা প্ৰসংগত কিছুমান নিৰ্দিষ্ট ৰূপৰ বৰ্ণনা কৰিছে। যেনে— আকাশ আৰু পাপত মালিন্য (কৃষ্ণবৰ্ণতা); যশস্যা, হাঁহি আৰু কীৰ্তিত ধ্ৰুৱলতা ; ক্ৰোধ আৰু অনুৰাগত ৰক্তিমা বৰ্ণনা কৰিব লাগে। 'মেঘদূত' কাব্যত কৈলাস পৰ্বতক শিৱৰ অট্টহাস্যৰ লগত তুলনা কৰা হৈছে। কবিৰ জগতত হাঁহিৰ ৰং বগা। পাৰ্বতিপ্ৰসাদে এটি গীতি-কবিতাত হাঁহিৰ বৰণৰ প্ৰসংগ উত্থাপনেৰে ফাগুনৰ আগমণিক ব্যঞ্জনামণ্ডিত কৰিছে;

থল-পদুমৰ ৰঙা পাহিত
চৰণ বুলাই ফাগুন আহিছে;
ফুল কুঁৱৰীৰ মুখৰ হাঁহিত
বৰণ মিলাই ফাগুন আহিছে।

ফুল কুঁৱৰীৰ হাঁহিৰ বৰণৰ সৈতে বসন্ত ঋতুৰ ব্যঞ্জনা মিলি গৈছে। 'সোণৰ সোলেঙ'ৰ অন্তৰ্ভুক্ত ৰাজহাঁহৰ গীতটোত 'সোণৰ পদুম'ৰ সন্ধানৰ আঁৰতো কবি-প্ৰসিদ্ধিৰ ব্যৱহাৰ পোৱা যায়।

### অলংকাৰ প্ৰয়োগত কালিদাস আৰু ৰবীন্দ্ৰনাথৰ প্ৰভাৱ

সংস্কৃত সাহিত্য বিচাৰত অলংকাৰে বিশেষ স্থান অধিকাৰ কৰি আছে। সাধাৰণ অৰ্থত ক'বলৈ হ'লে কবিচিত্তৰ অনিৰ্বচনীয় ৰসানুভূতিক পাঠকচিত্তলৈ প্ৰবাহিত কৰিব পৰা

এক কৌশল বিশেষৰ নাম অলঙ্কাৰ। অলংকাৰৰ ভিতৰত 'উপমা' অলংকাৰৰ শ্ৰেষ্ঠত্ব সংস্কৃত আলংকাৰিকসকলে স্বীকাৰ কৰিছে। "উপমা কালিদাসস্য" - এই জনপ্ৰবাদে উপমাৰ বাচ্য সকলো বিধ অলংকাৰকে সামৰি লৈছে। কালিদাসৰ সালংকাৰ ভাষা আৰু উপমা বৈচিত্ৰ্যই সমগ্ৰ ৰচনাক সৌষ্ঠৰশালী কৰি তুলিছে। কালিদাসৰ কবি প্ৰতিভাই পাঠকৰ হৃদয় স্পন্দিত কৰিব পাৰে, ৰসানুভূতিত আপ্লুত কৰিব পাৰে। সেয়ে সাহিত্য জগতত কালিদাসৰ স্থান বিশেষ আৰু সুনিৰ্দিষ্ট।

কালিদাসৰ ৰচনাত কবি প্ৰতিভাৰ বলত প্ৰকৃতিয়ে অনন্য ৰূপত ধৰা দিছে। মানুহৰ ৰূপ-গুণৰ তুলনাৰ মাজেৰে কালিদাসে প্ৰকৃতি আৰু মানৱৰ নিবিড় সম্বন্ধ উপস্থাপন কৰিছে। তদুপৰি প্ৰকৃতিৰ বিভিন্ন উপাদানৰ মাজত চেতন মানুহৰ গুণ আৰোপ কৰি কবিয়ে প্ৰকৃতিক বিশিষ্ট কৰি তুলিছে।

শৰত প্ৰকৃতিৰ মাজেৰে প্ৰকাশিত বিশেষ দৃষ্টিভংগীৰ ক্ষেত্ৰত কালিদাসৰ প্ৰভাৱ পাৰ্বতিপ্ৰসাদৰ ওপৰত পৰিছে। প্ৰকৃতিক মানৱীয় ৰূপদানৰ জৰিয়তে পাৰ্বতিপ্ৰসাদে শুকুলা ডাৱৰ ঐ কহুঁৱা ফুলৰ শৰত কবিতা লানিক বৈশিষ্ট্যপূৰ্ণ কৰি তুলিছে। শৰত প্ৰকৃতিৰ সৈতে মানৱ চিত্তৰ সম্বন্ধ নিৰ্ণয় আৰু শৰত ঋতুৰ সৈতে একাত্মতাৰ উপলব্ধিৰ ক্ষেত্ৰত পাৰ্বতিপ্ৰসাদ- কালিদাসৰ দ্বাৰা প্ৰভাৱান্বিত হৈছে।

এই ক্ষেত্ৰত বিশেষভাৱে *কালিদাসৰ -কুমাৰসম্ভৱ, অভিজ্ঞানম্ শকুন্তলম, ৰঘুবংশ, ঋতুসংহাৰ, মেঘদূত* আদি কাব্য উল্লেখযোগ্য। ইবিলাকত কালিদাসে অচেতন জড় প্ৰকৃতিৰ ওপৰত চেতনৰ গুণ আৰোপ কৰিছে। ইয়াকে জীৱবদ্ ব্যৱহাৰ (Personification) বুলি কোৱা হয়। (শশিভূষণ দাশগুপ্ত ; 'কালিদাসের উপমার চেতন-অচেতনের অদ্বয়ত্ব'; পৃ. ৬৮) সংস্কৃতত এয়া সমাসোক্তি অলংকাৰৰ অন্তৰ্ভুক্ত। বহিঃ প্ৰকৃতিক মানৱীয় গুণ আৰোপ কৰি মানৱৰ দৰে অনুভৱ কৰাৰ বাসনাক মানুষীকৰণ বা নৰত্বাৰোপ (Anthropomorphism) বোলা হয়। কালিদাসৰ কাব্যসমূহত বহিঃ প্ৰকৃতিয়ে চেতনা ধৰ্মেৰে অভিনৱ ৰূপ ধাৰণ কৰিছে। প্ৰকৃতি আৰু মানৱৰ সৈতে সমভাব নিক্ষেপণ, প্ৰকৃতিক নায়ক-নায়িকা আৰোপন, একাত্মবোধ, প্ৰাণধৰ্ম আৰোপন, আত্মীয়তাবোধ, প্ৰকৃতিৰ প্ৰতি সমবেদনা, মানুহৰ সৈতে বিশ্বপ্ৰকৃতিৰ অন্তৰতম সংযোগ আদিয়ে কালিদাসৰ 'মানুষীকৰণ' বাসনাক উজ্জীৱিত কৰিছে।

পাৰ্বতিপ্ৰসাদে 'লুইতী'ৰ অন্তৰ্ভুক্ত কেইটামান গীতত প্ৰকৃতিৰ বুকুত মানৱীয় আবেদন আৰোপ কৰিছে আৰু প্ৰকৃতিৰ জড়মূৰ্ত্তিৰ অন্তৰালত প্ৰাণ তৰংগ আৱিষ্কাৰ কৰিছে। ঋতুৰ সৈতে মানৱ মনৰ সম্পৰ্ক নিৰ্ণয়, প্ৰকৃতিৰ প্ৰতি সমবেদনাৰ অনুভৱ, জড় জগতৰ বুকুত চেতনৰ গুণ আৰোপ, সমপ্ৰাণতাৰ অনুভৱেৰে গুণগুণনিৰ অন্তৰ্ভুক্ত গীত আৰু

কবিতাত প্ৰকৃতি উজ্জীৱিত হৈ উঠিছে। লখিমীত পাৰ্বতিপ্ৰসাদে মানৱীয় গুণ-ধৰ্ম, ক্ৰিয়া কলাপেৰে প্ৰকৃতিক উপস্থাপন কৰিছে। অচেতন প্ৰকৃতিক পাৰ্বতিপ্ৰসাদে 'জীৱবদ্ ব্যৱহাৰ' কৰি 'মানুষী-কৰণ' কৰিছে। মানৱ মনৰ সুখ-দুখ, আশা-আনন্দ, বিৰহ-বিষাদ আদি মানসিক ক্ৰিয়া-প্ৰতিক্ৰিয়া প্ৰদৰ্শন কৰি প্ৰকৃতিৰ প্ৰাণধৰ্ম আৱিষ্কাৰ কৰিছে।

উপৰোক্ত বিভিন্ন দৃষ্টিভংগীৰ ক্ষেত্ৰত কালিদাসৰ দ্বাৰা পাৰ্বতিপ্ৰসাদ প্ৰভাৱান্বিত হ'লেও পাৰ্বতিপ্ৰসাদৰ দৃষ্টিভংগীৰ স্বাতন্ত্ৰ্য পৰিলক্ষিত হয়। অলংকাৰতকৈ এনে দৃষ্টিভংগীত কবিৰ প্ৰকৃতি প্ৰেমৰ নিবিড় উপলব্ধিৰ পৰশ আছে। সৰল-সহজভাৱে পাৰ্বতিপ্ৰসাদে অসমৰ প্ৰকৃতিৰ প্ৰতি থকা গভীৰ আকৰ্ষণ, নিবিড় ভালপোৱা কল্পনাৰ স্বকীয়তা আৰু ভাবৰ বিচিত্ৰতাৰে প্ৰকাশ কৰিছে। পাৰ্বতিপ্ৰসাদৰ ৰসোপলব্ধি, প্ৰকৃতিৰ প্ৰতি দৃষ্টিভংগী নিজৰ ভাব-ভাষাৰ মাজেৰে প্ৰকাশিত হৈ মৌলিকত্ব প্ৰদৰ্শন কৰিবলৈ সমৰ্থ হৈছে।

কালিদাসৰ দৰে পাৰ্বতিপ্ৰসাদৰ উপমা সৃষ্টিত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ পৰিলক্ষিত হয়। কালিদাসৰ দ্বাৰা ৰবীন্দ্ৰনাথো 'মানুষী-কৰণ' বাসনাৰ ক্ষেত্ৰত প্ৰভাৱান্বিত। ৰবীন্দ্ৰ নাথৰ অধিকাংশ গীত আৰু কবিতাত প্ৰকৃতিৰ অবচেতনাৰ ওপৰত চেতনৰ গুণ আৰোপিত হৈছে। ৰবীন্দ্ৰনাথৰ মৌলিকত্ব প্ৰকাশিত হৈছে এই বাসনাক চিত্ৰৰূপময় কৰি প্ৰকাশ কৰিব পৰা দক্ষতাত।

ৰবীন্দ্ৰনাথৰ অলংকাৰৰ বিশিষ্টতা প্ৰকাশিত হৈছে মূৰ্ত আৰু বিমূৰ্ত উপাদানৰ আধাৰত সৃষ্টি হোৱা উপমা, প্ৰতীক দ্যোতনা, ৰূপক, সমাসোক্তি আদিক কেন্দ্ৰ কৰি। ৰবীন্দ্ৰনাথৰ উপমাসমূহৰ সৈতে প্ৰতীক-দ্যোতনাৰ নিবিড় সংযোগ উপলব্ধি কৰিব পাৰি। নিসৰ্গজগৎ, প্ৰাণীজগৎ, মানুহৰ প্ৰত্যক্ষ-অপ্ৰত্যক্ষ ভাব-ভাৱনা, মূৰ্ত আৰু বিমূৰ্ত উপাদান ইত্যাদিক নিৰ্ভৰ কৰি ৰবীন্দ্ৰনাথৰ ক্ৰান্তিকাৰী প্ৰতিভাৰ জগৎ গঢ়ি উঠিছে। (সুধাংশুশেখৰ শাসমল ; ধ্বনিৰ শিল্প ৰবীন্দ্ৰসঙ্গীত ; পৃ. ১১৮) *ৰবীন্দ্ৰনাথ আৰু পাৰ্বতিপ্ৰসাদ দুয়োজন কবিয়ে নৈসৰ্গিক উপাদানৰ দ্বাৰা উপমা সৃষ্টি কৰিছে।*

পাৰ্বতিপ্ৰসাদে জোন, সূৰ্য, তৰা, অৰুণ, ৰ'দ, পুৱা ৰাতি, আন্ধাৰ, বন অৰণ্য, লতা-বিৰিখ, ফুল, বাঁহনিবাৰী, ডাৱৰ আদি উপমেয় উপাদানৰ লগত উপমানৰ তুলনা কৰণৰ মাজেদি, প্ৰস্তুতৰ ওপৰত অপ্ৰস্তুতৰ ব্যৱহাৰ আৰোপণৰ মাজেদি সমাসোক্তি অলংকাৰৰ সৃষ্টি কৰিছে। ৰবীন্দ্ৰনাথ আৰু পাৰ্বতিপ্ৰসাদৰ এনেধৰণৰ সমাসোক্তি অলংকাৰৰ দুটিমান দৃষ্টান্ত দাঙি ধৰা হ'ল।

ৰবীন্দ্ৰনাথ ঃ 'আকাশ তৃষায় কাঁপে' (প্ৰকৃতি/১২৯/ গীতবিতান)

পাৰ্বতিপ্ৰসাদ ঃ 'সুৰৰ ভৰত কঁপে আকাশ' (গুণগুণনি)

ৰবীন্দ্ৰনাথ ঃ 'বাহিৱ হ'ল জোয়াৰ শ্ৰোতে শুক্লৰাতে চাঁদেৰ তৰণী' (প্ৰকৃতি / ২৪২/ গীতবিতান)

পাৰ্বতিপ্ৰসাদ ঃ 'জোনায়ে তৰে পাল সিওযে লাগে ভাল' (শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল)

ৰবীন্দ্ৰনাথ ঃ 'তাৰাৰ ভাষা উঠবে ফুটে'

পাৰ্বতিপ্ৰসাদ ঃ নীল আকাশত তৰাৰ আখৰ লিখা নিতৌ নিশা যায় দেখা' (গুণগুণনি)

ৰবীন্দ্ৰনাথ ঃ 'শিউলি বনের বুক যে ওঠে আন্দোলি' (প্ৰকৃতি /১৫৩/ p গীতৱিতান)

পাৰ্বতিপ্ৰসাদ ঃ 'দেহি ঐ খৰিকাজাঁইৰ উঠন বুকুৰ গোপন বেথা (গুণগুণনি)

ৰবীন্দ্ৰনাথ আলো অগ্নি, বহ্নি, জ্যোতি, দীপ্তি আদি পোহৰৰ উপমা সৃষ্টি কৰি কবি-ভাবনাক বৈচিত্ৰ্যময় কৰি তুলিছে যেনে- 'আলোৰ বাণী', 'আলোৰ আঁচল', আলোৰ শ্ৰোতে', 'অৰুণ আলোৰ অঞ্জলি', 'ছাঁয়াৰ আঁচল', 'জ্যোতি সমুদ্ৰ', 'বহ্নিস্নান' ইত্যাদি। পাৰ্বতিপ্ৰসাদৰ ৰচনাতো এনেধৰণৰ অনেক উপমা-বৈচিত্ৰ্য *পোহৰক* কেন্দ্ৰ কৰি গঢ়ি উঠিছে। উদাহৰণ ঃ 'পোহৰৰ বাণী' (পৃ. ১৭৪) 'পোহৰ জৰা গীত' (১৯৭), 'পোহৰ বীণ' (১৮১), 'পোহৰৰ দেশৰ জুৰ ৰদালিত' (১৮১), 'পোহৰ ৰেণু' (১৮১), 'পোহৰৰ ৰং পাখিত লগাই' (১৭৮) 'পোহৰৰ গীত' (১৭৮) 'পোহৰৰ কাঁড়' (১৬৫), 'অৰুণ ৰাগে ৰঞ্জিত' (১৮৯) 'জ্যোতি-সাগৰ' (১৭৯) ইত্যাদি। ঠিক তেনেদৰে ৰবীন্দ্ৰনাথ আৰু পাৰ্বতিপ্ৰসাদ দুয়োজনে বিভিন্ন গীত আৰু কবিতাত জীৱন, মৃত্যু, সুখ দুখ, প্ৰেম, বিৰহ, বেদনা স্বপ্ন, যৌৱন আদি বিমূৰ্ত ভাবনা ৰাশিক প্ৰতীকী দ্যোতনা দান কৰিছে।

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কতিাত ব্যৱহৃত বিমূৰ্ত উপাদানৰ প্ৰতীকী-দ্যোতনা নিৰ্ভৰ উপমাৰ কেইটামান উদাহৰণ হ'ল— জীৱন তৰণী (পৃ. ২৬৮), জীৱন ভেলা (১৮৩), জীৱন তৰী (১৯৩), জীৱন ফেৰি (১৬০), জীৱন বীণ (১৮০), জীৱনৰ জোৰ (২৪৭), জীৱনৰ চগা (২৪৭), জীৱনৰ নাও (২১৭), জীৱনৰ মহাৰথ (১১৮), জীৱনৰ বেলি (১৭৯), ভৰা জীৱনৰ নাও (২১৬), জীৱনৰ সুঁতি (১৪৪), পৰাণৰ ভৰাসুঁতি (১৮), জীৱনৰ বাঁহী (১২), জীৱনৰ ঢাল (১০), জীৱনৰ হুঁচৰি (৮১), জীৱন-বন (১৩১), মৰম উছৱ (১০), মৰণ-নিৰ্মালি (১০), সপোনৰ ভূৰ (১৬৮), যৌৱনৰ কুসুম বন, কলিজাৰ মলি, হৃদয়ৰ বীণা (৯৯), নয়ন দুৱাৰ মুখ (১৩), চকুপানীৰ বান, হৃদয়ৰ শিলা (২১৮) ইত্যাদি।

ৰবীন্দ্ৰনাথে উপমান-উপমেয়ৰ তুলনাকৰণৰ জৰিয়তে বিমূৰ্ত ভাব-অনুভূতিক উপমা অলংকাৰেৰে উদ্ভাসিত কৰিছে। উদাহৰণ অনেক আছে। তাৰ কেইটামান দৃষ্টান্ত;

দুঃখের অগ্নিমালা, দুঃখের তিমির (পূজা / ১৯৩) ; সুখের জাল (পূজা / ১৯৫) ; বিদায় বাঁশরি (প্রেম / ১৭৬) সুরের ঢেউতোলা, প্রেম অমৃত, প্রেমের জোয়ার (পূজা/ ১৭০) ; ইত্যাদি। পাৰ্বতিপ্ৰসাদেও দুখ বেদনাক জুই, আন্ধাৰ আদিৰ লগত তুলনা কৰিছে। পাৰ্বতিপ্ৰসাদ আৰু ৰবীন্দ্ৰনাথৰ মাজত উপৰোল্লিখিত ভাবৰাশিৰ তুলনাকৰণৰ সাদৃশ্য পৰিলক্ষিত হয়। পাৰ্বতিপ্ৰসাদৰ কবি-কল্পনা আৰু উপলব্ধিত উপমান আৰু উপমেয়ৰ সদৃশ তুলনা সমূহ- দুখৰ জুই, দুখৰ শলিতা, প্ৰেমৰ ঢল, প্ৰেমৰ পগলা সোঁতা, বিদায় বাঁহী, ব্যথাৰ অগনি, সুখৰ মকৰাজাল ইত্যাদি। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত ব্যৱহৃত এনে ভাববাহী উপমাৰ অন্য উদাহৰণ সুখৰ সোণালী মউ, চেনেহৰ পানী, প্ৰেমৰ মউ পৰশ, প্ৰেমৰ পূজা, প্ৰেমৰ ভোগজৰা, বেদনাৰ কাঁইট, শোক-চন্দ্ৰতাপ, বেজাৰৰ বাহী ৰভাতল, মিলন-মেলা ইত্যাদি।

এনেবোৰ বিশ্লেষণৰ দ্বাৰা স্পষ্ট হয় যে ৰবীন্দ্ৰনাথ আৰু পাৰ্বতিপ্ৰসাদৰ অলংকাৰ নিৰ্মাণ কৌশলৰ যথেষ্ট সাদৃশ্য আছে। এই সকলোবোৰ প্ৰভাৱ নহয়। ভাবৰ সমধৰ্মিতা মাথোন। পাৰ্বতিপ্ৰসাদ আৰু ৰবীন্দ্ৰনাথ উভয়েই সুৰ আৰু পোহৰৰ উপাসক। উভয়ৰে জীৱন-চেতনা সুৰৰ ব্যঞ্জনাৰ মাজেৰে উপস্থাপিত হৈছে। পাৰ্বতিপ্ৰসাদৰ সূক্ষ্ম অনুভৱ দক্ষতা স্বকীয় চিন্তা-চেতনাৰে উদ্ভাসিত হৈছে।

### পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ ধ্বনি আৰু ব্যঞ্জনাৰ প্ৰয়োগ

ধ্বনি আৰু ব্যঞ্জনাই কবিতাৰ সৌন্দৰ্য বৃদ্ধিত বিশেষভাৱে সহায় কৰে। ব্যঞ্জনাই কবিতাৰ আবেদন বঢ়ায়। সৰল অৰ্থৰ আঁৰত কবিৰ চিন্তা-অনুভূতিৰ এক বিশেষ দ্যোতনা থাকে। বাসন্তী কুমাৰ মুখোপাধ্যায়ে ব্যঞ্জনা প্ৰয়োগৰ কেইটামান বিশেষ পদ্ধতি উল্লেখ কৰিছে। সেই কেইটা হৈছে - শব্দৰ ধ্বনি সম্বন্ধে সচেতনতা, সংস্কৃতিৰ ঐতিহ্য গ্ৰহণ আৰু পূৰ্বসুৰীৰ স্বীকৰণ। (আধুনিক বাংলা কবিতার রূপরেখা ; পৃ. ২৮-২৯) ব্যঞ্জনাই কবিতাত এক অতিৰিক্ত বোধ জন্মায় যিয়েই পাঠক হৃদয়ত গভীৰ অনুৰণনৰ সৃষ্টি কৰে। গোন অৰ্থত সেই ৰমনীয় অনুভৱেই ধ্বনি।

পণ্ডিত সমালোচকসকলে ধ্বনিৰ সংজ্ঞা নিৰ্ণয় কৰিছে। বিশ্বনাথৰ মতে "ব্যাংগাৰ্থ বাচ্যাৰ্থতকৈ অধিক চমৎকাৰজনক হ'লে ধ্বনি কাব্য হয়, ধ্বনি কাব্যই উত্তম কাব্য।" (সাহিত্য দৰ্পণ; পৃ. ১৫৮) ধ্বনিয়ে শব্দৰ অৰ্থৰ অতীত এক চমৎকাৰ অনুভৱ কাব্যলৈ আনি দিয়ে। লক্ষণামূলক ধ্বনি আৰু অভিধামূলক ধ্বনি-ধ্বনিৰ দুটি প্ৰকাৰ। ধ্বনিবাদীৰ মতে কাব্যও দুই প্ৰকাৰৰ-ধ্বনিকাব্য আৰু গুণীভূতব্যংগ কাব্য।

পাৰ্বতিপ্ৰসাদৰ কবিতাক ধ্বনি আৰু ব্যঞ্জনাই সৌন্দৰ্যশালী কৰি তুলিছে। তেনে এটি উদাহৰণ—

প্ৰাণৰ গানৰ তালে তালে
চৰণ পেলাই ফাগুন আহিছে;
জীৱন বনৰ ডালে ডালে
কোঁহ মেলাই ফাগুন আহিছে।
(নাহৰ গছৰ কুঁহিপাতত / লুইতী)

ইয়াত ফাগুনৰ আগমনিয়ে জীৱনৰ পৰিপূৰ্ণতাৰ সম্ভাৱনীয়তাৰ এখন ছবি দ্যুতিত কৰিছে। এই অতিৰিক্ত কথাখিনি শব্দাৰ্থৰ অতীত এক গুণে অনুভৱ কৰালে। সেয়েই ধ্বনি। আনহাতে যত ব্যংগাৰ্থ গৌণভাৱে আৰু বাচ্যাৰ্থ প্ৰধানভাৱে প্ৰকাশিত হয় সেয়েই গুণীভূত ব্যংগ। (বিশ্বনাথ কবিৰাজ ; সাহিত্য দৰ্পণ ; পৃ. ১৮৫) পাৰ্বতিপ্ৰসাদৰ কবিতাত বাচ্যাৰ্থৰ মনোহাৰিত্ব লক্ষ্য কৰা যায়। যেনে ;

জোনাক জোনাক, শীতল জোনাক
চাই মোৰ চকুলো সৰে
অন্তৰ মোৰ উগুল-থুগুল
উদাস আকুল কৰে।

### পাৰ্বতিপ্ৰসাদৰ ধ্বনি আৰু ব্যঞ্জনা প্ৰয়োগৰ বিশেষত্ব

ধ্বনি আৰু ব্যঞ্জনাৰ মাজত সূক্ষ্ম পাৰ্থক্য আছে। ধ্বনিমাত্ৰই ব্যঞ্জনা নহয়। নাইবা ব্যঞ্জনা মাত্ৰই ধ্বনি নহয়। ব্যঞ্জনা হ'ল ধ্বনিৰ বিষয়হে, ধ্বনি নহয়। (মহেন্দ্ৰ বৰা ; সাহিত্য উপক্ৰমণিকা ; পৃ. ৩৪) পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত ধ্বনি সম্বন্ধে সচেতনতাৰ ফলত ব্যঞ্জনাৰ সৃষ্টি হৈছে। উদাহৰণ স্বৰূপে;

নাহৰ গছৰ কুঁহিপাতত
পোহৰ পেলাই ফাগুন আহিছে,
সখিয়তীৰ মিহি মাতত
লহৰ খেলাই ফাগুন আহিছে।

ইয়াত বসন্ত ঋতুৰ প্ৰাকৃতিক চিত্ৰখনৰ ব্যঞ্জনা নাহৰ গছ আৰু সখিয়তীৰ কণ্ঠৰ মাজেৰে অনুভৱ কৰা যায়।

দ্বিতীয়তে, পাৰ্ব তিপ্ৰসাদে সংস্কৃতিৰ পৰা ঐতিহ্য গ্ৰহণ কৰি বক্তব্য বিষয়ক ব্যঞ্জনা মণ্ডিত কৰিছে। উদাহৰণ স্বৰূপে—

সূৰুয কোঁৱৰে চুটি মেলি আহে
চেকুৰাই সাতোটি ঘোঁৰা
সোণালী পোহৰৰ ধূলি উৰি আহে
উজলি চৌদিশ জোৰা।

ইয়াত পুৰাণৰ ঐতিহ্য গ্ৰহণ কৰি কবিয়ে প্ৰাকৃতিক চিত্ৰ এখনৰ ব্যঞ্জনা দান কৰিছে। তৃতীয়তে, পাৰ্বতিপ্ৰসাদৰ কাব্যৰ মাজত পূৰ্বসুৰীৰ স্বীকৰণ অনুভৱ কৰিব পাৰি। কবিপ্ৰসিদ্ধি" বা কবি সময়ৰ প্ৰয়োগৰ দ্বাৰা পাৰ্বতিপ্ৰসাদে স্বকীয় ভাব-সম্পদক ব্যঞ্জনামণ্ডিত কৰি তুলিছে।

## (গ) পাৰ্বতিপ্ৰসাদৰ গীতৰ প্ৰতীক

**পাৰ্বতিপ্ৰসাদৰ ৰচনাত 'সুৰ'ৰ প্ৰতীকী ব্যঞ্জনা ঃ** ব্যঞ্জনাময়তা প্ৰতীকৰ মূল ধৰ্ম। কবি সকলে, ভাব-চিন্তা অনুভূতি আদি প্ৰতীক ব্যঞ্জনাৰ মাজেৰে প্ৰকাশ কৰিবলৈ লয় ঊনবিংশ শতিকাৰ শেহৰ ফালে। ফৰাচী কবি-সাহিত্যিক মাৰ্লামে আৰু ভাৰ্লে, ৰিম্‌বা আদি এই ক্ষেত্ৰত বাটকটীয়া স্বৰূপ। প্ৰতীকবাদৰ মূল বক্তব্য হ'ল ; "দৃশ্যমান জগতখন প্ৰকৃততে বাস্তৱ নহয়। যি দেখা যায় সেয়া হ'ল এক অদৃশ্য সৰ্বশক্তিমানৰ প্ৰতীকী প্ৰকাশ।" এনে এক ধাৰণাৰ ব্যঞ্জনাময় প্ৰকাশ পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ মাজত অনুভূত হয়। পাৰ্বতিপ্ৰসাদে অসীম, অনন্ত, ৰহস্যময়ৰ বিচিত্ৰ অনুভূতি সমূহ ৰবীন্দ্ৰনাথৰ দৰে ব্যঞ্জনাময় ৰূপত প্ৰকাশ কৰিবলৈ প্ৰয়াস কৰিছে। পাৰ্বতিপ্ৰসাদৰ মনোজগতৰ বিভিন্ন ধাৰণা আৰু ভাব-অনুভূতি প্ৰত্যক্ষ বৰ্ণনাৰ বিপৰীতে পৰোক্ষভাৱে উপস্থাপিত হৈছে। ফলত কবিৰ সৌন্দৰ্যময় অনুভূতি আৰু হৃদয়ৰ আৱেগ 'সুৰৰ' অনিৰ্বচনীয় ভাষাৰে প্ৰকাশিত হৈছে। মোৰ জীৱন বীণৰ তাঁৰত নুঠিছে /তোমাৰ সুৰৰ টৌ খেলা। (শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল)

পাৰ্বতিপ্ৰসাদৰ সমস্ত জগতৰ অন্তৰালৰ এক সংগীতৰ ধ্বনি অনুভৱ কৰিছে। হাফিজৰ মতে "মহাগায়কৰ মুখত এটি স্বৰ্গীয় বাঁহী আছে ; সেই বাঁহীৰ আনটো মূৰ আছে মানৱ কৱিৰ হৃদয়ত ; মহাগায়কে যেতিয়া সেই বাঁহীত সুৰ তোলে তেতিয়া মানৱ কবিৰ হৃদয়ত সুৰতৰংগৰ, ভাবৰ লহৰীৰ সঞ্চাৰ হয় আৰু মানৱ কৱিয়ে সেই সুৰকে নিজৰ ভাষাৰে প্ৰকাশ কৰে।" (যোগীৰাজ বসু ; 'ভূমিকা'; মিলনৰ সুৰ) ঠিক তেনেদৰে পাৰ্বতিপ্ৰসাদৰ অন্তৰতো এনে ভাবৰ প্ৰতিধ্বনি উঠিছে ; 'মাটিত মেঘৰ সুৰ জাগে'। মহাগায়কৰ বাঁহীৰ সুৰ কবিয়ে আকাশ-মেঘ-প্ৰকৃতিৰ সৰ্বত্ৰতে শুনিবলৈ পাইছে; 'আকাশৰ এই অসীম নীলাত /শুনিছো তোমাৰ সুৰদী সুৰ'। যি সুৰে কবিৰ প্ৰাণৰ তন্ত্ৰী

কঁপাই তুলিছে সেই সুৰৰ সন্ধানত তেওঁৰ মন অসীমলৈ ঢাপলি মেলিছে; 'মোৰ বুকুৰ ধ্বনি / আজি অসীমত পায় সুৰ'।

তু. 'মহাগায়কৰ বাঁহীৰ সুৰত
কবিৰ প্ৰাণত কঁপিলে সুৰ
মন্দাকিনীৰ স্নিগ্ধ ধাৰাই
জীৱন শ্ৰান্তি কৰিলে দূৰ।
(যতীন দুৱৰা ; 'মিলনৰ সুৰ।')

শেহত স্বৰ্গীয় বাঁহীৰ সুৰ আৰু কবিৰ জীৱন-বীণৰ সুৰ একাত্ম হৈ গৈছে, 'বাঁহীৰ সুৰত যেন মিলিছে বীণ'।

পাৰ্বতিপ্ৰসাদে অনুভৱ কৰিছে বস্তুজগতৰ অন্তৰালত যি অন্তহীন সংগীত ধ্বনিত হৈছে সেই মহান সংগীতৰ সুৰৰ আভাস পখীৰ কণ্ঠত বাঁহী, বীণৰ তানত, নদী-নিজৰা, সাগৰ-মহাসাগৰৰ শ্ৰোতধাৰাত, ঋতুৰ আৱৰ্তনত, চন্দ্ৰ-সূৰ্য-গ্ৰহ-তৰাৰ গতিশীলতাৰ মাজেৰে লাভ কৰিছে। এই সুৰৰ প্ৰতিধ্বনি উঠিছে কবিৰ প্ৰাণত। সেই সুৰে কবিৰ প্ৰাণত অনন্ত সৌন্দৰ্যৰ সঁফুৰা মেলি ধৰিছে। সেই সুৰ প্ৰেৰণাতে কবিয়ে জীৱন-টোকাৰীত সুৰ তুলিবলৈ অনুপ্ৰাণিত হৈছে; 'বা হেৰ তোৰ টোকাৰী বা / টুন টুন টুন' (গুণগুণনি)। পাৰ্বতিপ্ৰসাদে সমস্ত বিশ্বস্পন্দনকে এটি অপৰূপ সংগীত যেন অনুভৱ কৰিছে; 'বিশ্ব বীণৰ পুৰণি তাঁৰত জোকাৰ উঠিছে / ৰিন্ জিন্ জিন্' (লুইতী)। জীৱজগত আৰু জড়জগত উভয়তে এই আনন্দ ৰস সঞ্চাৰিত হৈছে। বিশ্বজগতৰ মাজত যি সৌন্দৰ্যৰ বাঁহী বাজিছে সেই মহান সুৰে অস্পষ্ট মধু ৰ ৰূপত কবিৰ চেতনাক আলোড়িত কৰিছে।

পাৰ্বতিপ্ৰসাদৰ কল্পনা আৰু অনুভৱত স্বৰ্গীয় বাঁহী বাদক মহাগায়ক জন বৈষ্ণৱ ঐতিহ্যৰ মুৰুলীধাৰী কৃষ্ণ /মোহন ৰূপত মূৰ্তিমন্ত হৈ উঠিছে। বাল্যকালত পাৰ্বতিপ্ৰসাদে ভক্তি বিগলিত কণ্ঠেৰে নামঘোষাৰ পদ অৰ্গেনত বজাই গাইছে। (নীতি বৰুৱা ; 'পাৰ্বতিপ্ৰসাদৰ সোঁৱৰণত সশ্ৰদ্ধ প্ৰণতি', *জোনাকী মেল* ; ৭ জুন, ১৯৮৯) তেওঁৰ কোমলমতীয়া মনত মোহন কৃষ্ণৰ বাঁহীৰ সুৰে অনুৰণন তুলিছিল। সেয়ে পাৰ্বতিপ্ৰসাদৰ সুপ্তচেতনাত আবিৰ্ভূত সেই বাঁহীবাদকৰ স্বৰূপ চিন্তা আৰু বাঁহীৰ সুৰৰ ব্যাকুলতা প্ৰায় সমগ্ৰ ৰচনাতে অনুভৱ কৰিব পাৰি। পাৰ্বতিপ্ৰসাদৰ কবিমানসত বিভিন্ন সময়ত এই বাঁহী বাদক জনে বিভিন্ন ৰূপত আত্ম প্ৰকাশ কৰিছে। মুঠ কথাত, পাৰ্বতিপ্ৰসাদৰ বাঁহীৰ সুৰৰ ব্যঞ্জনাৰ আঁৰত ছুফীদৰ্শন আৰু বৈষ্ণৱ ঐতিহ্যৰ সুষম সমন্বয় ঘটিছে। পাৰ্বতিপ্ৰসাদৰ কাব্য-চেতনা সুৰৰ অনুভূতিৰে ব্যঞ্জনামণ্ডিত হৈ উঠিছে।

**পাৰ্বতিপ্ৰসাদৰ ৰচনাত শব্দ-প্ৰতীকৰ সন্ধান ঃ** পাৰ্বতিপ্ৰসাদৰ ৰচনাত প্ৰতীক প্ৰয়োগৰ পূৰ্বোল্লিখিত ধৰণটোৰ উপৰি অন্য এটা ধৰণৰ উপস্থাপন লক্ষ্য কৰা যায়। সেয়া হৈছে কবিৰ ব্যক্তিগত জীৱনৰ কিছুমান অনুভূতি আৰু অভিজ্ঞতা শব্দ-প্ৰতীকৰ মাজেৰে সন্ধান। অসমীয়া ৰমন্যাসিক কবিতাত এনেধৰণৰ প্ৰতীকৰ ব্যৱহাৰ পোৱা যায়।

পাৰ্বতিপ্ৰসাদে ব্যক্তিগত ভাব-অনুভূতি আৰু অভিজ্ঞতাক চিত্ৰিত কৰিবৰ বাবে ব্যৱহাৰ কৰা কিছুমান প্ৰতীক লোক জীৱনৰ পৰাই বুটলি হৈছে। তেওঁ ইংগিতময়তাৰ মাজেৰে বিভিন্ন গীত আৰু কবিতাত *টোকাৰী, বীণ, বাঁহী, বৰাগী, বীণ-বৰাগী* আদি প্ৰতীক ব্যৱহাৰ কৰিছে। চন্দ্ৰকুমাৰ আগৰৱালাৰ দৰে পাৰ্বতিপ্ৰসাদৰ *বীণ* হ'ল কবিৰ *জীৱন-বীণ* আৰু *বৰাগী হ'ল কবি নিজে।* অন্যহাতে *সোণৰ সোলেঙত* বীণ-বৰাগীৰ মাজেৰে পাৰ্বতিপ্ৰসাদৰ জীৱন-দৃষ্টিয়ে পৰিপূৰ্ণতা লাভ কৰিছে উপনিষদীয় জীৱন-দৃষ্টিৰ আধাৰত। ঠিক তেনেকৈ টোকাৰীয়ে কবিৰ জীৱনৰ নিৰাসক্ত বৈৰাগ্যৰ সুৰকে প্ৰতিনিধিত্ব কৰিছে। লোক জীৱনৰ পৰা বুটলি লোৱা অন্যান্য প্ৰতীকসমূহ হ'ল *নাও, নৌকা* ঘৰ ইত্যাদিৰ দেহ-বিচাৰ গীতৰ দৰে পাৰ্বতিপ্ৰসাদৰ এই শব্দ-প্ৰতীকসমূহ দেহৰ প্ৰতীক হৈ ধৰা দিছে। *নামঘোষাতো* শৰীৰক *নৌকা*—

যথা; ভাৰত ৰত্নৰ দীপ মনুষ্য-শৰীৰ নৌকা
ৰাম নাম মহাৰত্ন সাৰ।

(নামঘোষা ; ১৩৯ নং পদ ; 'নামৰ অন্বয় খণ্ড'।)

বোলা হৈছে। পাৰ্বতিপ্ৰসাদৰ কবিতাত *নাও, তৰী, তৰণী, ভেলা* ইত্যাদি কেৱল কাব্য-প্ৰসংগ নহয়। ইয়াৰ মাজত আছে কবিৰ যাত্ৰা অতিক্ৰমণৰ প্ৰয়াসৰ ইংগিত।

পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ মাজত প্ৰতীকৰ সন্ধান আৰু বৰ্জন দুয়োটাই লক্ষ্য কৰা যায়। সুৰৰ প্ৰতীকী ব্যঞ্জনাকহে মাত্ৰ কবিৰ সমগ্ৰ জীৱনত সঞ্চৰণশীল ৰূপত পোৱা যায়। জীৱনৰ প্ৰথম পৰ্যায়ত *বীণ-বৰগীয়ে* কবিৰ অন্তৰ-জীৱনৰ প্ৰতীকী দ্যোতনা দান কৰিছে। ক্ৰমে ই চিৰন্তন ৰহস্যসন্ধানী মনৰ প্ৰতীক ৰূপলৈ উন্নীত হৈছে। দ্বিতীয় পৰ্যায়ত সোণৰ সোলেঙক কবিয়ে প্ৰতীক ৰূপত গ্ৰহণ কৰিলে। সোলেং-টেঙা অসমীয়াৰ খাদ্য-তালিকাৰ অন্তৰ্ভুক্ত এবিধ শাক। কিন্তু সোণ ধাতুৰ সংযোগেৰে কবিয়ে নৱ্য জীৱনবোধক ব্যঞ্জনাময়তাৰ মাজেৰে প্ৰকাশ কৰিলে। কবিৰ অনুভূতিয়ে নতুন দ্যোতনা লাভ কৰিলে। ফলত ই হৈ পৰিল এক মায়াপী বস্তু। ইয়াৰ কায়িক অস্তিত্ব বিচাৰি পোৱা নাযায়। (ডিম্বেশ্বৰ নেওগ ; 'সোণৰ সোলেঙৰ চিনাকি ; *পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী* ; পৃ. ৩৪৮) সোণৰ সোলেং সুখ আৰু আনন্দৰ প্ৰতীক হৈ ধৰা দিলে। পাৰ্বতিপ্ৰসাদৰ নতুন চেতনাৰ আনুষংগিক

কেইটামান প্ৰতীক তাৰ লগতে পোৱা গ'ল। সেয়া হৈছে *মহাসাগৰ, পদুম, দেওৰাজহাঁহ* ইত্যাদি। সোণৰ সোলেঙত 'মহাসাগৰ' পৰম ৰসময় ভগৱানৰ বহিঃ প্ৰকাশ ৰূপে প্ৰতিভাত হ'ল। সেইদৰে 'পদুম' আৰু 'দেওঁ ৰাজহাঁহ' এই দুটি প্ৰতীকে পাৰ্বতিপ্ৰসাদৰ মনোজগতৰ অন্য দুটি ভাবক ব্যঞ্জিত কৰিছে। "পদুমে পোহৰক পূজা কৰে পংকত ওপজিও সি পংকৰ পৰা নিৰ্লিপ্ত হৈ থাকে। দেওৰাজহাঁহ 'অমল ধৱল' আকাশত স্বাধীনভাৱে উৰি যায় গতি তাৰ ধৰ্ম।" (বিৰিঞ্চি কুমাৰ বৰুৱা; 'আগ কথা' *শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল*।) পদুমৰ নিৰ্লিপ্ততা আৰু পোহৰ-তৃষ্ণাই কবিৰ বৰাগী-জীৱনৰ *অনাসক্তি* আৰু *প্ৰাণ তৃষ্ণাৰ* দ্যোতনা দান কৰিছে। পাৰ্বতিপ্ৰসাদ পোহৰ আৰু সৌন্দৰ্য-পিয়াসী কবি। *ৰাজহাঁহৰ* উৰণত অৰ্থাৎ গীতৰ প্ৰতীকী-ব্যঞ্জনাৰ মাজেৰে সৌন্দৰ্যৰ সন্ধানত কবিৰ অবিৰত যাত্ৰাৰ ইংগিত উদ্ভাসিত হৈছে।

পাৰ্বতিপ্ৰসাদৰ জীৱনৰ শেহ পৰ্যায়ত বহুতো পৰীক্ষা-নিৰীক্ষাৰ অন্তত প্ৰতীক সলনি হ'ল। শেহ জীৱনৰ প্ৰতীকৰ সন্ধানত কবি উভতি গ'ল শৈশৱলৈ। শৈশৱৰ খেলা-ধূলাৰ স্মৃতিৰ মাজত বিচাৰি পালে *ফৰিং* আৰু *পুতলাক*। বাল্যকালৰ খেলাৰ লগৰী 'পুতলা' আৰু 'ঠেং ছিগা ফৰিং' টোৰ মাজত তেওঁ আৱিষ্কাৰ কৰিলে শেহ জীৱনৰ প্ৰতীক। নৱকান্ত বৰুৱাই 'ফৰিং' কবিতাটোক নৱতম প্ৰতীকৰ 'জিৰণি ঘৰ' বুলি উল্লেখ কৰিছে।

**পাৰ্বতিপ্ৰসাদৰ প্ৰতীকৰ বিশেষত্ব ঃ** পাৰ্ব তিপ্ৰসাদে চাৰিওফালৰ দৃষ্টিগ্ৰাহ্য জগতৰ পৰাই সাৰ্থক প্ৰতীক উপাদান গ্ৰহণ কৰিছে। কাৰণ ইন্দ্ৰিয়গোচৰ বিশ্ব প্ৰকৃতিৰ সৈতে কবিৰ সম্পৰ্ক গভীৰ। অন্যহাতে ইন্দ্ৰিয়গোচৰ প্ৰকৃতিৰ পৰা প্ৰতীক আহৰণে ভাবৰ সাধাৰণীকৰণক সাহায্য কৰে। (বাসন্তী কুমাৰ মুখোপাধ্যায় ; আধুনিক বাংলা কবিতাৰ ৰূপৰেখা ; পৃ. ২৯) যতীন দুৱৰায়ো জীৱনৰ পটভূমিত প্ৰতীকৰ সন্ধান কৰিছিল। কিন্তু পাৰ্বতিপ্ৰসাদৰ প্ৰতীকৰ ব্যঞ্জনাৰ পৰিসৰ ব্যাপক। যেনে 'সুৰৰ' প্ৰতীকী-ব্যঞ্জনাই ৰহস্যময় ভাব আৰু অনিৰ্বচনীয় ৰসৰ যোগান ধৰিবলৈ সক্ষম হৈছে। তদুপৰি পাৰ্বতিপ্ৰসাদৰ ব্যৱহৃত প্ৰতীক কেতিয়াবা অনেকাৰ্থক। পাৰ্বতিপ্ৰসাদৰ প্ৰতীক নিৰ্বাচনৰ আঁৰত আছে কবিৰ গভীৰ অভিজ্ঞতা আৰু জীৱনবোধ। প্ৰতীকৰ সাল-সলনিয়ে কবিৰ জীৱনৰ উত্থান-পতনৰো সংকেত দিছে। তদুপৰি পাৰ্বতিপ্ৰসাদৰ প্ৰতীকৰ মূৰ্চ্ছনা আছে যিয়েই তেওঁৰ কবিতাক সাংগীতিক পৰ্যায়লৈ উন্নীত কৰাত সহায় কৰিছে।

## (ঘ) পাৰ্বতিপ্ৰসাদৰ ৰচনাত চিত্ৰকল্পৰ প্ৰয়োগ

পাৰ্বতিপ্ৰসাদ মূলতঃ ৰোমান্টিক যুগৰ কবি। পাৰ্বতিপ্ৰসাদ চিত্ৰকল্প সম্পৰ্কে সচেতন নাছিল। সেয়ে হ'লেও পাৰ্বতিপ্ৰসাদৰ মন আৰু ৰুচিবোধ আছিল আধুনিক। পাৰ্বতিপ্ৰসাদৰ

কবিতাত প্ৰাচীনতাৰ সৈতে আধুনিকতাৰ মিশ্ৰণ দেখা যায়। অচেতনভাৱেই পাৰ্বতিপ্ৰসাদে কিছুমান চিত্ৰকল্প সৃষ্টি কৰি গৈছে। কবিৰ কল্পনা, অভিজ্ঞতা আৰু উপলব্ধিৰ নিবিড়তাই চিত্ৰকল্প সমূহক সঞ্চালিত কৰিছে। চিত্ৰকল্প হৃদয়ৰ পৰাই উদ্ভাসিত হয়। পাৰ্বতিপ্ৰসাদৰ চিত্ৰকল্প কোনো আধুনিক কাব্যিক-কৌশলৰ ফলশ্ৰুতি নহয় নাইবা অনুপ্ৰেৰণা নাইবা আমদানীকৃত বস্তু নহয়। পাৰ্বতিপ্ৰসাদৰ চিত্ৰকল্প নিজস্ব ভাবজগতৰ দ্বাৰা সৃষ্ট উপাদান যিয়েই তেওঁৰ সৃষ্টিশীলতাৰ উৎকৰ্ষতা নিৰ্ণয় কৰিছে। ঠিক তেনেকৈ পাৰ্বতিপ্ৰসাদে ব্যৱহাৰ কৰা প্ৰতীক কবিৰ সত্তা আৰু চেতনাৰ দ্বাৰা নিয়ন্ত্ৰিত। প্ৰাচীন আৰু ৰোমাণ্টিক যুগৰ বহুতো কবিয়ে প্ৰকৃতিৰ বিভিন্ন উপাদানক প্ৰতীক হিচাপে গ্ৰহণ কৰিছে। ঠিক তেনেদৰে কাব্যসজ্জাৰ উপকৰণ হিচাপে চিত্ৰকল্প আধুনিক হ'লেও শ্ৰেষ্ঠ কবিৰ ৰচনাত বিভিন্ন সময়ত চিত্ৰকল্পৰ পূৰ্বাভাস পোৱা যায়।

**চিত্ৰকল্পৰ স্বৰূপ আৰু প্ৰকাৰ ঃ** চিত্ৰকল্প কবি মনৰ অভিজ্ঞতাৰ ৰূপময় অভিব্যক্তি। শব্দ হৈছে কবিৰ অভিজ্ঞতাৰ মূৰ্ত ৰূপ। শব্দই কবি-মানসৰ চিত্ৰ-পৰম্পৰা আৰু ধ্বনি-তাৎপৰ্যক সংযুক্ত কৰে। সুবিন্যস্ত শব্দৰ শিল্পমণ্ডিত বিন্যাসৰ দ্বাৰা কবিয়ে পাঠক-মানসলৈ একোখন ছবিৰ ব্যঞ্জনা আনি দিব পাৰে। উপমায়ো ছবিৰ আবেদন জগাব পাৰে। সেয়ে হ'লেও উপমাত উপমানে উপমেয়ক আৱৰি ৰাখিব খোজে। কিন্তু চিত্ৰ কল্পই উপমান উপমেয় উভয়কে সংমিশ্ৰণ কৰি একোখন ছবিৰ সংবেদন দান কৰে- "মনৰ চকুৰে দেখা এই ছবিবোৰ জগাই তোলে শব্দপুঞ্জৰ জটিল অথচ প্ৰাণময় বিন্যাসে। (মহেন্দ্ৰ বৰা; পৃ. ২৬) পাশ্চাত্য কবি *এজৰা পাউণ্ড, টি, ই, হিউম, ফ্লেচাৰ, অল্‌ডিংটন এ্‌মলোয়েল, টি. এস এলিয়ট* প্ৰভৃতি কবিৰ কাব্যৰূপ বিচাৰত চিত্ৰকল্পবাদ (Imagism বা Poetic Image)এ বিশেষভাৱে স্বীকৃতি লাভ কৰিছে বিংশ শতাব্দীত। বিশ্বৰ কাব্য-সাহিত্যত প্ৰতীকবাদ, চিত্ৰকল্পবাদ, সুৰৰিয়েলিষ্ট ইত্যাদি মতবাদ গঢ়ি উঠিছে। *ৰসেটি, চুইনবাৰ্ণ* প্ৰভৃতি প্ৰি-ৰাফেলাইট কবিসকলে কাব্যৰ মৌল আধাৰ হিচাপে চিত্ৰকল্পৰ প্ৰাধান্য স্বীকাৰ কৰিছে। ঠিক তেনেদৰে *বোড়লেয়াৰ, ভেৰলেন* প্ৰভৃতি প্ৰতীকবাদী সকলে প্ৰতীকৰ প্ৰাধান্য স্বীকাৰ কৰিছে। সমালোচক *চিচিল, ডে লুইচে* চিত্ৰকল্পৰ আলোচনা প্ৰসংগত কৈছে কবিতাত চিত্ৰকল্পই মূল বিষয়ক প্ৰতিবিম্বিত কৰাতকৈ ভাবক জীৱন আৰু ৰূপ দান কৰে। (The images in a poem are like a series of mirrors set at different angles so that. as the theme moves on it is reflected in a number of different aspects. But they are magic mirrors ; they do not merely reflect the theme they give it life and form ; it is in their power to make a spirit visible. - C. Day lewis ;

The Poetic Image ; P. 80) তেওঁ কবিতাক বাঙ্ময় চিত্র আখ্যা দিছে। শব্দেৰে এই চিত্র সমূহ নির্মাণ কৰা হয়। কবিৰ কল্পনা জগতৰ সৃষ্টিক্ষম ভাষাৰ দ্বাৰা ৰচিত এই চিত্রসমূহক চিত্রকল্প নাইবা বাক্‌প্রতিমা বোলা হয়। (বিমল কুমাৰ মুখোপাধ্যায় ; সাহিত্যের মানচিত্রঃ দ্বীপ থেকে মহাদেশে ; পৃ. ১৭)

*টি, ই, হিউম, কর্ডৱেল, এজৰা পাউণ্ড* ("ইমেজ হ'ল বৃদ্ধি ও আবেগৰ সংমিশ্রণজাত এক অভিনব বিগ্রহ।"), *মালার্মে*আদি সমালোচক সকলে চিত্রকল্পৰ বিভিন্ন সংজ্ঞা আৰু লক্ষণ আঙুলিয়াই দেখু ৱাইছে। কবিৰ জীৱন আৰু জগতৰ সত্য অভিজ্ঞতা যেতিয়া চিত্রস্তনিত ধ্বনিৰ মর্মস্পর্শিতাৰে প্রকাশিত হয় তেতিয়াই ই চিত্রকল্প হৈ উঠে। (জীবনানন্দ দাশ ; কবিতার কথা ; পৃ. ৪৭) কবিতাৰ চিত্রকল্পই পাঠকক দৈনন্দিন জীৱনত পাবলৈ নোহোৱা এক ধৰণৰ চৈতন্য দান কৰে। (The image in a poem give the reader a moment of illumination beyond normal apprehension and so introduced him to a kind of sensibility not to be found in everyday living -- C B. Cox & A. E. Dyson . Introduction : Modern poetry ; **Studies in Poetical Criticism ; p 13**) সহজ কথাত চকুৰে দেখা ছবিকে চিত্রকল্প বোলা হয়। কিন্তু এই ছবি ৰং ৰেখাৰে আঁকা ছবি নহয়; শব্দেৰে আঁকা ছবি। ছবিৰ মাজত অন্তর্নিহিত হৈ থকা ৰং, ৰেখাৰ ধাৰণা শব্দ আৰু ব্যঞ্জনাৰ মাজেৰে প্রতিফলিত হয়। তাৰ ফলত সংগীত আৰু চিত্রৰ সুষম সমন্বয় সাধিত হয়। কবিয়ে মনত উদয় হোৱা সুকুমাৰ অনুভূতি প্রকাশৰ বাবে শব্দ, কল্পনা আৰু অভিজ্ঞতাৰ সংমিশ্রণ ঘটাই একোখন শব্দ-চিত্র নির্মাণ কৰে। এই শব্দ চিত্র সমূহৰ শিল্প মণ্ডিত প্রকাশৰ ফলত একোটি চিত্রকল্পৰ জন্ম হয়। এই চিত্রকল্প সমূহ চিত্রৰ ধ্বনি মাধুর্য আৰু বিচিত্র অর্থ-ব্যঞ্জনাৰে পৰিপূর্ণ। বহল অর্থত গীত আৰু ছবিৰ সমন্বয় আৰু শিল্পসম্মত প্রকাশেই কবিতা।

আধুনিক কাব্য-সাহিত্যে চিত্রকল্পৰ গুৰুত্ব বৃদ্ধি পাইছে কেৱল কবিতাতেই নহয়, যিকোনো সৃষ্টিধর্মী সাহিত্য-কর্মৰ মাজত চিত্রকল্প প্রতিফলিত হ'ব পাৰে। আধুনিক সমালোচনা সাহিত্যত চিত্রকল্প শব্দটো ব্যাপক অর্থত ব্যৱহৃত হৈছে। এই দিশৰ পৰা চিত্রকল্প বহু অর্থজ্ঞাপক এক কাব্যিক পৰিভাষা। যিখিনি বর্ণনাৰ অতীত সেইখিনি চিত্রকল্পই প্রকাশ কৰে। চিত্রকল্পই ভাবৰ জোখাৰে প্রয়োজন হোৱা ভাষাৰ মাটনিক পৰিপূর্ণতা দান কৰে। চিত্রকল্পই পাঠকৰ সন্মুখত ইন্দ্রিয় গ্রাহ্য বস্তুক ছবিৰ মাধ্যমত উত্থাপন কৰায়। বহুক্ষেত্রত দেখা যায় কবিয়ে বিমূর্ত ভাব-কল্পনা অভিজ্ঞতাক চিত্রমণ্ডিত ৰূপত প্রকাশ কৰিবৰ বাবে প্রতীকধর্মী হৈ উঠে। বুদ্ধি আৰু অনুভূতিৰ সুষম প্রয়োগৰ ফলত একোটি চিত্রকল্প পাঠকৰ হৃদয়লৈ অনায়াসে সঞ্চাৰিত হয়।

চিত্ৰকল্প আধুনিক কাব্য-সাহিত্যৰ বহু চৰ্চিত অংগ হ'লেও পৰম্পৰাগত সাহিত্য, অসমীয়া প্ৰাচীন সাহিত্য আৰু লোক-সাহিত্যৰ মাজতো কিছুমান স্বতঃস্ফূৰ্ত চিত্ৰকল্প পোৱা যায়। মালিতা, বিয়ানাম, বিহুগীতবোৰ অনেক চিত্ৰকল্পৰে পৰিপূৰ্ণ। সেয়ে হ'লেও পৰম্পৰাগত সাহিত্যত চিত্ৰকল্প অলংকাৰ হিচাপেহে ব্যৱহাৰ হৈছিল ; চিত্ৰকল্পৰ প্ৰধান উপাদান-সংকেত, ৰূপক উৎপেক্ষা আদিৰ ভূমিকা গুৰুত্বপূৰ্ণ নাছিল। নাইবা চিত্ৰকল্পবোৰ কলা-কৌশলসম্ভূত নাছিল। এই কথা ৰোমান্টিক যুগৰ কবিতাৰ ক্ষেত্ৰতো প্ৰযোজ্য। অসমীয়া ৰোমান্টিক কবিসকলে নিজৰ অজ্ঞাতেই স্বতঃস্ফূৰ্তভাৱে অনেক চিত্ৰকল্পৰ সৃষ্টি কৰি থৈ গৈছে। কিন্তু ঊনবিংশ শতিকাৰ কালছোৱাত চিত্ৰকল্প কবিতাৰ অত্যাৱশ্যকীয় অংগক পৰিণত হোৱা নাছিল। কুৰি শতিকাৰ আৰম্ভণিতহে পাশ্চাত্য সাহিত্য জগতত কবিতাৰ আংগিক সম্পৰ্কীয় আন্দোলন এটিয়ে গঢ় লৈ উঠে। চিত্ৰকল্পবাদী আন্দোলনৰ বীজ নিহিত হৈ আছিল ফ্ৰান্সত বিশেষ প্ৰভাব বিস্তাৰ কৰা প্ৰতীকবাদী আন্দোলনৰ মাজত। কুৰি শতিকাৰ আৰম্ভণিতে এই বীজ অংকুৰিত হৈছিল। এই আন্দোলনৰ মূল উদ্দেশ্য আছিল কাব্যত চিত্ৰধৰ্মী ভাষাৰ প্ৰয়োগ আৰু কালক্ৰমত চিত্ৰকল্পই কবিতাৰ আত্মা হিচাপে বিবেচিত হয়। কুৰি শতিকাৰ চল্লিশৰ দশকত আধুনিক অসমীয়া কাব্য সাহিত্যতো পাশ্চাত্য আদৰ্শেৰে কবিসকলে চিত্ৰকল্পৰ সন্ধান কৰিবলৈ লয় আৰু কবিতাৰ বিষয়বস্তু আৰু আংগিকৰ ক্ষেত্ৰখনত অভিনৱত্বৰ সূচনা কৰে।

**চিত্ৰকল্পৰ প্ৰকাৰ ঃ** বিভিন্ন জনে বিভিন্ন ধৰণেৰে চিত্ৰকল্পৰ বিভিন্ন প্ৰকাৰ দেখুৱাইছে। ৰিছাৰ্ডছে চিত্ৰকল্পক দুটা ভাগত বিভক্ত কৰিছে ; Tied Images আৰু Free Imagery তাৰ বাহিৰেও তেওঁ Visual Image ৰ উল্লেখ কৰিছে। (I. A. Richards; practical Criticism: p. 362) য়ুৰোপীয় সমালোচক সকলে চিত্ৰকল্পক বহুতো প্ৰকাৰত বিভক্ত কৰিছে। যেনে ; দৰ্পণ চিত্ৰকল্প (mirror-image), উত্তৰ চিত্ৰকল্প (after-image), স্মৃতি চিত্ৰকল্প (memory-image), সংনোন্দনিক কল্পনা (Synaesthetic-imagination) ইত্যাদি। (মহেন্দ্ৰ বৰা ; পৃ. ২৬) তদুপৰি কল্পনা চিত্ৰকল্প (imagination-image), স্বপ্ন চিত্ৰকল্প (dream-image), মায়া চিত্ৰকল্প (hallucination image), পুঞ্জিত চিত্ৰকল্প ইত্যাদি চিত্ৰকল্পৰ অন্য কেইটিমান প্ৰকাৰৰ উল্লেখ পোৱা যায়। ৰবিন স্কেলটনে, দি পয়েটিক পেটাৰ্ণ নামৰ গ্ৰন্থত চিত্ৰকল্পৰ কেইবাটাও প্ৰকাৰৰ কথা উল্লেখ কৰিছে। যেনেঃ সাধাৰণ চিত্ৰকল্প, বিমূৰ্ত চিত্ৰকল্প, অব্যৱহিত চিত্ৰকল্প, সম্মিলিত চিত্ৰকল্প, মিলিত চিত্ৰকল্প, জটিল চিত্ৰকল্প, সম্মিলিত বিমূৰ্ত চিত্ৰকল্প, বিমূৰ্ত সম্মিলিত চিত্ৰকল্প আৰু বিমূৰ্ত জটিল চিত্ৰকল্প। (বাৰ্ণিক ৰায়; কবিতা চিত্ৰিত ছায়া; পৃ. ৩৮)

**পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ চিত্ৰকল্প বিচাৰ**

পাৰ্বতিপ্ৰসাদৰ কবিমানসক অসমৰ সেউজ প্ৰকৃতি আৰু সৰল গ্ৰাম্য জীৱনৰ চিত্ৰই প্ৰভাৱান্বিত কৰিছিল। সেয়ে তেওঁৰ কিছু সংখ্যক কবিতাত নৈসৰ্গিক সৌন্দৰ্যৰ চিত্ৰ উদ্ভাসিত হৈছে। কল্পনা আৰু অনুভূতিৰ তীব্ৰতাৰে পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ চিত্ৰকল্প সমূহে নান্দনিক সৌন্দৰ্য দান কৰিছে। পৰিচিতৰ মাজতে অপৰিচিতৰ আস্বাদ আনি দিছে।

(ক) দৰ্পণ চিত্ৰকল্প (**mirror-image**) সৰল কথাত দৰ্পণ চিত্ৰকল্পই দৰ্শনেন্দ্ৰিয়ক একোখন ছবিৰ ব্যঞ্জনা আনি দিয়ে। "দৰ্পণ চিত্ৰকল্প যদিও মূলতঃ দৰ্শনেন্দ্ৰিয়বেদ্য চিত্ৰকল্প তথাপি ই কেৱল দৰ্শনীয় বস্তুৰেই নহয় গতিশীল ঘটনাৰ ৰূপ, যাৰ প্ৰৱহমানতাই মৌল বস্তু। গতিকে পাঠক মনে সেই বস্তুৰ উপলব্ধি অন্যান্য ইন্দ্ৰিয়ৰ সহযোগতো গ্ৰহণ কৰে।" (মহেন্দ্ৰ বৰা ; সাহিত্য উপক্ৰমণিকা; পৃ. ২৪-২৫) উদাহৰণ স্বৰূপে ;

নাহৰ গছৰ কুঁহিপাতত
পোহৰ পেলাই ফাগুন আহিছে
সখিয়তীৰ মিহিমাতত
লহৰ খেলাই ফাগুন আহিছে।
(লুইতী)

উক্ত উদাহৰণটো মূলতঃ যদিও দৰ্শনবেদ্য চিত্ৰকল্প তথাপি পাঠকে তাৰ মূল সৌন্দৰ্য উপলব্ধি কৰোতে অন্যান্য ইন্দ্ৰিয় যেনে শ্ৰৱণেন্দ্ৰিয়ৰ সহায় ল'ব লগা হৈছে। দৰ্পণ চিত্ৰকল্পৰ অন্য দুটা উদাহৰণ —

বগা ডাৱৰেৰে মূৰতে পাগুৰি
কোননো কোঁৱৰ আহি
দোকমোকালিতে মোৰে দুৱাৰতে
কিয় ভুমুকিয়ালেহি।
(শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল)

...ৰৰৰ যুজঁতে সূৰুয জিকিলে
এন্ধাৰ কৰবালে গ'ল ;
পোহৰৰ কাঁড়েৰে ডাৱৰ সৰকালে
বতৰ ফৰকাল হ'ল।
(ঐ)

(খ) **শ্ৰৱণেন্দ্ৰিয়বেদ্য চিত্ৰকল্প (Auditory-image)**

কোনে ডাৱৰে ডাৱৰে মৃদং বজায়
গুৰ গুৰ গুৰ গুৰ
কোন বায়নৰ খোলৰ বোলত
আকাশ ভৰপূৰ। (গুণগুণনি)

এই চিত্ৰকল্পটোৰ আবেদন শ্ৰৱণ ইন্দ্ৰিয়ৰ জৰিয়তে পাঠকে লাভ কৰিবলৈ সক্ষম হৈছে। তদুপৰি ই দৰ্শন ইন্দ্ৰিয়কো সজাগ কৰি তুলিছে।

(গ) **দৰ্শনেন্দ্ৰিয়বেদ্য চিত্ৰকল্প (Visual image)** ("to think of something in any concreate fashion." I. A. Richards: Practical Criticism; P. 362)ঃ পাৰ্বতিপ্ৰসাদৰ গ্ৰাম্যজীৱনৰ ছবি থকা নৈসৰ্গিক বৰ্ণনা সমূহৰ মাজেৰে উদ্ভাসিত হোৱা চিত্ৰসমূহক দৰ্শনেন্দ্ৰিয়বেদ্য চিত্ৰকল্প আখ্যা দিব পাৰি। উদাহৰণ অনেক আছে। তাৰে দুটিমান দাঙি ধৰা হ'ল।

পদূলিত শাৰী শাৰী
কুমলীয়া নাহৰ কিজোপাই
তাম বৰণীয়া কুঁহিপাতৰ
জুই আগুনিৰ আঁৰিয়া জ্বলাই
ৰঙচুৰা পোহৰ ঢালি
বাট দেখুৱাই দিছে
(খেল ভঙা খেল)

সূৰুয কোঁৱৰে ছুটি মেলি আহে
চেকুৰাই সাতোটি ঘোঁৰা
সোণালী পোহৰৰ ধূলি উৰি আহে
উজলি চৌদিশ জোৰা।
(লুইতী)

(ঘ) **সংনান্দনিক কল্পনা (Synaesthetic-imagery)** (The mixing of sensations the concurrent appeal to more than one sense; the response through several senses to the stimulation of one. For instance 'hearing' a 'colour' or 'seeing' a 'smell' J. A. Cuddon: A Dictionary of Literary

terms; P. 659) ঃ কিছুমান চিত্ৰকল্প বিভিন্ন অনুভূতিৰ সংমিশ্ৰত গঢ় লৈ উঠে। এটা ইন্দ্ৰিয়ৰ উপলব্ধিক অন্য এটা ইন্দ্ৰিয়ৰ উপলব্ধিলৈ তাৎক্ষণিক ৰূপান্তৰ কৰাৰ ফলত কিছুমান চিত্ৰ ৰূপাতীত আৰু অনুভৱবেদ্য হৈ উঠে। পাৰ্বতিপ্ৰসাদৰ ৰচনাতো এনে দুই-এটি উদাহৰণ বিচাৰি পোৱা যায়। যেনে;

থল পদুমৰ ৰঙা পাহিত
চৰণ বুলাই ফাগুন আহিছে
ফুলকুৱঁৰীৰ মুখৰ হাঁহিত
বৰণ মিলাই ফাগুন আহিছে। (লুইতী)

'বাজিছে ৰঙৰে সুৰ', 'সুৰৰ টৌৰ খেলা', 'পোহৰ ৰেণুৰ সুৰ উফৰি গগণ ভৰিল', 'মাটিত মেঘৰ সুৰ জাগে,' 'সুৰৰ ৰাগীত কঁপে পোহৰ', 'জোনাকত ওপঙিল কিহবাৰে ৰাগী', 'ৰঙৰ ৰসত হৃদয় বুৰে' ইত্যাদি বাক্যাংশত একোখনি খণ্ড চিত্ৰ উদ্ভাসিত হৈছে যাক বিভিন্ন ইন্দ্ৰিয়ৰ সংমিশ্ৰণেৰেহে উপলব্ধি কৰিব পৰা যায়। তেনেধৰণৰ অন্য এটি উদাহৰণ;

সুৰৰ ভৰত কঁপে তৰা
আকাশ ভৰা
পাতে পাতে পোহৰ নাচে,
বনে বনে নেপুৰ বাজে
ৰুণ জুন জুন। (গুণগুণনি)

(ঙ) **পৰবৰ্তী চিত্ৰকল্প (After-image)** ঃ পৰৱৰ্তী চিত্ৰকল্প অনুভৱৰ দ্বাৰা নিৰ্মিত ছবি। "শেষ হৈ যোৱা উপলব্ধিৰ ৰেশ য'ত ৰৈ যায় সেয়ে হ'ল পৰৱৰ্তী চিত্ৰকল্প। (কৰবী ডেকা হাজৰিকা ; কবিতাৰ ৰূপছায়া; পৃ. ৪০) যেনে ;

মনত পৰেহি কোনোবা পুৰণি
জোনাকী বিৰহ বেথা;
মাধৈ মালতীৰ লতাৰ আঁৰৰ
গোপন মিলন কথা।

(চ) **স্বপ্ন-চিত্ৰকল্প** (Dream-image) ঃ এই চিত্ৰকল্পত এক ধূসৰ অনুভূতি বিৰাজমান। পাৰ্বতিপ্ৰসাদে পাৰ্থিৱ সৌন্দৰ্যৰ মাজত যি অনিৰ্বচনীয় সৌন্দৰ্য উপলব্ধি কৰিছে তাৰ ভিত্তিত আঁকা কিছুমান ছবি পোৱা যায়। উদাহৰণ ;

নীল বৰণীয়া তেওঁৰে ওৰণি
ছাটি মাৰি ঢাকে ধৰণী

আজি সমীৰত তেওঁৰে সুৰৰ
সপোন ওপঙি যায়
তেৰেঁ ভুমুকিয়াই চায়        (শুঃ ডাঃ কঃ ফুঃ)
************
মেঘৰ সাঁচত অপৰূপৰ
ৰঙা দুটি চৰণ (ঐ)

**সুৰ আৰু পোহৰৰ চিত্ৰৰূপময় বৰ্ণনা**

পাৰ্বতিপ্ৰসাদৰ গীতত 'সুৰৰ' চিত্ৰই ভিন্ন অৰ্থৰ দ্যোতনা দান কৰিছে। কবিৰ মনৰ বিভিন্ন ভাবৰ সুৰগত ৰূপায়ণৰ মাজেদি একোটি সূক্ষ্ম চিত্ৰ উদ্ভাসিত হৈছে। কথাৰে যাক প্ৰকাশ কৰিব নোৱাৰি সুৰে সেই কথাৰ প্ৰাণক প্ৰকাশ কৰিব পাৰে। গানৰ চিত্ৰকল্পই এই গধুৰ দায়িত্ব পালন কৰে। (সৰোজ বন্দোপাধ্যায়; 'ৰবীন্দ্ৰ গীতিৰ চিত্ৰকল্প' আলো-আঁধারের সেতু ঃ ৰবীন্দ্ৰ চিত্ৰকল্প ; পৃ. ১১৬) পাৰ্বতিপ্ৰসাদৰ গীতত ব্যৱহৃত *সুৰৰ চিত্ৰৰ* উদাহৰণ ;

'প্ৰাণত পশিল সুৰৰ জুই', 'বৈ গ'ল সুৰৰ ঋণ', 'সুৰৰ ৰাগীত কঁপে পোহৰ', 'সুৰৰ ভৰত কঁপে তৰা', 'সুৰ পৰশত পুলক জাগে', 'খেলিছো সুৰৰ খেলা', 'উঠিল সুৰৰ হেন্দোলনি থৌকি-বাথৌ,' 'নুশুনা সুৰৰ জোঁকাৰ', 'তোমাৰ সুৰৰ ঢৌৰ খেলা,' 'তোমাৰ হিয়াত যি সুৰ বাজে', 'তোমাৰ সুৰত তুলিছে ৰৰ', 'ধৰণীত নামিছে ধীৰে নিফুট সুৰ', 'সুৰদি সুৰৰ ঢৌ খেলোতেই', 'তেওঁৰে গীতৰ গুণগুণনিৰ সুৰ' ইত্যাদি। এই বিলাক একোটি পূৰ্ণাংগ চিত্ৰকল্প নহয় যদিও এনে একোটি ব্যঞ্জনামণ্ডিত শব্দৰ পাখিত ভৰ দি চিত্ৰকল্প ফুটি উঠিছে। চিত্ৰকল্প হিচাপে ইবিলাকৰ বৈশিষ্ট্য হৈছে কথাক অতিক্ৰম কৰি সুৰৰ দ্বাৰা অশেষ আৰু অনিৰ্বচনীয়ৰ সংকেত দান কৰা কাৰ্যত। সুৰৰ চিত্ৰকল্প সমূহে পাঠকৰ মন ভাবলোকত প্ৰৱেশ কৰোৱাবলৈ সক্ষম হৈছে। ৰবীন্দ্ৰনাথৰ দৰে পাৰ্বতিপ্ৰসাদে গীতত সুৰৰ চিত্ৰকল্প ব্যৱহাৰ কৰিছে। সুৰৰ শব্দচিত্ৰই কেতিয়াবা শ্ৰৱণেন্দ্ৰিয়ৰ, কেতিয়াবা দৰ্শণেন্দ্ৰিয়ৰ আৰু কেতিয়াবা উভয়ৰ এক মিশ্ৰিত অনুভূতিৰ আবেদন জন্মায়। পাৰ্বতিপ্ৰসাদৰ গীতত পোহৰ শব্দত ভৰদি অনেক চিত্ৰ উদ্ভাসিত হৈছে। তাৰে দুটিমান উদাহৰণ ; 'পোহৰ-বীণৰ তাঁৰ কিডালি', 'পোহৰ ৰেণুৰ সুৰ উফৰি', 'পোহৰৰ কাঁড়েৰে ডাৱৰ সৰকালে', 'পোহৰৰ বাণী কুৰুৱাছাটিয়ে আনে', 'পোহৰ সৰি পৰে', 'পোহৰৰ লহৰ খেলাই' 'পোহৰৰ ৰং পাখিত লগাই', 'পোহৰ জৰা গীত', 'পোহৰ দেশৰ জুৰ ৰদালিত' ইত্যাদি। মুঠ কথাত, পাৰ্বতিপ্ৰসাদৰ ইন্দ্ৰিয় নিৰ্ভৰ চিত্ৰ সমূহে কেতিয়াবা একোখনি খণ্ড চিত্ৰ আৰু কেতিয়াবা একোখনি পূৰ্ণাংগ চিত্ৰৰ যোগান ধৰিছে।

### ছাঁ-পোহৰৰ মিশ্ৰিত চিত্ৰৰূপময় বৰ্ণনা

পাৰ্বতিপ্ৰসাদৰ সূক্ষ্মদৰ্শী কবি-মানসে বিভিন্ন গীত আৰু কবিতাৰ মাজত ছাঁ-পোহৰৰ দোদুল্যমান একোখনি খণ্ডচিত্ৰ অংকন কৰি মানৱ জীৱনৰ সুখ-আনন্দৰ ৰহস্যময় ৰূপ উদঙাই দেখুৱাবলৈ প্ৰয়াস কৰিছে। কবিৰ চিন্তা-উপলব্ধিৰ ৰহস্যময়তাৰে উদ্ভাসিত কিছুমান চিত্ৰ দাঙি ধৰা হ'ল। যেনে— 'দূৰণিৰ সেই-ছাঁ পোহৰৰ / বোল সানো নতুন প্ৰাণত', 'ছয়াঁ বাটত দেখি ৰেখা' ; দূৰত ৰূপৰ ছাঁয়া,' 'জীৱনৰ ছঁয়া', সৌ নীল গগনত ছয়াঁ-ছবি লেখা', 'ছাঁ-জুইৰ পোহৰত/ ধন লেখিলি', 'ছাঁ জুই খেদি', ইত্যাদি *মানস চিত্ৰ* সমূহে কবিৰ চিন্তা ভাৱনাক প্ৰতিফলিত কৰিছে।

### আধুনিক চিত্ৰকল্পৰ সৈতে পাৰ্থক্য

উপৰোক্ত বিশ্লেষণাত্মক আলোচনাৰ জৰিয়তে পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতা উভয়তে কিছুমান চিত্ৰকল্পৰ সন্ধান পোৱা গ'ল। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতা সবল চিত্ৰকল্পৰ গুণেৰে গুণান্বিত। কবিতাৰ চিত্ৰকল্প আৰু গানৰ চিত্ৰকল্পৰ মাজত সূক্ষ্ম প্ৰভেদ আছে। কবিতাৰ ভাবনাৰ গতিশীলতাৰ সৈতে বৌদ্ধিক সম্বন্ধ সক্ৰিয় হৈ থাকে। কবিতাৰ মূল বক্তব্যৰ ওপৰত ভাষাৰ স্বাতন্ত্ৰ্য থাকে। ভাষাই বক্তব্যৰ ধৰণক নিয়ন্ত্ৰণ কৰে। ভাবৰ বিচিত্ৰতা কবিতাত প্ৰকাশিত হ'ব পাৰে। আনহাতে গানত মনৰ এটি স্থায়ী ভাবকহে প্ৰকাশ কৰা হয়। সুৰগত ৰূপায়ণৰ দ্বাৰা সেই স্থায়ী ভাব গীতৰ মাজেদি উপস্থাপিত হ'ব পাৰে। সেয়ে কবিতাৰ চিত্ৰকল্পৰ ভৰ গীতৰ চিত্ৰকল্পই বহন কৰাটো জৰুৰী নহয়। গীতত প্ৰয়োগ হোৱা চিত্ৰকল্প সমূহ সুৰৰ পাখিত ভৰ দি উৰিব পৰা হোৱা উচিত। অন্যথাই গীতৰ সৌন্দৰ্য বিনষ্ট হোৱাৰ আশংকা থাকে। মুঠকথাত কবিতাৰ চিত্ৰকল্পৰ স্বাধীনতাতকৈ গীতৰ চিত্ৰকল্পৰ স্বাধীনতা কম।

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতা গীতিকবিতাৰ লক্ষণেৰে পুষ্ট। গীতিময়তাই গীতিকবিতাৰ মূল কথা। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতা উভয়তে কবিৰ ইন্দ্ৰিয়-চেতনা, আবেগ-অভিজ্ঞতা, চেতনাবোধ আদিৰ সংমিশ্ৰণত চিত্ৰকল্প সমূহ গঢ় লৈ উঠিছে। সবল ভাব আৰু সূক্ষ্ম সৌন্দৰ্যানুভূতি কল্পনাশীলতাৰ মাধ্যমেৰে প্ৰকাশিত হৈছে। ভাবৰ জটিলতা নাইবা বুদ্ধিনিষ্ঠ চিন্তাৰ পৰশ ইবিলাকত নাই। চিত্ৰকল্প সমূহে কবিৰ ৰোমান্টিক কল্পনাৰ স্বাক্ষৰ বহন কৰিছে। সৌন্দৰ্য আৰু বিস্ময়বোধ চিত্ৰকল্প সমূহৰ মাজত পৰিস্ফুট হৈছে। তদুপৰি কবিমনৰ বিচিত্ৰ অভিজ্ঞতা দৃশ্যময়, শ্ৰাব্যময় আৰু মানসিক ৰূপত চিত্ৰকল্প সমূহৰ মাজেদি প্ৰকাশিত হৈছে।

আধুনিক চিত্ৰকল্প আৰু ৰোমান্টিক চিত্ৰকল্পৰ মাজত পাৰ্থক্য আছে। ৰোমান্টিক চিত্ৰকল্পৰ মুখ্য সম্পদ হৈছে ব্যঞ্জনাধৰ্মিতা। এই চিত্ৰকল্প সমূহৰ ৰূপৰেখা অস্পষ্ট আৰু ৰহস্যময়। আনহাতে আধুনিক কবিতাৰ চিত্ৰকল্প গূঢ়ত্বৰ ব্যঞ্জনা, ইন্দ্ৰিয় ঘনতা, বৌদ্ধিক মনন, প্ৰতীকী চিত্ৰণ আৰু বৈদগ্ধ্যভঙ্গীৰ সমন্বয়িত ৰূপ। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত আধুনিক চিত্ৰকল্পৰ লক্ষণ সমূহ প্ৰকাশিত নহ'লেও ইন্দ্ৰিয়বেদ্য অনুভৱ আৰু শিল্পমণ্ডিত অভিজ্ঞতাৰ চিত্ৰধৰ্মী বৰ্ণনাৰ মাজেৰে উদ্ভাসিত হৈছে।

**নান্দনিক দৃষ্টিত পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত বৰ্ণ আৰু ধাতুৰ ব্যৱহাৰ**

চিত্ৰশিল্পীয়ে যেনেকৈ ৰঙৰ ব্যৱহাৰৰ দ্বাৰা মনৰ বিভিন্ন অৱস্থাক প্ৰকাশক্ষম কৰি তোলে ("Our task, therefore of communicating colour is one of describing a mental construct and in this respect has many similarities to the task of communicating an idea" *কেতকী কুশাৰ ডাইসন, সুশোভন অধিকাৰী;* "Getting the measure of colour: art. science and linguistics". ৰঙেৰ ৰবীন্দ্ৰনাথ; পৃ. ৭২৬) ঠিক তেনেকৈ কবি-সাহিত্যিকে তেওঁলোকৰ ৰচনাত বিভিন্ন মানসিক অৱস্থাৰ প্ৰকাশ দিয়ে ৰঙবাচক শব্দৰ প্ৰয়োগেৰে।

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত কবিৰ মনোজগতৰ বিচিত্ৰ ভাব-অনুভূতি বিভিন্ন বৰ্ণৰ ব্যৱহাৰৰ ইংগিতময়তাৰে প্ৰকাশিত হৈছে। কীট্‌ছৰ দৰে পাৰ্বতিপ্ৰসাদে বিভিন্ন ভাবৰ অনুকূলে বিভিন্ন ৰঙৰ উল্লেখ কৰিছে। পাৰ্বতিপ্ৰসাদৰ দৃষ্টি আৰু অনুভৱত ৰং কেৱল বাহ্যিক বৰ্ণালী হৈ থকা নাই। বৰ্ণই কবিৰ চিত্তবৃত্তিৰ ইংগিতময় ৰূপ বহন কৰিছে। পাৰ্বতিপ্ৰসাদৰ নিৰ্বাচিত আৰু ব্যৱহৃত বৰ্ণ সমূহ হৈছে; *সেউজীয়া, বগা । শুকুলা, ক'লা, সোণালী, ৰূপালী, ৰঙা আৰু নীলা।*

পাৰ্বতিপ্ৰসাদৰ উপলব্ধি আৰু চেতনাত *সেউজীয়া* বৰণ শান্তি, প্ৰেৰণা আৰু সাহসৰ প্ৰতীক হৈ ধৰা দিছে। যেনে ; 'সেউজীয়া জুই আগুনি', 'সেউজীয়া ৰাগী', 'সেউজীয়া জীৱন ৰস', সেউজী পাম', সেউজীয়া চাপৰি' আদি। *ঠিক তেনেদৰে বগা বা শুকুলা বৰণ* কবিমনৰ পৱিত্ৰতা আৰু আসক্তিহীনতাৰ প্ৰতীক ৰূপত উদ্ভাসিত হৈছে। যেনে ; 'শুকুলা মেঘ', 'শুকুলা শিল', 'বগা পাল', বগা ডাৱৰৰ শাৰী,' 'শুকুলা ফুল', শুকুলা জয়ধ্বজা', 'প্ৰেমৰ ধল' (ধল বা বাঢ়নী পানী বগা দেখা যায়), 'বগা পাখি মেলি', 'ধৱলী বৰণ' ইত্যাদি। পাৰ্বতিপ্ৰসাদৰ ব্যৱহৃত ক'লা ৰং দুখ-বেজাৰৰ প্ৰতীক হৈ ধৰা দিছে। উদাহৰণ স্বৰূপে ; 'ক'লা ৰং কোনে সানিলে', 'ক'লা যৱনিকা', 'কলীয়া ডাৱৰৰ চকু পানী টোকা কান্দোন' ইত্যাদি। *সোণালী বৰণ* আশা-আনন্দৰ মিশ্ৰিত ৰূপত উদ্ভাসিত হৈছে। যেনে ;

'সোণালী পুৱা', 'সোণালী পোহৰ ৰেণু', 'সোণোৱালী ৰেখা' ইত্যাদি। সেইদৰে ৰূপালী বৰণৰ মাজত কবিৰ উদাস-আকুল মনৰ পৰিচয় প্ৰতিফলিত হৈছে ; 'জোনৰ পোহৰ ৰূপালী বগা', 'ৰূপালী ৰেণুৰে ঢল বৈ আহে', 'ৰূপালী জোনাক' ইত্যাদি। পাৰ্বতিপ্ৰসাদৰ ৰচনাত ৰঙা ৰঙৰ ব্যৱহাৰ কম। 'ৰঙা' দুই এঠাইত বাসনাৰ প্ৰতীক হৈ ধৰা দিছে। যেনে— 'তোমাৰ খোপাৰ সৰিপৰা এটি ৰঙা কৰবীৰ পাহি', 'থল পদুমৰ ৰঙা পাহি', আনহাতে 'ৰঙা' ভগৱানৰ চৰণৰ বোল ৰূপৰে প্ৰকাশিত হৈছে। যেনে— 'ৰঙা দুটি চৰণ'। আনহাতে নীলা বৰণৰ ব্যৱহাৰো বিৰল। দুই এঠাইত যেনে— 'নীলিম আকাশ, 'নীল গগন' কেৱল আকাশৰ বৰণ হিচাপেহে প্ৰকাশিত হৈছে। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত আনুষংগিক বৰণ যেনে শেঁতা বৰণ, বঁহীয়া পৰা ৰং আৰু মুকুতা বুলীয়াই ক্ৰমে হতাশা, ৰিক্ততা আৰু আশাহীনতাৰ ইংগিত দান কৰিছে।

**সোণ ধাতুৰ প্ৰয়োগ ঃ** পাৰ্বতিপ্ৰসাদৰ ৰোমান্টিক কল্পনাক 'সোণ' ধাতুৰ বৰ্ণ আৰু উজ্জ্বলতাই বিশেষভাৱে প্ৰভাৱিত কৰিছে। ধাতুৰ ভিতৰত 'সোণ'ত আলৌকিক দীপ্তি আৰু মনোহাৰী আকৰ্ষণ অধিক। সোণৰ বৰ্ণ আৰু উজ্জ্বলতাই কবিৰ ভাৱজগতক আলোকিত কৰিছে। যেনে — 'সোণৰ পদুম', 'সোণৰ পোহৰ', সোণ শৰত', 'সোণৰ কলচী,' 'সোণৰ অসম', সোণৰ মন্দিৰ', 'সোণৰ হৰিণা', 'সোণৰ সোলেং,' 'সোণৰ পুৱা', 'সোণোৱালী শইচ' ইত্যাদি ধাতুৰ চিত্ৰৰূপময় বৰ্ণনাৰ ভিতৰত উল্লেখযোগ্য।

উপৰোক্ত বিশ্লেষণাত্মক আলোচনাসমূহৰ মাজেৰে এটা কথা প্ৰতিপন্ন হ'ল যে পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতা সমূহ নান্দনিক গুণেৰে সমৃদ্ধ। প্ৰাচ্য আৰু পাশ্চাত্যৰ নন্দনতাত্ত্বিক দৃষ্টিভংগীৰ প্ৰতিফলন পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত দেখা যায়। পাৰ্বতিপ্ৰসাদৰ জীৱন-চেতনা, নান্দনিক ৰসবোধৰ মাজেৰে বিকশিত হৈ কাব্য-চেতনাত ৰূপায়িত হৈছে।

# এঘাৰ

# পাৰ্ব্বতিপ্ৰসাদৰ কবি-মানসত ৰাবীন্দ্ৰিক চিন্তা-চেতনাৰ সংগ্ৰহণ

বিভিন্ন কবিতাত বিভিন্ন কাব্য-ঐতিহ্য আৰু কাব্য-ভাবনাৰ সংশ্লেষণ লক্ষ্য কৰা যায়। প্ৰতিভাবান কবি-সাহিত্যিকৰ চিন্তা, ভাব, আদৰ্শ আদি বিভিন্ন লেখকৰ বাবে প্ৰেৰণাৰ উৎস হৈ ধৰা দিয়ে। ইলিয়টেও স্বীকাৰ কৰিছে যে এজন কবিৰ কাব্যকৃতিৰ মূল্যায়ন কৰোতে কবিজনৰ পূৰ্বৰ কবিসকল আৰু কাব্যসৃষ্টিৰ পৰম্পৰাৰ ক্ৰিয়াশীলতা বিচাৰ কৰিব লগীয়া হয়। ('Tradition and Individual Talent' ; Selected Prose; p.23) পাশ্চাত্য ৰমন্যাসিক কবিসকলৰ কবিতাৰ ভাব-সুষমা আধুনিক অসমীয়া কবিতাত বিকশিত হৈ উঠিল ঊনবিংশ শতিকাতে। একে শতিকাৰে দ্বিতীয় আৰু তৃতীয় দশকত অসমীয়া কবিতাক ৰবীন্দ্ৰনাথৰ ভাব আৰু ৰুচিয়ে বিস্তৃতি-দান কৰিলে। ভাৰতীয় প্ৰাদেশিক সাহিত্য সমূহ বিশেষকৈ ভাব, ভাষা, ছন্দ, আধ্যাত্মিক চেতনা গঠনত ৰবীন্দ্ৰনাথৰ দ্বাৰা প্ৰভাৱিত হ'ল। (যজ্ঞেশ্বৰ শৰ্মা ; 'ৰবীন্দ্ৰনাথ আৰু অসমীয়া সাহিত্য' ; *অসম সাহিত্য সভা পত্ৰিকা ; ১৮৮৪ শক, একবিংশ বছৰ, ২য় সংখ্যা ; সম্পা. যতীন্দ্ৰনাথ গোস্বামী ; পৃ. ১৫৬)*

পাৰ্বতিপ্ৰসাদৰ ৰবীন্দ্ৰ অনুকৃতিৰ সচেতন প্ৰয়াসে কবি মানসকো প্ৰভাৱিত কৰিছিল। ভাব, ভাষা আৰু আধ্যাত্মিক চেতনা গঠনত পাৰ্বতিপ্ৰসাদৰ ওপৰত ৰবীন্দ্ৰনাথৰ প্ৰভাব বিচাৰি পোৱা যায়। কিন্তু এই প্ৰভাব বিষয়বস্তু বা শৈলী ত পৰা উপৰুৱা প্ৰভাৱতকৈ কিছু বিশিষ্ট ধৰণৰ বুলি অনুভব কৰিব পাৰি। পাৰ্বতিপ্ৰসাদৰ ধ্যান-ধাৰণা, চিন্তা আৰু অনুভূতিক ৰবীন্দ্ৰনাথৰ কাব্যশক্তিয়ে এনেভাৱে আচ্ছন্ন কৰি ৰাখিছিল যে তেওঁৰ কবি সত্তাৰ ভিতৰলৈকে এই শক্তি সোমাই গৈছিল। তাকে নিজৰ মনেৰে নিজৰ ধৰণেৰে নতুন ৰূপত সজাই তেওঁ যি কবিতাৰ সৃষ্টি কৰিছিল তাক বহুতে প্ৰভাৱ (influence) বুলি ক'ব খোজে যদিও প্ৰকৃততে সি আছিল সংগ্ৰহণ (reception)।

ৰবীন্দ্ৰনাথ আৰু পাৰ্বতিপ্ৰসাদৰ কিছুমান কবিতাৰ তুলনামূলক আলোচনাৰ মাজেৰে কথাষাৰ প্ৰতিপন্ন কৰিব খোজা হৈছে। আলোচনাৰ সুবিধাৰ বাবে পাৰ্বতিপ্ৰসাদৰ কাব্য গ্ৰন্থসমূহ সুকীয়া সুকীয়া শিতানত ভাগ কৰি লোৱা হৈছে।

(ক) গুণগুণনি ঃ ইতিপূৰ্বে উল্লেখ কৰি অহা হৈছে যে পাৰ্বতিপ্ৰসাদৰ কবি-মানসত পৰম ৰহস্যময় কেতিয়াবা সুন্দৰ, কেতিয়াবা চিৰসুন্দৰ, কেতিয়াবা অতিথি, কেতিয়াবা অসীম, কেতিয়াবা ভগৱান, কেতিয়াবা হৰি, কেতিয়াবা মোহন, কেতিয়াবা নিঠুৰ, কেতিয়াবা বীণ-বৰাগী, কেতিয়াবা গুৰিয়াল আদি বিচিত্ৰ ৰূপত আৱিৰ্ভূত হৈছে। ৰবীন্দ্ৰনাথে অনুভৱ কৰিছিল সুন্দৰৰ আগমনি ক্ষণত কবি আছিল নিদ্ৰিত অৱস্থাত। ফলস্বৰূপে সেই অনাহূতক কবিয়ে সাক্ষাৎ কৰিব নোৱাৰিলে। অহাৰ দৰে তেওঁ উভতি গুচি গ'ল —

সুন্দর, তুমি এসেছিলে আজ প্রাতে
অরুণবরণ পারিজাত লৈয়ে হাতে
নিদ্রিত পুরী, পথিক ছিল না পথে,
একা চলি গেলে তোমার সোনার রথে।

(গীতাঞ্জলি/৬৭ নং গীত)

পাৰ্বতিপ্ৰসাদেও অনুভৱ কৰিছে কবিৰ পদূলিমুখত কোনোবাই আহি বীণ বজাইছিল। কিন্তু কবিয়ে নিদ্ৰিত অৱস্থাত থকা বাবে সেই অচিন বীণ-বৰাগীৰ চিন বিচাৰি নাপালে—

ঘুমটি জালত আছিলো শুই
প্ৰাণত পশিল সুৰৰ জুই,
সাৰ পাই উঠি বীণ-বৰাগীৰ
একোকে নেপালোঁ চিন।

পাৰ্বতিপ্ৰসাদৰ প্ৰাণত সেই সুৰৰ ঋণ অনুভূত হ'ল। ৰবীন্দ্ৰনাথৰ (দ্ৰষ্টব্য ; সকল আকাশ সকল ধরা/আনন্দে হাসিতে ভরা/যে দিকে পানে নয়ন মেলি/ভালো সবই ভালো/গীতাঞ্জলি/৪৫ নং গীত) দৰে পাৰ্বতিপ্ৰসাদেও (দ্ৰষ্টব্য ; সুৰৰ ৰাগীত কঁপে পোহৰ/চৰাইৰ ডিঙিত সুৰৰ লহৰ/ফুলৰ পাহিত হাঁহি কিহৰ/কিহৰ ইমান হাঁহি?) অনুভৱ কৰিছে সুন্দৰৰ ক্ষণ স্পৰ্শত ধৰণী অসীম আনন্দত আত্মহাৰা হৈ উঠিছে। ৰবীন্দ্ৰনাথ (দ্ৰষ্টব্য ; মধুর মধুর ধ্বনি বাজে/হৃদয় কমল বন মাজে/বিচিত্ৰ/গীতবিতান/১০নং গীত) আৰু পাৰ্বতিপ্ৰসাদ (দ্ৰষ্টব্য ; তোমাক নেদেখি দেখিছোঁ নিচিনি চিনিছোঁ/চৰণৰ ধ্বনিৰ আঁৰে আঁৰে।) দুয়োজনে ভগৱানৰ আগমনিৰ উমান পাইছিল চৰণ-ধ্বনিৰ আঁৰত।

(খ) শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল ঃ পাৰ্বতিপ্ৰসাদৰ শৰত-কবিতা লানিত উদ্ভাসিত কবিৰ সৌন্দৰ্য-সন্ধানী দৃষ্টি, সুন্দৰৰ প্ৰতি ব্যাকুলতা, অপৰূপৰ ৰূপৰ অন্বেষণৰ

ৰহস্যময় অনুভৱত ৰবীন্দ্ৰনাথৰ ভাব-সাদৃশ্য ধৰা পৰে। শৰতৰ 'অৰুণ আলোর অঞ্জলি'য়ে ৰবীন্দ্ৰনাথক আকুল কৰাৰ দৰে শৰতৰ 'সোণৰ পোহৰে' পাৰ্বতিপ্ৰসাদকো বিশেষভাৱে আকৰ্ষণ কৰিছে। সৌন্দৰ্য আৰু পোহৰৰ উপাসনা দুয়োজন কবিৰে বিশিষ্ট ধৰ্ম। দুয়োজন কবিয়ে শৰতৰ আগমনিৰ সুৰ শুনিছে। সেই সুৰ শুনি দুয়োৰে মন অসীমলৈ উৰা মাৰিছে।

ৰবীন্দ্ৰনাথ ঃ আমার মনের ভাবনা গুলি/বাহিৰ হল পাখা তুলি (প্ৰকৃতি/ গীতবিতান/৪৫ নং গীত)

পাৰ্বতিপ্ৰসাদ ঃ মোৰ বুকুৰ ধ্বনি আজি/অসীমত পাই সুৰ।

ৰবীন্দ্ৰনাথ আৰু পাৰ্বতিপ্ৰসাদ উভয়ে সৰ্বত্ৰ আকাশত পৰম সুন্দৰৰ নাম আৰু গীতৰ ধ্বনি শুনিবলৈ পাইছে।

ৰবীন্দ্ৰনাথ ঃ আকাশ জুড়ে শুনিসু ওই বাজে তোমারি
নাম সকল তারার মাঝে (পূজা/গীতবিতান)

পাৰ্বতিপ্ৰসাদ ঃ আজি আকাশত তেওঁৰে গীতৰ
গুণগুণনিৰ সুৰ
বিয়পে নীলিম পুৰ

শৰতে ৰবীন্দ্ৰনাথৰ দৰে পাৰ্বতিপ্ৰসাদকো আধ্যাত্ম-চেতনা দান কৰিছে। প্ৰকৃতিৰ বাহ্যিক সৌন্দৰ্য-মাধুৰ্যৰ অন্তৰালত লোকোত্তৰ ব্যঞ্জনা লাভ কৰিছে।

ৰবীন্দ্ৰনাথ ঃ শরতের আলোতে/সুন্দর আসে/(প্ৰকৃতি/গীতবিতান/১৬৪)

পাৰ্বতিপ্ৰসাদ ঃ দূৰে দূৰে ভুমুক মাৰি/আঁতৰি তেওঁ যায়
চকা-মকা দেখাত মোৰ / হেঁপাহ নপলায়।

**(গ) সোণৰ সোলেঙ ঃ** ৰবীন্দ্ৰনাথৰ বলাকাৰ (রবীন্দ্ররচনাবলী ; দ্বাদশ খণ্ড ; পৃ.২৩) অন্তৰ্ভুক্ত কেইটিমান গীতৰ সৈতে পাৰ্বতিপ্ৰসাদৰ ভাবৰ সাদৃশ্য লক্ষ্য কৰিব পাৰি। 'বলাকা'ত ৰবীন্দ্ৰনাথে সৃষ্টিৰ গতিতত্ত্ব ৰূপায়ণ কৰিছে —

ওরে দেখ্ সেই স্রোত হয়েছে মুখর,
তরণী কাঁপিছে থর থর। (৮নং কবিতা)

'সোণৰ সোলেঙত' বৰাগীৰ মুখত দিয়া কবিতাটোৰ মাজতো একে ভাবৰ প্ৰতিধ্বনি উঠিছে—

গতি ছন্দত চন্দ্ৰ সূৰ্য ঘূৰে
উৰাৰ আনন্দতেই ডাৱৰ উৰে
প্ৰাণৰ উখল-মাখলতেই উঠে নদীৰ ধল।

ৰবীন্দ্ৰনাথে অনুভৱ কৰিছিল হংস-বলাকাৰ পাখিৰ গতিৰ শব্দত নিশ্চল প্ৰকৃতিৰ অন্তৰতো গতিৰ আবেগ অনুভূত হয়। ৰবীন্দ্ৰনাথৰ সদৃশ ভাব এটি 'সোণৰ সোলেঙ'ৰ ৰাজহাঁহ জাকৰ গীতত অনুৰণিত হৈছে।

ৰবীন্দ্ৰনাথ : মনে হল এ পাখার বাণী
দিল আনি
শুধু পলকের তরে
পুলকিত নিশ্চলের অন্তরে অন্তরে
বেগের আবেগ। (পৃ. ৫৮)

পাৰ্বতিপ্ৰসাদ : আমাৰ পাখিৰ কঁপনি লাগিলে
আকাশ চমকি যায়
ধৰণীত আমি ছুঁয়াফুল বাছোঁ
জোনৰ পোহৰ পাই।

'বলাকা'ৰ দৰে ৰবীন্দ্ৰনাথৰ নৃত্য-নাট্য *মায়ার খেলা*ৰ দাৰ্শনিক চিন্তাৰো সাদৃশ্য 'সোণৰ সোলেঙ'ত বিচাৰি পোৱা যায়। ৰবীন্দ্ৰনাথে *অমৰ চৰিত্ৰৰ* মুখেৰে কোৱাইছে—

হৃদয়ে জ্বালায়ে বাসনার শিখা
নয়নে সাজায়ে মায়া-মরীচিকা,
শুধু ঘুরি মরি মরুভূমে।

(মায়ার খেলা/চতুৰ্থদৃশ্য/গীতবিতান)

পাৰ্বতিপ্ৰসাদেও *বীণ-বৰাগীৰ* মুখেৰে কোৱাইছে—

দূৰণিৰ সেই ছাঁ পোহৰৰ সপোন মাধুৰী চাই
মৰতৰ জীৱ হাবাথুৰি খাই বাটকুৰি বাই যায়।

দুয়োজনে উপলব্ধি কৰিছে সপোনৰ গুপুতমৰ্ম।

ৰবীন্দ্ৰনাথ : মায়ার পিছে পিছে ফিরেছি
জেনেছি স্বপন সবই মিছে (ষষ্ঠ দৃশ্য)

পাৰ্বতিপ্ৰসাদ : সপোন দেখাতে সিজিব কৰ্ম
এয়ে সপোনৰ গুপুত মৰ্ম।

ৰবীন্দ্ৰনাথে *প্ৰমদা চৰিত্ৰক* মাধ্যম হিচাপে লৈ বৰ্ণনা কৰা মায়াৰ ৰহস্যৰ কিছু অংশৰ লগত 'সোণৰ সোলেঙ'ৰ *মহাজীৱনৰ বস্তিৰ* ৰহস্য সম্ভেদৰ সাদৃশ্য আছে। তদুপৰি 'মায়ার খেলার' প্ৰথম দৃশ্যৰ মায়াকুমাৰীগণৰ কাব্যিক-কথন আৰু 'সোণৰ সোলেঙ'ৰ *সপোনকুঁৱৰী* বিলাকৰ কাব্যিক-কথনৰ মাজতো সাদৃশ্য পৰিলক্ষিত হয়। 'সোণৰ সোলেঙ'ত পাৰ্বতিপ্ৰসাদে

জীৱনৰ সফলতাৰ মন্ত্ৰ ফাঁকি ব্যক্ত কৰিছে — "যোৱা আৰু পোৱা। সোণৰ সোলেঙ বিচাৰি যাওঁতে যি আনন্দ, পোৱা হ'লে সেই আনন্দ নাথাকে।" ৰবীন্দ্ৰনাথেও উপলব্ধি কৰিছে — 'আমার এই পথ-চাওয়াতেই আনন্দ' (পূজা/গীতবিতান)। ৰবীন্দ্ৰনাথৰ 'পথের শেষ কোথায়, শেষ কোথায়, কী আছে শেষে' (পূজা/গীতবিতান)। এই ব্যাকুলতা 'সোণৰ সোলেঙ'তো বিৰাজমান। তদুপৰি 'মহা সাগৰৰ' গীতটোতো দুয়োৰে সদৃশ ভাব প্ৰকাশিত হৈছে।

ৰবীন্দ্ৰনাথ ঃ দুঃখ যে তোর নয় রে চিরন্তন
পার আছে রে এই সাগরের বিপুল ক্রন্দন।
এই জীবনের ব্যথা যত এই খানে সব হবে গত
চির প্রাণের আলয়-মাঝে অনন্ত সান্ত্বনা। (পূজা/গীতবিতান/৬১২)

পাৰ্বতিপ্ৰসাদ ঃ মৰতৰ তাপিত পৰাণী অনন্তত লভাহি জুৰণি
অসীম অতল এই দেশ
সকলো সন্দেহ হয় শেষ
অন্ত হয় সকলো সৰণি।

প্ৰকৃতাৰ্থত ৰবীন্দ্ৰনাথ আৰু পাৰ্বতিপ্ৰসাদ দুয়োজনৰ দাৰ্শনিক চিন্তাৰ উৎস হৈছে উপনিষদ। সেয়ে দুয়োৰে চিন্তা-চেতনাৰো সাদৃশ্য গভীৰ।

**(ঘ) ভঙা টোকাৰীৰ সুৰ ঃ** পাৰ্বতিপ্ৰসাদৰ 'ভঙা টোকাৰীৰ সুৰত' ৰবীন্দ্ৰনাথৰ 'নির্ঝরের স্বপ্নভঙ্গৰ' অনুৰণন শুনা যায় —

এমনি নিজের কাছে খুলেছি নিজের প্রাণ
এমনি পরের কাছে শুনেচি নিজের গান।
(রবীন্দ্ররচনাবলী, প্রথম খণ্ড ; প্রভাত সংগীত ; পৃ.৫৮)

ৰবীন্দ্ৰনাথৰ দৰে পাৰ্বতিপ্ৰসাদেও জীৱন-বুৰঞ্জীৰ 'পুৰণা কাহিনী' লুটিয়াই চোৱাৰ প্ৰয়াস কৰিছে। ভঙা টোকাৰীৰ সুৰত নিজৰ গান শুনিবলৈ পাইছে —

এটি এটি মাণিকেৰে মুকুতাৰে হীৰা বাখৰেৰে
প্ৰতি পাত আছে ৰঞ্জি
সেইছোৱা বাটৰ বুৰঞ্জী
শোণিতৰ আখৰেৰে প্ৰতিটো কাহিনী আছে লিখা।

ৰবীন্দ্ৰনাথে জীৱনৰ বাস্তৱতাৰ পৰা গভীৰ উপলব্ধি লাভ কৰিছিল — 'দুঃখ সুখের বাঁধন সবই মিছে' (গীতাঞ্জলি)। তদ্ৰূপ উপলব্ধি লাভ কৰিছে পাৰ্বতিপ্ৰসাদে — 'সংসাৰৰ সুখ

মিছা দুখ মিছা সৰু বৰ অতি মিছা কথা।' সুখ দুখৰ সীমা অতিক্ৰম কৰি জীৱনৰ গান গাই আগবাঢ়ি যোৱাতেই দুয়োজনে জীৱনৰ সাৰ্থকতা বিচাৰি পাইছে।

ৰবীন্দ্ৰনাথ ঃ যাত্ৰী আমি ওরে
চলতে পথে গান গাহি প্ৰাণ ভরে। (গীতাঞ্জলি)

পাৰ্বতিপ্ৰসাদ ঃ বাই যাবি তোৰ ভঙা টোকাৰীৰ সুৰ
জীৱনৰ মঙ্গল মধুৰ।

ৰবীন্দ্ৰনাথ আৰু পাৰ্বতিপ্ৰসাদ দুয়োজনে দুখক বৰণ কৰিবলৈ সক্ষম হৈছে। দুয়োজনে ভগৱানৰ পূজাত জীৱনৰ দুখ ৰাশিয়ে সাৰ্থকতা লভিব বুলি আশা কৰিছে। সেয়ে গভীৰ প্ৰতীক্ষাৰ মাজেৰে ভগবৎ মিলনাকাংক্ষা সাৰ পাই উঠিছে।

ৰবীন্দ্ৰনাথ ঃ কোন শুভপ্ৰাতে দাঁড়াবে হৃদিমাঝে
ভুলিব সব দুঃখ ডুবিয়া আনন্দ নীরে।
(পূজা/ গীতবিতান/ ৩৯৯)

পাৰ্বতিপ্ৰসাদ ঃ কোন সুখেণত তোমাৰ প্ৰাণত
মিলন হ'ব মোৰ
তোমাৰ প্ৰেমৰ মৌ ৰসেৰে
জীৱন হ'ব পূৰ।

উভয়ে উপলব্ধি কৰিছে মৃত্যুৰ মাজেদিহে ভগৱানৰ সৈতে মিলন সম্ভৱ হৈ উঠে।

দ্ৰষ্টব্য ; পূজা, গীতবিতান, ২৩০ নং গীত
দ্ৰষ্টব্য ; 'ফুলিব নে শতদল'।

ৰবীন্দ্ৰনাথ আৰু পাৰ্বতিপ্ৰসাদৰ ভগৱানৰ ৰহস্যময় উপলব্ধি সমগোত্ৰীয়। ৰবীন্দ্ৰনাথৰ দৃষ্টিত ভগৱান লীলাময়ী। চিৰ সুন্দৰৰ চিৰ চঞ্চলৰূপে ৰবীন্দ্ৰনাথৰ কবি জীৱনক গভীৰভাৱে প্ৰভাৱিত কৰিছিল —

অঞ্চল ধরিতে গেলে
পালাও চঞ্চল
কলকণ্ঠে হাসি (মানস সুন্দরী)

ঠিক তেনেদৰে পাৰ্বতিপ্ৰসাদেও ৰহস্যময়ৰ চঞ্চল ৰূপ প্ৰত্যক্ষ কৰিছে —

ছয়ামৱা চকুৰ আগত
খন্তেকলে কৰেহি বিহাৰ।

কিন্তু ভগৱানক নাজানি, নিচিনি দুয়োজন অনুশোচনাত দগ্ধ হৈছে। ভগৱানৰ নিষ্ঠুৰ ৰূপৰ উপলব্ধিতো দুয়োৰে ভাবৰ সাদৃশ্য পৰিলক্ষিত হয়। নিঠুৰ পীড়নত নিঃস্ব হৈ ৰবীন্দ্ৰনাথে ভগৱানক সুধিছে —

ওহে অন্তরতম
মিতেছে কি তব সকল পিয়াস
আসি অন্তরে মম
দুঃখ সুখের লক্ষ ধারায়
পাত্র ভরিয়া দিয়েছি তোমায়

পাৰ্বতিপ্ৰসাদেও 'ভঙা কলিজাৰ ৰঙা ৰহটুপিকে' পিয়লা ভৰাই পিবলৈ আগবঢ়াই দিছে—

ভঙা কলিজাৰ ৰঙা ৰহটুপি
পিয়লা ভৰাই পিয়া প্ৰিয়তম

**(ঙ) ময়াপী :** পাৰ্বতিপ্ৰসাদে মোহন বাঁহী বাদক 'ময়াপী'ৰ আগমনিৰ সুৰ সমগ্ৰ প্ৰকৃতি জগতত অনুৰণিত হোৱা শুনিছে। ৰবীন্দ্ৰনাথেও সমগ্ৰ প্ৰকৃতি জগতত সেই খবৰ শুনি আনন্দিত হৈছে। (যথা — ওরা কী ডাক ডাকে বনের পাতাগুলি কার ইশারা - তৃণের অঙ্গুলি! (পূজা/গীতবিতান/গীত নং ৫৩) অসীমৰ সুৰৰ ধ্বনি উভয়ৰে প্ৰাণত প্ৰতিধ্বনিত হৈছে। সীমাৰ মাজত প্ৰতিধ্বনিত হোৱা সুৰৰ মধুৰতাই ৰবীন্দ্ৰনাথক আকুল কৰি তুলিছে। পাৰ্বতিপ্ৰসাদেও অসীমৰ প্ৰাণৰ ৰঙেৰে 'বিশ্ব জগৎ ৰঙচুৰা' —

দ্ৰষ্টব্য ; তোমাৰ প্ৰাণত যি ৰং আছে
তাৰ পৰশত
ৰঙচুৰা বিশ্বজগৎ
ফুলাই ৰঙা ফুল।

হৈ উঠিছে বুলি অনুভৱ কৰিছে।

**(চ) মৌ টোকাৰী :** মৌ টোকাৰীৰ দুটিমান গীতি-কবিতাত প্ৰকাশিত ভাবানুভূতিৰ সৈতে ৰবীন্দ্ৰনাথৰ ভাবৰ সমৰূপতা লক্ষ্য কৰা যায়। ৰবীন্দ্ৰনাথে অনুভৱ কৰিছিল বিশ্ব যেতিয়া নিদ্ৰামগ্ন হৈ থাকে তেতিয়াও কবিৰ প্ৰাণ-বীণাত কোনোবাই ঝংকাৰ তোলে (গীতাঞ্জলি)। ঠিক তেনে এক অনুভূতি পাৰ্বতিপ্ৰসাদৰ হৃদয়তো জাগ্ৰত হৈছে। কোনো এক অচিনা-অজানাই তেওঁৰ বুকুত সুৰৰ ঢৌ তুলিছে, পৰাণ শাঁত পৰিছে। (দ্ৰষ্টব্য ; গীত নং ১) সেই প্ৰিয়জনৰ আকুল প্ৰতীক্ষাই দুয়োৰে নিদ্ৰা হৰণ কৰিছে।

ৰবীন্দ্ৰনাথ : পরাণ সখা বন্ধু হে আমার
আকাশ কাঁদে হতাশ মম
নাই যে ঘুম নয়নে মম। (গীতাঞ্জলি)

পাৰ্বতিপ্ৰসাদ : প্ৰিয়তম, ওৰে ৰাতি উজাগৰে
তোমাৰ বিৰহে প্ৰাণ
বিয়াকুল কৰে।

সেয়ে দুয়োজনে ভগৱানক সংগীতৰ নিজৰাৰ ধাৰ বোৱাই দিবলৈ আনুনয় কৰিছে।

ৰবীন্দ্রনাথ ঃ পূজা ; গীত নং ৩০ ; গীতবিতান

পাৰ্বতিপ্ৰসাদ ঃ জীৱনৰ সুধাৰসে ভৰা
সংগীতৰ নিজৰাৰ ধাৰ
হৃদয়ৰ শিলা ভেদ কৰি
মোকলাই দিয়া এইবাৰ।

ক্ৰমে ৰবীন্দ্ৰনাথ আৰু পাৰ্বতিপ্ৰসাদৰ উভয়ৰে প্ৰাণ পৰমজনৰ সন্ধান লাভ কৰি আনন্দত উদ্বাউল হৈ উঠিছে।

ৰবীন্দ্রনাথ ঃ পূজা ; গীত নং ৩২৯ ; গীতবিতান

পাৰ্বতিপ্ৰসাদ ঃ মৌ-টোকাৰী ; গীত নং ২

**(ছ) খেল ভঙা খেল ঃ** 'খেল ভঙা খেল'ত ৰবীন্দ্ৰনাথৰ দৰে পাৰ্বতিপ্ৰসাদো নিয়তিৰ খেল ভঙা খেলৰ অংশগ্ৰহণকাৰীৰ এজন।

ৰবীন্দ্রনাথ ঃ আজ খেলা-ভাঙার খেলা খেলবি আয় ; (মায়ার খেলা ; পৰিশিষ্ট ১; গীতবিতান)

পাৰ্বতিপ্ৰসাদ ঃ উৰা! কান্দিছা কিয় ?
খেল ভঙা খেলহে
খেলিছোঁ আমি।

দুয়োজন কবিকে অচিন বাঁহী বাদকৰ সুৰে আত্ম বিভোৰ কৰি ৰাখিছিল।

ৰবীন্দ্রনাথ ঃ পূজা ; গীত নং ১১ ; গীতবিতান

পাৰ্বতিপ্ৰসাদ ঃ 'ফটা-বাঁহী

দুয়োজনে জীৱনৰ ৰঙৰ খেলাৰ পৰত আনন্দত অধীৰ হৈ চিৰ ৰহস্যময়ক পাহৰি পেলাইছিল।

ৰবীন্দ্রনাথ ঃ পূজা ; গীত নং /৫০ ; গীতবিতান

পাৰ্বতিপ্ৰসাদ ঃ 'তোমাৰ দয়া'

চিৰ ৰহস্যময়ৰ গোপন উপস্থিতিয়ে দুয়োকে আচৰ্যান্বিত কৰি তুলিছিল।

ৰবীন্দ্রনাথ ঃ আমার হিয়ার মাঝে লুকিয়ে ছিল
দেখতে আমি পায়নি (পূজা/গীতবিতান/৫০ নং গীত)

পাৰ্বতিপ্ৰসাদ ঃ তোমাৰ লগত দেখা হ'ব বুলি
আছিলোঁ বৈ
তুমি মনে মনে আহি
আঁৰতে আছিলা
কোনেও নেদেখাকৈ। (তোমাৰ দয়া)

ক্ৰমান্বয়ে দুয়োজন কবিয়ে ভগৱানৰ সান্নিধ্য যাত্ৰা পথৰ সংগীৰ ৰূপত লাভ কৰিছে। ৰবীন্দ্ৰনাথে অনুভৱ কৰিছে — 'অন্ধকারের মাজে আমার ধরেছ দুই হাতে' (পূজা/গীতবিতান)। ঠিক তেনে অনুভূতি লাভ কৰিছে পাৰ্বতিপ্ৰসাদে — 'এন্ধাৰো আহিল নামি/খেপিয়াই তোমাক পালোঁ/হাতখনি হাতৰ মুঠিত ধৰি/দুয়ো আগুৱাই যাওঁ এন্ধাৰত'। শেহত দুয়োজনে জীৱনৰ সুখ-দুখক ভগৱানৰ পূজাৰ নৈবেদ্য স্বৰূপে আগবঢ়াইছে।

ৰবীন্দ্ৰনাথ ঃ পূজা, ১৩৪ নং গীত, গীতবিতান

পাৰ্বতিপ্ৰসাদ ঃ 'জীৱন ভৰা দুখৰ বোজা'

ৰবীন্দ্ৰনাথ আৰু পাৰ্বতিপ্ৰসাদ উভয়ৰে জীৱনক নিয়তিৰ নিষ্ঠুৰতাই ক্ষত-বিক্ষত কৰিছে। সেয়ে কেতিয়াবা তেওঁলোকৰ মন বিদ্ৰোহী হৈ উঠিছে।

এয়া ৰবীন্দ্ৰনাথ ঃ ও নিঠুর আরো কি বান
তোমার তুনে আছে (পূজা, ২১৭ নং গীত)

এয়া পাৰ্বতিপ্ৰসাদ ঃ তোমাৰ টুনত কিমান আছে শৰ? (একো ঠেহ নাই)

অৱশেষত ভগৱানৰূপী অদৃশ্য শক্তিৰ ওচৰত জীৱনৰ সকলো সম্পদ উছৰ্গা কৰি শান্তি লভিছে। ৰবীন্দ্ৰনাথৰ দৰে পাৰ্বতিপ্ৰসাদে ভগৱানক বিপদত ৰক্ষা কৰিবলৈ কাকুতি কৰা নাই। জীৱনৰ সৈতে মুখামুখি হ'বলৈ শক্তি ভিক্ষা কৰিছে।

এয়া ৰবীন্দ্ৰনাথ ঃ আমার তুমি করিবে ত্রাণ এ নহে মোর প্রার্থনা
তরিতে পারি শকতি যেন রয়। (পূজা ; ২২৭ নং গীত)

এয়া পাৰ্বতিপ্ৰসাদ ঃ মহামানৱৰ মহা সাগৰত
বুকু ফিন্দাই থিয় সাঁতোৰ দিবলৈ
শকতি দিয়া (প্ৰাৰ্থনা)

তদুপৰি পাৰ্বতিপ্ৰসাদৰ গীতত 'বলিয়া', 'পগলা', বিজয় মালা' আদি উল্লেখনৰ মাজত বাউল গীতৰ প্ৰতিধ্বনি শুনা যায়। ৰবীন্দ্ৰনাথৰ যোগেদিয়েই পাৰ্বতিপ্ৰসাদলৈ এই প্ৰভাৱ আহিছিল। (কিহৰ ৰাগীত জুলা কলা হ'লি/গুণগুণনি)। মূলত ঃ পাৰ্বতিপ্ৰসাদ ৰবীন্দ্ৰনাথৰ ওচৰত কাব্যভাৱনা ক্ষেত্ৰত ঋণী। এজন কবিক বিগত আৰু নব্য 'কাব্য-বিকীৰণে' সাহায্য কৰিব পাৰে। (জীৱনানন্দ দাশ ; কবিতার কথা ; পৃ. ৭) পাৰ্বতিপ্ৰসাদ ৰবীন্দ্ৰনাথৰ ভাৱ আৰু কাব্যচেতনাৰ দ্বাৰা সাহায্য প্ৰাপ্ত হৈছে। পাৰ্বতিপ্ৰসাদৰ সমগ্ৰ কাব্য-চেতনাত ৰবীন্দ্ৰনাথৰ কাব্য-চেতনা সঞ্চাৰিত হৈ থাকিলেও পাৰ্বতিপ্ৰসাদৰ হৃদয়ত "কল্পনা আৰু কল্পনাৰ ভিতৰত অভিজ্ঞতা আৰু চিন্তাৰ সাৰৱত্তা" ৰক্ষিত হৈছে। ৰাবীন্দ্ৰিক চেতনাৰ (নগেন শইকীয়া, প্ৰধান সম্পাদকৰ একাষাৰ ; পাঃ বঃ ৰচনাৱলী ; পৃ. ৬) দ্বাৰা পৰিপুষ্ট হৈ পাৰ্বতিপ্ৰসাদৰ

স্বকীয় প্ৰতিভাই ব্যাপ্তি লাভ কৰিছে। ৰবীন্দ্ৰনাথৰ ভাব, ভাষা, ৰসৰ আবেদনে পাৰ্বতিপ্ৰসাদৰ হৃদয় আলোড়িত কৰিছে।

ৰবীন্দ্ৰনাথক আৰ্হি হিচাপে গ্ৰহণ কৰাটো পাৰ্বতিপ্ৰসাদৰ সচেতন প্ৰয়াস আছিল। কেৱল পাৰ্বতিপ্ৰসাদৰ নহয় ভাৰতীয় সাহিত্যৰ সেৱক সকলে জ্ঞাতে—অজ্ঞাতে ৰবীন্দ্ৰনাথৰ সৃষ্টিশীল কৰ্মক অনুকৰণ আৰু অনুসৰণ কৰিছিল। (উষা ৰঞ্জন ভট্টাচাৰ্য ; 'ৰবীন্দ্ৰনাথ আৰু অসম' ; পৃ. ৪৭ *গৰীয়সী* ; ষষ্ঠ বছৰ একাদশ সংখ্যা, আগষ্ট ১৯৯৯ সম্পা. চন্দ্ৰপ্ৰসাদ শইকীয়া) ৰবীন্দ্ৰনাথ আৰু গুজৰাটী সাহিত্যৰ আলোচনাৰ প্ৰসংগত মহান লেখকসকলে তেওঁৰ সমসাময়িক সাহিত্যিকসকলক কেনেধৰণে প্ৰভাৱিত কৰে এনে এটি প্ৰশ্নৰ উত্তৰত গুজৰাটী কবি *যোশীয়ে* অভিমত আগবঢ়াইছিল। যথা — "Perhaps he influences most by his artistic integrity by his artistic stature. Rabindranath's work was to his countrymen a revelation of the truth that no matter in which language one wrote one was called upon to write world literature. i.e. what would be literature by universal standards ... For them he was more an abiding source of inspiration than a temporary influence more like a Himalayan Peak than a passing storm." এনেবোৰ কাৰণতেই অসমীয়া কবি-সাহিত্যিকৰ বাবে ৰবীন্দ্ৰনাথ হৈ পৰিছিল আৰ্হি স্বৰূপ।

যি সকল অসমীয়া কবিক ৰবীন্দ্ৰনাথৰ কাব্যভাৱনাই প্ৰভাৱিত কৰিছিল সেইসকলৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, পদ্মনাথ গোহাঞিবৰুৱা, হেমচন্দ্ৰ গোস্বামী, অম্বিকাগিৰী ৰায়চৌধুৰী, যতীন্দ্ৰনাথ দুৱৰা, ৰত্নকান্ত বৰকাকতী, নলিনীবালা দেৱী, গণেশ গগৈ, দেৱকান্ত বৰুৱা আৰু পাৰ্বতিপ্ৰসাদ উল্লেখযোগ্য।

পাৰ্বতিপ্ৰসাদৰ বিভিন্ন গীত আৰু কবিতাৰ বিশ্লেষণাত্মক অধ্যয়নৰ জৰিয়তে এটা কথা প্ৰতিপন্ন হৈছে যে তেওঁ জীৱন আৰু জগত, প্ৰকৃতি আৰু চিৰ ৰহস্যময়ক গভীৰ আন্তৰিকতাৰে চিনিবলৈ যত্ন কৰিছিল। তাৰ লগতে ৰবীন্দ্ৰনাথৰ চিন্তা-চেতনা সংগ্ৰহণ কৰি তেওঁ নিজস্ব কবি প্ৰতিভাক উজলাই তুলিছিল।

# বাৰ

# পাৰ্ৱতিপ্ৰসাদৰ জীৱন-দৰ্শন, ভাষা-শৈলী আৰু ছন্দ পৰিক্ৰমা

## পাৰ্ৱতিপ্ৰসাদৰ জীৱন-দৰ্শন

পাৰ্ৱতিপ্ৰসাদৰ জীৱন-দৰ্শনৰ মূলত এক আনন্দময়, সৌন্দৰ্যময় অনুভূতি বিৰাজমান। সুৰৰ অনিৰ্বচনীয় ভাষাৰে তেওঁ জীৱন আৰু জগতৰ পৰা লাভ কৰা সৌন্দৰ্যময় অনুভূতিক প্ৰকাশক্ষম কৰি তুলিছে। কবিৰ সুতীব্ৰ অনুভূতিত দৃশ্যমান জগত সুৰৰ জগতলৈ ৰূপান্তৰ হৈছে। সুৰৰ মাধ্যমেৰে সসীম আৰু অসীমৰ মাজত সংযোগ-সেতু নিৰ্মাণ কৰিছে।

পাৰ্ৱতিপ্ৰসাদে প্ৰকৃতিৰ বুকুত অনুভৱ কৰা প্ৰাণধাৰা সমগ্ৰ সৃষ্টিৰ মাজত আৱিষ্কাৰ কৰিছে। বিশ্বব্ৰহ্মাণ্ডৰ চিৰন্তন গতি সৌন্দৰ্যই পাৰ্ৱতিপ্ৰসাদৰ প্ৰাণত জীৱনৰ অন্তহীন ৰসোপলব্ধিৰ তৃষ্ণা জাগ্ৰত কৰিছে। বিশ্বপ্ৰকৃতিৰ সৈতে একাত্মতাৰ অনুভৱে কবিৰ প্ৰাণত নতুন চেতনা সঞ্চাৰ কৰিছে। এই চেতনা বিশ্ববোধলৈ প্ৰসাৰিত হৈছে। 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল'ত পাৰ্ৱতিপ্ৰসাদৰ দাৰ্শনিক তত্ত্বটো প্ৰকাশিত হৈছে—

পুৱতি নিশাৰ শেঁতা জোনাকত
বিচাৰোঁ নিজৰ বাট ;
মোৰ পৰশতে কঁপি উঠে কুঁহিপাত।
শেৱালি পাহিয়ে মোক চিনি পায়,
ৰাঙল কলিয়ে মোৰ গুণ যায়,
প্ৰিয়ৰ বাতৰি কাণত বিলাই
মই কাষে কাষে উৰোঁ ;
নিজান বনত অনাই বনাই ফুৰোঁ।

পাৰ্ৱতিপ্ৰসাদে অন্তৰ্দৃষ্টিৰে দেখা পাইছে তেওঁৰ 'অহম' বোলা সত্তাটো গীতাৰ শ্ৰীকৃষ্ণৰ অনাদি অনন্ত শক্তিৰ অভিন্ন ৰূপ, স্বয়ংসম্পূৰ্ণ। সেয়ে কবিৰ মন্ময় সত্তাই সৰ্বব্যাপী অসীমত্ব

লাভ কৰিছে। বিশ্বব্ৰহ্মাণ্ড আৰু মানৱৰ প্ৰাণস্পন্দনৰ সম্মিলিত সুৰৰ মাজেৰে পাৰ্বতিপ্ৰসাদৰ জীৱন-দৰ্শনই পূৰ্ণতা লাভ কৰিছে *সোণৰ সোলেঙত* । তেওঁ প্ৰাণৰ সুৰৰ ধ্বনি তুলি চেতন অচেতন জগতক প্ৰাণৱন্ত কৰি তোলাৰ তৃষ্ণা প্ৰকাশ কৰিছে —

আমাৰ সুৰৰ ধ্বনি লাগি নাচক ধৰা
উঠক কঁপি চেতন অচেতন মৃত্যু-জড়
উঠক কঁপি চন্দ্ৰ সূৰ্য গ্ৰহ তৰা,
বিশ্ব বাঁহীৰ ৰন্ধ্ৰ হওক ছন্দ ভৰা,
ছিগক আজি মনৰ বান্ধোন
বাঁহীৰ সুৰত মিলক কান্দোন
পূৰ্ণ প্ৰাণৰ সুৰে সুৰে।।

ইয়াতে পাৰ্বতিপ্ৰসাদৰ জীৱন-দৰ্শনৰ বিশিষ্টতা প্ৰকাশিত হৈছে।

জীৱন আৰু জগতৰ পটভূমিতেই পাৰ্বতিপ্ৰসাদৰ জীৱন-দৰ্শন গঢ় লৈ উঠিছে। জীৱনত সুখ-দুখৰ স্বৰূপ অনুসন্ধান কৰি কবিয়ে উপলব্ধি কৰিছে— আনন্দই শাশ্বত সত্য। এনে উপলব্ধিয়ে কবিৰ মানসিক দিগন্ত প্ৰসাৰিত কৰিছে। পাৰ্বতিপ্ৰসাদৰ মানৱতাবোধৰ মাজতো দুটি পৰ্যায় লক্ষ্য কৰা যায়। মৈত্ৰী, প্ৰেম আৰু ভাতৃত্ববোধেই মানৱ কল্যাণৰ সোপান — এনে দৃষ্টিভঙ্গীয়ে পাৰ্বতিপ্ৰসাদৰ জীৱনবোধক বিশিষ্টতা প্ৰদান কৰিছে। আনহাতে তেওঁ উপলব্ধি কৰিছে মানুহ অনন্তৰ অংশ। 'সোণৰ সোলেঙ'ত সেই ধাৰণা ব্যক্ত কৰিছে এনেদৰে — মহামানৱৰূপী মহাসাগৰলৈ মানৱৰ স্ৰোত যুগ যুগ ব্যাপী ধাৱমান হৈছে।। এক নিৰন্তৰ গতি প্ৰবাহে জীৱন আৰু জগতক মহিমামণ্ডিত কৰি তুলিছে। পাৰ্বতিপ্ৰসাদে বিশ্ব-ব্ৰহ্মাণ্ডৰ মাজত যি গতিৰ আবেগ লক্ষ্য কৰিছে সেই গতিবেগৰ অনুভূতিয়ে কবিক অনুপ্ৰাণিত কৰিছে। 'সোণৰ সোলেঙ'ত প্ৰকাশিত মানৱৰ যাত্ৰাৰ উদ্দেশ্য হৈছে ভগৱানৰ স্বৰূপ সন্ধান আৰু সান্নিধ্য লাভ। এই যাত্ৰাৰ পৰিণতি হৈছে ভগৱানৰ সৈতে মানৱৰ মিলন। 'বুঢ়া আঁহত ঐ বোৱতী নৈ' কবিতাতো এনে দাৰ্শনিক চিন্তাৰ প্ৰকাশ আছে। বিশ্ব-প্ৰকৃতিৰ মাজত যি গতিবেগ অনুভৱ কৰিছে সেই গতিবেগ মানৱ জীৱনৰ মাজতো অনুভৱ কৰিছে। গতিয়েই জীৱন। সৃষ্টিৰ গতিস্ৰোতৰ সৈতে মানৱ জীৱনো সংপৃক্ত। জীৱনৰ শেহ পৰ্যায়ত ৰচিত — 'বুঢ়া আঁহত ঐ বোৱতী নৈ' কবিতাতো কবিয়ে প্ৰকৃতি আৰু মানুহৰ প্ৰাণৰ নিবিড় সম্পৰ্কৰ কথা দোহাৰিছে। এই সম্বন্ধ সৃষ্টিৰ আদিম প্ৰভাতৰ পৰা। কবিৰ ভাষাত —

জাতিস্মৰ মনটো
মনে মনে ওলাই আহি

আঁহত জোপাৰ লগত
কত দিনৰ, কত জনমৰ যেন
চিনাকি পুৰণি কথাবোৰ
মনে মনে পাতিবলৈ ধৰে,
আৰু কোনোবা নিচিনা নজনাক
লগ পাই, কত অচিনাকি
নতুন কথাবোৰ পাতিবলৈ নৈখনৰ
সোঁতৰ লগতে ভটিয়াই যায়।

প্ৰকৃতিৰ সৈতে একাত্মতাৰ অনুভূতি, উদ্ভিদ জগত আৰু মানৱৰ সমপ্ৰাণতাৰ অনুভৱ, প্ৰকৃতি আৰু মানৱৰ চিৰন্তন গতি প্ৰবাহৰ সাক্ষ্য বহন কৰা এই কবিতাটোত কবিৰ জীৱন-চিন্তাৰ প্ৰকাশ তাৎপৰ্যপূৰ্ণ।

ময়ে সেই যুগ যুগৰ গৰাখহনীয়াত উঘালি পৰা
বুৰা আঁহতৰ ডালে-ডালে নাচ নাচি
বোৱতী সুঁতিত সেউজী পাম বিচাৰি ভটিয়াই যাওঁ।
বাৰে বাৰে ৰংনাথ দ'লৰ চোতালত
জীৱনৰ হুঁচৰি গাওঁ।
চিৰকলীয়া চেঙেলীয়া কবি মোৰ নাম।

এই কবিতাৰ 'বুৰা আঁহত' হৈছে স্ৰষ্টাৰ সৃষ্টিৰ প্ৰতীক আৰু 'বোৱতী নৈ' হৈছে সৃষ্টিৰ চলমান স্ৰোতৰ প্ৰতীক। মানুহে সৃষ্টিৰ আদিৰে পৰা জন্মজন্মান্তৰে, যুগে যুগে ক্ৰমাগত পূৰ্ণতাৰ ফালে অগ্ৰসৰ হৈছে। সৃষ্টিৰ মূল প্ৰবাহৰ সৈতে মিলি যাব পৰাতেই জীৱনৰ চৰম সাৰ্থকতা বুলি তেওঁ উপলব্ধি কৰিছে। এই যাত্ৰা অনন্ত যাত্ৰা। এই যাত্ৰাই মানৱ জীৱনৰ চৰম সত্য। মানৱ, প্ৰকৃতি আৰু ভগৱানৰ মাজত সম্বন্ধসূত্ৰ আৱিষ্কাৰৰ মাজেৰে পাৰ্বতিপ্ৰসাদৰ অভিজ্ঞতাৰ অন্তৰ্দৃষ্টি প্ৰসাৰিত হৈছে।

**পাৰ্বতিপ্ৰসাদৰ ভাষা-শৈলী**

কবিতাক ভাৱ, ভাষা, ছন্দ, অলংকাৰ, ৰস , শব্দগত গুণ, বাক্যবিন্যাস ৰীতি আদিয়ে আকৰ্ষণীয় কৰি তোলে। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাক উল্লিখিত উপাদানসমূহে স্বকীয়তা দান কৰিছে। লোক-জীৱনৰ প্ৰভাৱপুষ্ট শব্দ ৰাজি আৰু মৌলিক শব্দসম্ভাৰে পাৰ্বতিপ্ৰসাদৰ ভাষা-শৈলীক সমৃদ্ধ কৰিছে।

## পাৰ্বতিপ্ৰসাদৰ শব্দচয়নত লোক-জীৱনৰ প্ৰভাৱ

পাৰ্বতিপ্ৰসাদে লোক-জীৱনৰ পৰা কিছুমান শব্দ বুটলি লৈ বিচিত্ৰ ভাব-অনুভূতি প্ৰকাশৰ উপযোগীকৈ ব্যৱহাৰ কৰিছে। পাৰ্বতিপ্ৰসাদৰ লোক-জীৱনৰ ভাষা প্ৰয়োগৰ কিছুমান বিশেষত্ব ধৰা পৰে। এই বিশেষত্ব সমূহ হৈছে — খণ্ডবাক্য, জতুৱা ঠাঁচ, যোজনা-পটন্তৰ আদিৰ প্ৰয়োগ ; ধ্বন্যাত্মক আৰু যুৰীয়া শব্দৰ ব্যৱহাৰ ; গ্ৰাম্য সমাজত প্ৰচলিত চহা লোকৰ মাত কথাৰ প্ৰয়োগ আৰু ভাষাৰ সৰলীকৰণ প্ৰক্ৰিয়া আদি।

## খণ্ডবাক্য, জতুৱা ঠাঁচ, যোজনা-পটন্তৰ আদিৰ প্ৰয়োগ

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত অসমৰ লোক-জীৱনত ব্যৱহৃত বিভিন্ন খণ্ডবাক্য, জতুৱা-ঠাঁচ আৰু যোজনা-পটন্তৰৰ প্ৰয়োগ দেখা যায়।

**উদাহৰণ** —অথাই সাগৰ (জীৱন যদি হেৰালে তোৰ) ; ফুটুকাৰ ফেন (খেল ভঙা খেল) ; সাখী গোপাল, তলে পুতল, ত্ৰাহি মধুসূদন, ঘৰ বিভীষণ, সোলাৰ মুখত হাঁহি, ৰাইজে জোকাৰে নখ, এৰৈকয়া বোটলা, উফৰি ফুৰা, ছিটিকি ফাঁদ, জেওৰাই শইচ খায়, আটাহ পৰা, নাদৰ ভেকুলী (আত্মাৰ আৰাৱ) ; হাতত সাৰে ভৰিত সাৰে (কেঁচা শোণিতৰ চেকুৰাবোৰ) ; কচুপাতৰ পানী (জীয়া তেজ) ; দোধোৰ-মোধোৰ (মৰণ-মাধুৰী) ; থৌকি-বাথৌ, ৰিণিকি ৰিণি (কণ্ঠহীন উদং পিয়লা) ; নহ'বৰ হ'ল (বিনন্দ বৰুৱালৈ চিঠি) ; হাবাথুৰি খাই (মৰণ-নিৰ্মালি) ; হামৰাও (ভঙা টোকাৰীৰ সুৰ) ; জলকা লগা (তোমাৰ দয়া) ; নাও বুৰি তলি পোৱা (পুতলা) ; ধান পকে মানে টুনীৰ মৰণ (জুৰণি বতাহত) ইত্যাদি।

## ধ্বন্যাত্মক যুৰীয়া শব্দৰ ব্যৱহাৰ

**উদাহৰণ** — এথানি এবানি (লুইতী), অনাই বনাই (ন-পুৰণি), কাচি পাৰি (আত্মাৰ আৰাৱ), চকা মকা (ৰূপ জেউতি), ছুঁয়া-ময়া (শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল), চৌ-চৌৱাই (খেল ভঙা খেল), জ্বলা কলা (গুণগুণনি), জ্বলক তৱক (গুণগুণনি), জোলোকা জোলোকে (ইমান ওপঙা পানীত), উমলি জামলি (মৰণ মাধুৰী), জহন তহন (আত্মাৰ আৰাৱ), টুলুং ভুটুং (মৰণ মাধুৰী), তুল বুল (লুইতী), ঠাৰে-চিএগৰ (গীত), থৌকি-বাথৌ (কণ্ঠহীন উদং পিয়লা), থৰক-বৰক (গুণগুণনি), দুকোল-ডকা (খেল ভঙা খেল), দোধোৰ মোধোৰ (মৰণ মাধুৰী), সাঁতুৰি-নাদুৰি, ভাগৰি জিগৰি (ইমান ওপঙা পানীত), লোহোৰা-লুহুৰি (মৌ-টোকাৰী), হালিব জালিব (লুইতৰ চাপৰিত) ইত্যাদি।

## গ্ৰাম্য সমাজত প্ৰচলিত চহা লোকৰ মাত-কথাৰ প্ৰয়োগ

**উদাহৰণ** —এলাবাং (উজাগৰে), আটাহ (আত্মাৰ আৰাৱ), আমঠু (ভঙা টোকাৰীৰ সুৰ), কাচোন (সোণৰ সোলেঙ), ভূৰ্ভুং (পুতলা), ভুৰুঙি, বাচ, সোঁতা, বিৰিখ (লুইতী), হৈ-গুদু (জীৱনৰ জিগিনি), লৰিয়লি (লুইতী), ময়াপী (মৰণ নিৰ্মালি), নসয় (গীত), নাও (শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল), নিচুক (চকুপানীৰ বান), নিফুট (গীত), পৰাণ (মৰণ নিৰ্মালি), পচতীয়া (অৰ্পণ), দিকুছো (মই আছোঁ), দিনতীয়া (গুণগুণনি), খৰংখচ (আত্মাৰ আৰাৱ), গেদেৰি (কণ্ঠহীন উদং পিয়লা), চুৰ্চুমৈ (কেঁচা শোণিতৰ চেকুৰাবোৰ), চুলফাই (আত্মাৰ আৰাৱ), জোলোঙা (জীয়া তেজ), আগালত (লুইতী), গৰাহি (খেল ভঙা খেল), বেদন, সাধন (চকুপানীৰ বান), ছয়া ময়া (ৰূপ জেউতী), জগা কাঠ (বুঢ়া আঁহত ঐ বোৱতী নৈ), জিগিনি (জীৱনৰ জিগিনি), ডৰিয়লি (লুইতী), লাওপানী বটল (বাবুৱনী), সাজপানী (একো ঠেহ নাই) ইত্যাদি। তদুপৰি এনুৱা, বেহানি, পখা, কোষ, নিজাপী, সাম্ফলি, কোলাকৈ বাজৰ, খিলিকি ইত্যাদি শব্দসমূহৰ ব্যৱহাৰৰ দ্বাৰা পাৰ্বতিপ্ৰসাদে ভাষাৰ প্ৰাচীন ৰূপটো ধৰি ৰাখিব বিচাৰিছে। আনহাতে তেওঁ সম্বোধন বাচক কিছুমান শব্দ যেনে — আই, বান্ধৈ, সখী, সখা ইত্যাদি লোক-জীৱনৰ পৰাই বুটলি লৈছে।

## গ্ৰাম্য ভাষাৰ সৰলীকৰণ

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত লোক-জীৱনৰ ভাষা প্ৰয়োগৰ অন্য এক বিশেষত্ব হ'ল স্বৰভক্তিৰ ব্যৱহাৰৰ দ্বাৰা যুক্ত ব্যঞ্জনৰ উচ্চাৰণ সহজ আৰু কোমল কৰি প্ৰকাশ কৰাটো। পাৰ্বতিপ্ৰসাদে অ, ই, উ, এ আৰু ও স্বৰধ্বনি সূক্ষ্ম ব্যঞ্জনৰ মাজত সুমুৱাই সৰলীকৰণ কৰিছে। যেনে — অগনি (অগ্নি), শৱদ (শব্দ), হৰষ (হৰ্ষ), দৰিশন (দৰ্শণ), লগন (লগ্ন), সুখেন (সুক্ষণ), ৰতন (ৰত্ন), মোলান (ম্লান), শকতি (শক্তি), উছাহ (উৎসাহ), ৰাইখ (ৰক্ষা), পৰাণ (প্ৰাণ), পৰমান (প্ৰমাণ), পৰাণী (প্ৰাণী), পৰভাত (প্ৰভাত), বিয়াধ (ব্যাধ), বিশুধ (বিশুদ্ধ), বিৰিখ (বৃক্ষ), বিয়াকুল (ব্যাকুল), বাৰতা (বাৰ্ত্তা), উৰমি (উৰ্মি), কৰম (কৰ্ম), চিতনি (চিন্তা), তিয়াগ (ত্যাগ), দীখা (দীক্ষা), ধৰম (ধৰ্ম), খিয়াতি (খ্যাতি), দীপিতি (দীপ্তি), ছান (স্নান), ধিয়ান (ধ্যান), সাধন (সাধনা), নিৰমল (নিৰ্মল), ভগন (ভগ্ন), ভৰমি (ভ্ৰমি), মনিচ (মনুষ্য), মগন (মগ্ন), মূৰুখ (মূৰ্খ), মূৰতি (মূৰ্ত্তি), মুগুধ (মুগ্ধ), যুৱন (যৌৱন) ইত্যাদি।

পাৰ্বতিপ্ৰসাদে অসমীয়া মানুহৰ কথিত ভাষা সহজ ভংগীত ব্যৱহাৰ কৰিছিল যদিও ইবিলাকৰ জৰিয়তে ৰহস্যময় ভাবকো নিপুণতাৰে প্ৰকাশ কৰিবলৈ সক্ষম হৈছিল। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত থলুৱা মাটিৰ উমাল পৰশ আৰু জীৱনৰ ৰহস্যময়তা একেলগে অনুভৱ কৰিব পাৰি।

## পাৰ্বতিপ্ৰসাদৰ বাক্য-বিন্যাস ৰীতি

কাব্যিক ভাষাৰ বিভিন্ন উপাদানৰ ভিতৰত বাক্য-বিন্যাস অন্যতম। বাক্য-বিন্যাসে কবিৰ অভিপ্ৰেত বিষয়ক বা ভাবনাক শব্দ-শৃংখলাৰে বান্ধি ৰাখে আৰু কবিৰ অন্তৰ্লীন মানসিক সংযোগক উজ্জ্বল কৰি তোলে। পাৰ্বতিপ্ৰসাদৰ বাক্য-বিন্যাসৰ বৈচিত্ৰ্যই কবিৰ অভিপ্ৰেত বিষয়ক বিশিষ্ট কৰি তুলিছে। তাৰে দুটিমান দৃষ্টান্ত দাঙি ধৰা হ'ল।

(ক) তুমি কোনহে চিকুণ চোৰ
আজি নিবানে সৰ্বস্ব মোৰ
তোমাক নেদেখি দেখিছোঁ নিচিনি চিনিছোঁ
চৰণৰ ধ্বনিৰ আঁৰে আঁৰে।
(মাজ ৰাতি মোৰ এন্ধাৰ ঘৰত)

(খ) বুকুৰ বাঁন্ধে
চিনো কি নিচিনো আগে
সৰা শেৱালিৰ বাটে কাহানিবা
দেখিছিলো যেন লাগে। (শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল)

(গ) বসন্ত উছৱ নহ'ল পতা,
আধা কোৱা হ'ল যুতীৰ মেলৰ
গুপুত কথা,
দেহি ঐ, খৰিকাজাঁইৰ
উঠন বুকুৰ গোপন বেথা
কোনেও নেজানিলে।
(আজি ফাগুনৰ পুৱা বেলাতেই)

## পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাৰ শব্দগত গুণ

ভৰতমুণি আৰু দণ্ডীয়ে কাব্যৰ দহবিধ গুণ স্বীকাৰ কৰিছে। দণ্ডীয়ে কাব্যাদৰ্শ নামৰ গ্ৰন্থত সেই দহোটা গুণৰ উল্লেখ কৰিছে। সেয়া সৈছে — শ্লেষ, প্ৰসাদ, সমতা,

**মাধুর্য, সুকুমাৰতা, অৰ্থব্যক্তি, উদাৰতা, ওজঃ, কান্তি আৰু সমাধি। (উদ্ধৃত ; মুকুন্দ মাধৱ শৰ্মা, ধ্বনি আৰু ৰসতত্ত্ব ; পৃ. ৪৭)** আনহাতে ভামহ আৰু আনন্দবৰ্দ্ধনে কেৱল ওজঃ মাধুৰ্য আৰু প্ৰসাদ — এই তিনিটা গুণহে স্বীকাৰ কৰিছে। বামনে দণ্ডীৰ উল্লিখিত দহোটা শব্দ গুণ আৰু লগতে দহবিধ অৰ্থ-গুণ স্বীকাৰ কৰিছে *কাব্যালংকাৰ সূত্ৰ* নামৰ গ্ৰন্থত। (সাহিত্য দৰ্পণ ; পৃ. ৪৪৪)

*পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাত শব্দগত গুণ সমূহৰ ভিতৰত প্ৰসাদ, মাধুৰ্য, সুকুমাৰতা, অৰ্থব্যক্তি আৰু কান্তি*গুণ বিচাৰি পোৱা যায়। মাথোন এটি গীতি-কবিতাতহে ওজঃ গুণৰ আভাস পাব পাৰি।

**(ক) প্ৰসাদ ঃ** শব্দ আৰু অৰ্থৰ প্ৰাঞ্জলতাই কবিতালৈ প্ৰসাদ গুণ আনি দিয়ে। পাৰ্বতিপ্ৰসাদৰ বৰ্ণ-বিন্যাস সৰল-সহজ। কোমল শব্দৰ প্ৰয়োগ আৰু অৰ্থৰ প্ৰাঞ্জলতাই তেওঁৰ ৰচনাক প্ৰসাদ গুণযুক্ত কৰিছে। এটি দৃষ্টান্ত —

নোবোলোঁ তোক সোণৰ অসম
মাটিৰ অসম আই ;
সোণতকৈয়ো যে চৰা এই মাটি
এয়ে মোৰ ওপজা ঠাই।
(গুণগুণনি)

**(খ) মাধুৰ্য গুণ ঃ** মাধুৰ্য গুণ শ্ৰুতিমধুৰতাৰ ওপৰত নিৰ্ভৰশীল। শৃংগাৰ, কৰুণ আৰু শান্তৰসক 'মধুৰ শ্ৰেণীত' ধৰিব পাৰি। *পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী কবিতাসমূহলৈ কোমল বৰ্ণযুক্ত আৰু মধুৰ ভাব বিশিষ্ট গুণে মাধুৰ্য গুণ আনি দিছে।* এইখিনি কবিতাত পাৰ্বতিপ্ৰসাদৰ হৃদয়ৰ ৰসানুভূতি আৰু শান্ত-সৌম্য ভাবে শ্ৰোতা বা পাঠকৰ মন দ্ৰবীভূত কৰে। এইদিশৰ পৰা তেওঁৰ দেশপ্ৰেমমূলক কবিতা কেইটিও উল্লেখযোগ্য। অন্য এটি উদাহৰণ —

তোমাৰ লগত প্ৰথম দেখা
নিশা পুৱতিত
বনৰ মাজত চৰায়ে গালে
পোহৰ জৰা গীত। (ময়াপী)

**(গ) সৌকুমাৰ্য ঃ** সৰল কথাত মোলায়েম ভাবেই সৌকুমাৰ্য। ইয়াত কঠোৰতা বা জটিলতাৰ ছাপ নাথাকে। পাৰ্বতিপ্ৰসাদৰ প্ৰায় সমগ্ৰ ৰচনাই সুকুমাৰ গুণযুক্ত। তাৰে এটি উদাহৰণ —

জোনাক জোনাক শীতল জোনাক
চাই মোৰ চকুলো সৰে ;

অন্তৰ মন উগুল-থুগুল
উদাস আকুল কৰে।

(জোনাক জোনাক শীতল জোনাক)

**(ঘ) ওজঃগুণ ঃ** কবিতাৰ ওজঃগুণে পাঠকৰ চিত্তৰ বিস্তৃতি ঘটায়। বীৰ, ৰৌদ্ৰ আৰু বীভৎস ৰসত এই গুণ থাকে। (কৰবী ডেকা হাজৰিকা ; কবিতাৰ ৰূপছায়া ; পৃ. ১৭৫) পাৰ্বতিপ্ৰসাদৰ কবিতাৰ এটি উদাহৰণ —

তই ভাঙিব লাগিব পৰ্বত শিলা
কাটিব লাগিব বাট
তই জিনিব লাগিব ভয় ;
তই আনিব লাগিব জয়।
তই ভাঙিব লাগিব সকলো বান্ধোন
ছিঙিব লাগিব জাল।

(তোৰ নাই যে বন্ধোৱা বাট)

এই উদ্ধৃতাংশত পদসমাৱেশৰ গাঢ়তা আৰু আটিল ভাব অনুভূত হয়। মূল ৰস বীৰ ৰস। স্থায়ীভাব উৎসাহ। এই গুণে পাঠক বা শ্ৰোতাৰ চিত্তৰ বিস্তৃতি ঘটাবলৈ সক্ষম হৈছে।

**(ঙ) অৰ্থব্যক্তি ঃ** সহজে অৰ্থ প্ৰকাশ কৰাকে অৰ্থব্যক্তি বোলা হয়। অৰ্থব্যক্তিত কবিৰ বক্তব্য পৰিষ্কাৰ আৰু স্পষ্টকৈ প্ৰকাশিত হয়। কোনো নথকা শব্দ জোৰাই অৰ্থ উলিয়াব লগা নহয়। পাৰ্বতিপ্ৰসাদৰ ৰচনাত এই গুণ বিচাৰি পোৱা যায়। দৃষ্টান্ত—

দোকমোকালিতে ফেঁহুজালি দিলে
ৰ'দালি ৰেঙালে পূবে ;
চিকুণ কুমলীয়া আঁহতৰে পাত
জিলিঙনি পৰি শোভে।

(দোকমোকালিতে)

**(চ) কান্তি গুণ ঃ** উল্লিখিত শব্দ গুণসমূহৰ উপৰি কান্তি গুণে পাৰ্বতিপ্ৰসাদৰ ৰচনাক আকৰ্ষণীয় কৰি তুলিছে। কান্তি গুণে কবিতাত অৰ্থৰ স্পষ্টতা, ভাবৰ উজ্জ্বলতা আৰু অলৌকিক শোভা আনি দিয়ে। তেনে এটি উদাহৰণ —

নাহৰ গছৰ কুঁহিপাতত
পোহৰ পেলাই ফাগুন আহিছে
সখিয়তীৰ মিহি মাতত
লহৰ খেলাই ফাগুন আহিছে।

(নাহৰ গছৰ কুঁহিপাতত)

ইয়াত কবি কল্পিত নিসৰ্গ চিত্ৰখনলৈ কান্তি গুণে উজ্জ্বলতা আনি দিছে। অন্যহাতে কবি-প্ৰাণৰ সূক্ষ্ম উপলব্ধিৰ মধুৰ প্ৰকাশ ঘটিছে। (নিৰ্মলপ্ৰভা বৰদলৈ, কবিতাৰ কথা ; পৃ. ৫৬) এনেধৰণৰ আলোচনাৰ মাজেৰে প্ৰতীয়মান হয় — পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ সৌন্দৰ্য বৰ্দ্ধনত শব্দগত গুণসমূহে বিশেষভাৱে সহায় কৰিছে।

**পাৰ্বতিপ্ৰসাদৰ কাব্যৰ সংগীত**

শব্দ, ধ্বনি আৰু বৰ্ণ-বিন্যাসে কবিতাক অৰ্থবহ কৰি তোলে। কবিৰ কল্পিত বিষয়বস্তু ধ্বনিৰ সহায়ত সিদ্ধ হয়। পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাৰ অন্যতম প্ৰধান লক্ষণ হৈছে সংগীতময়তা। ধ্বনি-বিন্যাসে কবিতাৰ সংগীতক জন্ম দিয়ে। শব্দৰ স্বৰ আৰু ব্যঞ্জন ধ্বনি, দীৰ্ঘ আৰু হ্ৰস্ব স্বৰৰ সংগত আৰু আৱেগ-সঞ্চাৰী বিন্যাসৰ মাজেৰে কাব্যৰ সংগীত সৃষ্টি হয়। কাব্যৰ শব্দসজ্জাৰ মাজত কাব্যৰ সংগীত জাগ্ৰত হৈ উঠে। (অশ্ৰু কুমাৰ সিকদাৰ ; আধুনিক কবিতাৰ দিগ্‌বলয় ; পৃ. ৪৩) অন্যহাতে চিত্ৰধৰ্মময়ো কবিতাক সংগীত ধৰ্মেৰে সংযোজিত কৰে। পাৰ্বতিপ্ৰসাদৰ কবিতাত ধ্বনি-বিন্যাস আৰু চিত্ৰধৰ্মিতাৰ সন্মিলিত উপস্থাপনৰ এটি উদাহৰণ —

থল-পদুমৰ ৰঙা পাহিত
চৰণ বুলাই ফাগুন আহিছে;
ফুল কুঁৱৰীৰ মুখৰ হাঁহিত
বৰণ মিলাই ফাগুন আহিছে।

(নাহৰ গছৰ কুঁহিপাতত)

ইয়াত শব্দৰ অৰ্থশক্তি আৰু ধ্বনিশক্তিয়ে চিত্ৰধৰ্মিতাৰ সহযোগত কবিৰ আৱেগ আৰু উপলব্ধিক দ্যোতিত কৰিছে।

**পাৰ্বতিপ্ৰসাদৰ মৌলিক শব্দসম্ভাৰৰ সৌন্দৰ্য**

পাৰ্বতিপ্ৰসাদৰ মৌলিক শব্দসম্ভাৰ যেনে — ঘৰুৱা খণ্ডবাক্যৰ প্ৰয়োগ, ৰূপক ধৰ্মী বৰ্ণনা, আৱেগমণ্ডিত শব্দৰ ব্যৱহাৰ আৰু বিশেষ্য-বিশেষণ প্ৰয়োগ শৈলীৰ মাজেৰে অভিনয় সৌন্দৰ্য প্ৰকাশিত হৈছে। তলত প্ৰতিটো শিতানৰে দৃষ্টান্ত দাঙি ধৰা হ'ল —

**(ক) ঘৰুৱা খণ্ডবাক্যৰ প্ৰয়োগ ঃ** পাৰ্বতিপ্ৰসাদে ঐতিহ্যৰ গোন্ধ থকা ঘৰুৱা খণ্ডবাক্যৰ প্ৰয়োগৰ জৰিয়তে ভাবাকোক ব্যঞ্জনামণ্ডিত কৰিছে। যেনে — 'পখিলা পাখিৰে পালতৰা নাও', 'ৰূপহী সুঁতিৰ ধল', 'ইকৰা পাতৰ নাও', 'কলমৌ ঠাৰিৰে পেঁপা', 'লেক্‌লৌ পৰুৱা', 'লৰিয়লি চৰাই' ইত্যাদি।

**(খ) ৰূপকধৰ্মী বৰ্ণনা ঃ** পাৰ্বতিপ্ৰসাদৰ বাক্য-বিন্যাসৰ অন্য এক বৈশিষ্ট্য ফুটি উঠিছে ৰূপকধৰ্মী বৰ্ণনাৰ মাজত। যেনে — 'জোনাক জোনাক শীতল জোনাক', 'কোনে ডাবৰে ডাবৰে মৃদং বজায়', 'কঁহুৱা বনত নাচনী উঠিলে জাগি', 'শিঁয়ৰি উঠিলে বন', 'দুপৰৰ আকাশত কি সুৰ মেলিলি', 'জোনাকত ওপঙিল কিহবাৰ ৰাগী', 'চৰায়ে গালে পোহৰ জৰা গীত' ইত্যাদি।

**(গ) আবেগমণ্ডিত শব্দ ৰাজি ঃ** পাৰ্বতিপ্ৰসাদৰ সুকোমল কল্পনাৰ আবেগমণ্ডিত প্ৰকাশ কিছুমান শব্দৰ ব্যৱহাৰত উজ্জ্বল হৈ উঠিছে। উদাহৰণ — 'মৌ-টোকাৰী', 'ময়াপী', 'সোণৰ সোলেঙ', 'শুকুলা ডাবৰ ঐ কঁহুৱা ফুল', 'গুণগুণনি', 'ভঙা টোকাৰীৰ সুৰ', 'খেল ভঙা খেল' আদি ৰচনাৱলীৰ নামকৰণৰ মাজত মায়াময় আবেশ অনুভূত হয়।

**(ঘ) বিশেষ্য-বিশেষণ প্ৰয়োগ শৈলী ঃ** পাৰ্বতিপ্ৰসাদে বিশেষ্য-বিশেষণৰ প্ৰয়োগৰ মাজতো অভিনৱত্ব প্ৰদৰ্শন কৰিছে। উদাহৰণ — 'পিয়াহী হৃদয়', 'বিদায় বাঁহী', 'শেঁতা জোনাক', 'শীতল জোনাক', 'ৰূপালী জোনাক', 'জোনাকী মেল', 'মৰমিয়াল জীৱন', 'হৃদয়ৰ শিলা', 'সুৱদী মৌ', 'সেউজীয়া ৰাগী', 'সেউজীয়া জুই', 'সপোন মাধুৰী', 'কৰণী সুৰ', 'নিৰলা ঘৰ', 'কৰুণ হাঁহি', 'শেহতী বান', 'বিৰহী হুমুনিয়া', 'নীৰৱ প্ৰাণ', 'নীৰৱ বাঁহী', 'নিফুট সুৰ', 'মধুৰ ৰিং', 'সুখৰ সোণালী মৌ', 'আগমনি গান', 'ফাগুনী জোনাক', 'পোহৰ বীণ', 'অতল জল', 'পগলা সোঁতা', 'ময়াপী খেল', 'জুৰণি জীৱন', 'মিলন ৰাগিণী', 'সুৰৰ ৰাগী', 'কেঁচা জীৱন', দুখৰ বীণ', 'বিয়াকুল প্ৰাণ', বেদনা গধুৰ প্ৰাণ', 'প্ৰেমৰ ভোগজৰা', 'জীৱনৰ ৰহ', 'পৰাণৰ পৰশমণি', 'পোহৰৰ বাণী', 'প্ৰেমৰ সঁফুৰা', 'শাৰদী লখিমী', 'বুকুৰ বান্ধে', 'উলাহী ধৰণী', 'মোহিনী লেখনী', 'জালিকটা সুৰুঙা', 'শইচ সেউজী', 'হাবিয়াহ ভৰা চিত', 'হাঁহিৰ প্ৰসাদ', 'নিখিল বীণ', 'বুলন বিৰহ', 'অসুন্দৰৰ মলিন ছায়া', 'অ' ধুনীয়া', 'গীতৰ সুৱাদ ঢালি', 'সুগন্ধি জ্বলালে' ইত্যাদি।

**(ঙ) যুটীয়া শব্দৰ সৃষ্টি ঃ** পাৰ্বতিপ্ৰসাদৰ শব্দ প্ৰয়োগৰ ৰীতিৰ অন্য এক বৈশিষ্ট্য ধৰা পৰে ভাবক গাঢ়তা দান কৰিবৰ বাবে সৃষ্টি কৰা যুটীয়া শব্দসমূহৰ মাজত। যেনে — 'সুৰে সুৰে', 'ৰঙে ৰঙে', 'পাতে পাতে', 'বনে বনে', 'ডালে ডালে', ' আঁৰে আঁৰে', 'ক্ষণে ক্ষণে', 'ভাৰে ভাৰে', 'জোনাক জোনাক', 'চেৰে চেৰে', 'ঠেৰে ঠেৰে', 'চুঁচৰি চুঁচৰি', 'তাঁৰে তাঁৰে', 'গাঁথিয়ে গাঁথিয়ে' ইত্যাদি।

**মুঠ কথাত, পাৰ্বতিপ্ৰসাদৰ মৌলিক শব্দসম্ভাৰ আৰু প্ৰকাশভংগী স্বকীয় গুণেৰে সমৃদ্ধ। ইবিলাকৰ মাজেদি কবিৰ কল্পনাৰ ঐশ্বৰ্য আৰু সৃজনশীল প্ৰতিভাৰ স্ফুৰণ লক্ষ্য কৰিব পাৰি।**

বাক্য-বিন্যাস আৰু ছন্দ পৰিক্ৰমাৰ সম্বন্ধ অবিচ্ছেদ্য। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ ছন্দ বাক্য বিন্যাসৰ ওপৰত নিৰ্ভৰশীল। অমিতাক্ষৰ ছন্দসজ্জাৰ প্ৰয়োগ তেওঁৰ ৰচনাত বিশেষভাৱে পৰিলক্ষিত হয়। অমিতাক্ষৰ হৈছে প্ৰৱহমান ছন্দসজ্জা। এই ছন্দসজ্জাত এটা চৰণৰ পৰা আন এটা চৰণলৈ ভাব প্ৰৱাহিত হয়। অৰ্থাৎ ভাবপৰ্বসমূহে ছন্দ প্ৰৱাহক নিয়ন্ত্ৰণ কৰে। আনহাতে অমিতাক্ষৰ ছন্দৰ পৰ্বসমূহ অসমান দৈৰ্ঘ্যৰ। এইবিধ ছন্দসজ্জাত ছেদৰ অনিয়মিত অৱস্থানে পৰ্বসমূহৰ ৰূপ নিৰূপণ কৰে। (মহেন্দ্ৰ বৰা; অসমীয়া ছন্দৰ শিল্পতত্ত্ব ; পৃ. ১৫৪) অমিতাক্ষৰ ছন্দসজ্জাত অমিল আৰু সমিল দুয়োটা ৰূপেই পোৱা যায়। পাৰ্বতিপ্ৰসাদৰ কবিতাত অমিতাক্ষৰ, দুলড়ী, ছবি, পয়াৰ আদি ছন্দসজ্জা পোৱা যায়।

**(ক) পাৰ্বতিপ্ৰসাদৰ কবিতাত অমিতাক্ষৰ ছন্দৰ উদাহৰণ ঃ**

অৰুণ জেউতি ভৰা
আহিনৰ ৰাতিপুৱা
হাতত কুঁকিটি লই
ভুমুকি মাৰিলে ধীৰে
এটি ফুল তোলা ল'ৰা।

**(খ) দুলড়ীৰ উদাহৰণ ঃ** পাৰ্বতিপ্ৰসাদৰ সৰহ সংখ্যক গীত আৰু কবিতা দুলড়ী ছন্দ সজ্জাৰে গঠিত। এই ছন্দসজ্জা ৬, ৬, ৮ ৰূপকল্পত গঠিত।

মনৰ মাজত          সুখ সোঁৱৰণি
অতীত মধুৰ জাগে
বাহিৰত শুদা          ৰূপালী জোনাক
উৰুঙা উৰুঙা লাগে।

**(গ) দীৰ্ঘ ত্ৰিপদী বা ছবি ঃ** এই ছন্দসজ্জাত ৮, ৮, ৬, ৪ ৰূপকল্পৰ তিনিটা পদেৰে একোটি চৰণ গঠিত হয়। যেনে —

সেউজীয়া পাতবোৰ          শুকাই লেৰেলি গ'লেও
একণি চেনেহ দিবা বাকী
সন্ধিয়াৰ আবাহনে          ঢাকিলে ধৰণী মোৰ
কাষত জ্বলাবা এটি চাকি।।

**(ঘ) দিগক্ষৰা বা লঘু পয়াৰ ঃ** লঘু পয়াৰৰ চৰণবন্ধত দুটাকৈ ৪, ৬ ৰূপকল্পৰ পৰ্ব থাকে। একোটা স্তৱকত চাৰিটাকৈ চৰণ থাকে। ইয়াৰ মিল-বিন্যাস ক, ক, খ, খ,

ৰূপকল্পৰ। কিন্তু আধুনিক কবিতাত সেই ৰূপকল্পৰ মিল-বিন্যাস মিলাই প্ৰয়োগ কৰা দেখা যায় (X. ক. X. ক) পাৰ্বতিপ্ৰসাদৰ 'ৰূপ জেউতি' কবিতাটো এই আৰ্হিত ৰচিত। এটি দৃষ্টান্ত দাঙি ধৰা হ'ল —

ছয়াময়া। চকুৰ আগত।
ক্ষন্তেকলৈ। কৰেহি বিহাৰ।।
আঁচু দিয়া। আঁচলৰ আগ।
সোণোৱালী। মুগাৰ ৰিহাৰ।।

(X ক X. ক)

ইয়াত মিল-বিন্যাসৰ পৰিৱৰ্তনৰ ফলত দ্বিপৰ্বিক ৰূপৰ চৰণবন্ধ চতুস্পৰ্বিক চৰণৰ যুগ্মক স্তৱলৈ ৰূপান্তৰিত হৈ পৰিছে।

এই কেইটা ছন্দসজ্জাৰ উপৰি পাৰ্বতিপ্ৰসাদে 'খেল ভঙা খেল'ত নতুন নতুন ছন্দৰ পৰীক্ষা-নিৰীক্ষা কৰা দেখা যায়। তাৰে দুটি মান উদাহৰণ তলত দিয়া হ'ল—

**(ঙ) মুক্তক ছন্দ ঃ**

তোমাৰ জোলোঙাত
মৰা মানুহৰ হাড়
আৰু আধামৰা ভঙা কলিজা
কেই গেলন আছে
জীয়া মানুহৰ তেজ?
এই নাটশালত
নেলাগে নলওঁ আৰু
মৃত সৈনিকৰ ভাও
নিজে নিজে কথা কোৱা।

(জীয়া তেজ)

**(চ) স্পন্দিত গদ্যৰ অনুৰণন ঃ**

সকলো মানুহ যায় যি বাটেদি
সেই বাটৰ কাষৰ দুবৰি বন
মোৰ ই জীৱন।
শত গচকত শুচি হোৱা এই
মোৰ হৃদয়ত, ৰঙা চৰণৰ
পৰশ লাগিব যিদিন,

জোকাৰি বাজিব জীৱনৰ বীণ
মহামানৱৰ মূৰ্ত ৰাগিণী পাই
সিনো কি জোঁকাৰ
সিনো কি মহান সুৰ?
হেৰা দেৱতা আৰু নো কিমান দূৰ?
এই জীৱনতে হ'বনে
হৃদয় পূৰ?

(জীৱন দেৱতা)

পাৰ্বতিপ্ৰসাদে শেহতীয়াভাৱে বিচিত্ৰ, ভাব-অনুভূতি প্ৰকাশৰ বাবে গদ্য ছন্দৰ আশ্ৰয় লৈছিল। ইবোৰে প্ৰকৃত অৰ্থত বৈচিত্ৰ্য আৰু সাৰ্থকতাৰ অভিমুখে মাথোন যাত্ৰাৰহে সূচনা কৰিছিল।

পৰ্যালোচনা কৰি দেখা গ'ল— পাৰ্বতিপ্ৰসাদে লোক-জীৱনৰ পৰা গৃহীত শব্দ ৰাজিক হৃদঁয় ৰসত জুবুৰিয়াই স্বকীয় কল্পনা, ভাব, অনুভূতি, অভিজ্ঞতাৰ আধাৰত উপস্থাপন কৰি অভিনৱ ৰূপ দান কৰিছে। আনহাতে পাৰ্বতিপ্ৰসাদৰ মৌলিক শব্দসম্ভাৰৰ এক সুকীয়া মাধুৰ্য আছে। অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰতি থকা পাৰ্বতিপ্ৰসাদৰ সচেতনতাই ভাষা-শৈলীক স্বকীয় মৰ্যাদা দান কৰিছে। ভাষাৰ শুদ্ধতাৰ প্ৰতি তেওঁ বিশেষ চকু ৰাখিছিল। ঠিক তেনেদৰে সুশ্ৰাব্য হোৱাৰ লক্ষ্য ৰাখি তেওঁ প্ৰথম পুৰুষৰ একবচন আৰু দ্বিতীয় পুৰুষত (অনুজ্ঞাত) চন্দ্ৰ বিন্দুৰ প্ৰয়োগ কৰিছিল। যেনে— কৰিলোঁ, উপেক্ষিলোঁ, গোৱাছোঁ, দেখুৱাচোঁ ইত্যাদি। পাৰ্বতিপ্ৰসাদৰ শব্দৰ নিৰ্বাচন, শব্দগত গুণ, বাক্য-বিন্যাস ৰীতি আৰু উপস্থাপনাৰ অভিনৱ কৌশলে এহাতে কবি প্ৰতিভাক তীক্ষ্ণ কৰি তুলিছে, আনহাতে পাঠক-শ্ৰোতাক নান্দনিক ৰসানুভূতিৰ যোগান ধৰিবলৈ সক্ষম হৈছে।

## তেৰ

# পাৰ্ৱতিপ্ৰসাদৰ কবিতাত আধুনিকতাৰ পূৰ্বাভাস

পাৰ্ৱতিপ্ৰসাদৰ জীৱনৰ আদি আৰু মধ্যভাগৰ চিন্তা-অনুভূতি ক্ৰমবিৱৰ্তিত পথেৰে আগবাঢ়ি *খেল ভঙা খেলত* পৰিণতি লাভ কৰিছেহি। এইখিনি কবিতাত দুটি দিশ প্ৰতিভাত হৈছে। প্ৰথম বিধত আছে মানুহৰ সত্তাৰ আভ্যন্তৰীণ বিপৰ্যয় সম্পৰ্কে বৈজ্ঞানিক সচেতনতা। কবিয়ে জীৱনৰ প্ৰকৃত ৰূপ চিনিবলৈ প্ৰয়াস কৰিছে। দ্বিতীয়বিধত আছে সমাজ-সচেতনতা, নতুন সামাজিক স্বপ্ন আৰু নতুন ছন্দৰ পৰীক্ষা-নিৰীক্ষা। এইখিনি কবিতাত কবি ব্যক্তি-জীৱনৰ বাহিৰলৈ ওলাই আহি বাস্তৱতাৰ কাষ চাপি গৈছে।

পাৰ্ৱতিপ্ৰসাদৰ কবিসত্তা গঢ় লৈ উঠিছে ঊনৈশ শতিকাৰ পটভূমিকাত। পাৰ্ৱতিপ্ৰসাদৰ ধ্যান-ধাৰণা, সাহিত্যবোধ মনোভংগীৰ প্ৰধান আধাৰ হৈছে ঊনবিংশ শতিকা। বিংশ শতিকাৰ মানসিক আৰু সামাজিক পৰিবেশে পাৰ্ৱতিপ্ৰসাদৰ কবি সত্তাক নতুন নতুন অভিজ্ঞতাৰে পৰিপুষ্টি যোগাইছে। এই আধুনিক সমাজচিন্তা আৰু আধুনিক অভিজ্ঞতাৰ সংমিশ্ৰণত 'খেল ভঙা খেল'ত পাৰ্ৱতিপ্ৰসাদৰ চিন্তাৰ গতিপথ সলনি হৈছে।

পাৰ্ৱতিপ্ৰসাদৰ কবিতাত আধুনিকতাৰ পৰিচয় পোৱা যায় বিষয়বস্তু আৰু আংগিকৰ ক্ষেত্ৰত।

**(ক) বিষয়বস্তুৰ ক্ষেত্ৰত আধুনিকতাৰ পৰিচয় ঃ** পাৰ্ৱতিপ্ৰসাদৰ সমাজ চিন্তাৰ আভাস 'খেল ভঙা খেল' ৰ কবিতাসমূহে বহন কৰিছে। 'আত্মাৰ আৰাৱ' কবিতাত সমসাময়িক সমাজৰ চিত্ৰ দাঙি ধৰিছে। সমসাময়িক সমাজ ব্যৱস্থাৰ কু-সংস্কাৰসমূহ কবিয়ে চিত্ৰিত কৰিছে। বৰ্তমান সমাজৰ ভণ্ডামি, শঠতা, অন্যায়-অনীতি দেখি কবি হতাশ হৈছে। সৰ্বসাধাৰণৰ পেটৰ ভাত কাঢ়ি ধনী হোৱা ধনী-শ্ৰেণী, ঘোচখোৰ, লাভখোৰ, শাসক আৰু শাসনাধিষ্ঠ মানুহৰ ছবি কবিতাটোত দাঙি ধৰিছে। জীৱন আৰু মানুহক সমালোচনা কৰিছে। পাৰ্ৱতিপ্ৰসাদে দুৰ্নীতিকৰ্মত লিপ্ত সমাজৰ বিভিন্ন শ্ৰেণীৰ মানুহৰ চৰিত্ৰ আৰু কৰ্মৰ দুমুখীয়া নীতিৰ ব্যংগাত্মক বৰ্ণনা কৰিছে *এজাক মানুহ ঃ এমুঠি পইচা* শীৰ্ষক কবিতাত।

যথা —

সপোন দেখা সাধুকথা কোৱা
কবি সাহিত্যিক সম্পাদক
সাধুৰ বেশত ভেশছন্ন ধৰা
চোৰ, দগাবাজ, ঠগ
বিশ্বাসঘাতক মানুহমৰা খুনী,
বুৰ্জোৱা প্ৰলেটেৰিয়েট
সংসাৰ গড়গাঁৱৰ পিছলা বাটত
হাতে প্ৰতি লাখুটি গাত লৈ
এজাক মানুহ।

তদুপৰি কবিতাটোত তেওঁ মুখা পিন্ধা সভ্যতাৰ আঁৰত লুকাই থকা অসভ্য বেশ, অৰ্থলোভী মানসিকতাৰ ছবিখন উদঙাই দেখুৱাইছে।

যথা —

(এমুঠি পইচা) থাপ মাৰি ধৰি
দলি মাৰি ছটিয়াই দিয়া
এটি এটি কৰি ওলাই আহিব
মানুহৰ ভিতৰতে
দেৱতা দানহ।

পাৰ্ৱতিপ্ৰসাদৰ দৃষ্টিত ধৰা পৰা অন্য এক শ্ৰেণীৰ মানুহ হৈছে যি জ্ঞাতিৰ মাজতে দ্বন্দ্ব খৰিয়াল কৰি সংকীৰ্ণতাৰ নাগপাশত বন্দী ;

ভোগ পৰমাণত খুদকণ কমিলেই
দাং খাই উঠা ভোগেশ্বৰ,
দুখীয়া নিছলাক ঢাঁহি মুহি খোৱা ধনবৰ,
পৰৰ কাৰণে টেঁটু আগকৰা
বসুধৈৱ কুটুম্বকম্।

তু ; খোৱা কামোৰাকৈ মৰিছে মানুহ
পৃথিৱী যে ছাৰখাৰ
পশুৰো অধম স্বাৰ্থত অন্ধলা
দানৱৰো সাত চাৰ। (চন্দ্ৰকুমাৰ আগৰৱালা; 'বীণবৰাগী')

পাৰ্বতিপ্ৰসাদে ব্যংগ-বিদ্ৰূপেৰে সমাজৰ বিভিন্ন শ্ৰেণীৰ চৰিত্ৰ, কৰ্ম ইত্যাদি উদঙাই দেখুৱাইছে। কবিৰ ভাষাত এইবোৰ মানুহেই হৈছে 'চিনিব নোৱাৰা জীয়া মানুহ।' 'সময় আহিল' কবিতাত তেওঁ কৈছে—

সেই মাহ মুঠি
আলিৰ পৰা এখোজ
দিলেই পোৱা
বজাৰৰ পৰা
ৰুমালত টোপোলা বান্ধি
সেই টোপোলাটো
হাতত লৈ আহিবলৈ
আপোনাৰ লাজ লাগে,
এনে সমাজ ব্যৱস্থা।
আপুনি আনিলেও
আমিয়ে নিদিওঁ
'দেউতাই ভাৰ ব'ব?
আমি আছো কিয়?'
এই যে আপোনাৰ মন
এই যে ব্যৱস্থা,
হাতত টোপোলা ল'লে
বৰ মানুহ ভাগে।
ইয়াক সলাবৰ
কেতিয়াবাই সময় আহিল।

জীৱনৰ শেহৰ ফালে লিখা 'মণিদীপ'ৰ ৩য় বছৰ, ১ম সংখ্যাত প্ৰকাশিত 'কান্দা, আৰু কান্দা আই' শীৰ্ষক কবিতাটোতো চলিত সমাজ ব্যৱস্থাক ব্যংগ-বিদ্ৰূপ কৰি কৈছে—

একতকৈ দহ ডাঙৰ হোৱা গণিত তন্ত্ৰত,
দহতকৈ এক ডাঙৰ কৰা
স্বেচ্ছাচাৰী অটোক্ৰেটৰ মন যোগোৱা
ন্যায়সোধা বৰফুকনৰ প্ৰসাদ চোবাই,
বৰটোপৰ ঔ টেঙা যেন গুলীৰে
ফুটুৱা তালুৰ জ্বল জ্বল পটপট ভমলা বিন্ধাই

বিচাৰৰ ভেঁকো-ভাওনা চাই,
কান্দা, আৰু কান্দা আই!

তাৰ মাজতেই কবিৰ আশাবাদৰ ৰেঙণি প্ৰকাশিত হৈছে এনেদৰে —

অসত্যৰ ৰণজয় কৰিবলৈ
এটি মাথোঁ ৰণজিতেৰেই
নুজুৰিব আই!
তোমাৰ তপত চকুলো প্ৰতিটোপালত
হেজাৰ ৰণজিত ওপজাব লাগিব।
কান্দা, আৰু কান্দা আই!

পাৰ্বতিপ্ৰসাদৰ চিন্তা আৰু চেতনাত উদাৰ মানৱিকতাবাদৰ প্ৰতিধ্বনি শুনা যায়। অন্যায়, অসত্য, অসাম্যই কবিক ব্যথিত কৰে। কবিয়ে এইবোৰৰ কবলৰ পৰা মুক্ত হ'বলৈ এচাম মানুহে আটাহ পৰা শুনিছে। সেয়ে তেওঁ সামাজিক হীনমন্যতা দূৰ কৰি ৰাজনৈতিক, অৰ্থনৈতিক, নৈতিক, সামাজিক অসামঞ্জস্যতাৰ বিপৰীতে সাম্যবাদী সমাজ প্ৰতিষ্ঠাৰ মনোভাব ব্যক্ত কৰিছে।

যথা —

শুনি সি প্ৰাণৰ ৰিং
জীৱন চিএৰ আত্মাৰ আৰাৱ
ঋষিয়ে ৰিঙিয়াই — 'মাভৈঃ
মানুহ সমান হ'ব
সমাজ সমান হ'ব।

ইয়াৰ অন্তৰালত আছে কবিৰ *সামাজিক স্বপ্ন।* কবিয়ে বিচাৰে এই পৃথিৱীতে দয়া-মমতাৰে পূৰ্ণ একোখন মানব হৃদয়, সংস্কৃতিৱান, শ্ৰেণীহীন এখন সমাজ।

উল্লেখযোগ্য যে স্বাধীনোত্তৰ কালৰ কবিতাত বিশেষকৈ অৰ্থনৈতিক অসামঞ্জস্যতা আৰু শ্ৰেণী সংঘৰ্ষৰ বিৰুদ্ধে প্ৰতিবাদী কণ্ঠস্বৰ ধ্বনিত হৈছিল। ধনতান্ত্ৰিক সমাজ ব্যৱস্থাক উচ্ছেদ কৰাৰ মানসিকতা পাৰ্বতিপ্ৰসাদৰ মাজতো গঢ় লৈ উঠিছিল। এনে মানসিকতাৰ ভিত্তিতে পাৰ্বতিপ্ৰসাদে প্ৰচলিত সমাজ ব্যৱস্থা সংস্কাৰৰ মনোভাব পোষণ কৰিছে। (দ্ৰষ্টব্য ; 'সময় আহিল' ঃ (বৰুৱা ডাঙৰীয়ালৈ) চলিত সমাজ ব্যৱস্থাক বিদ্ৰূপ কৰিছে।

পাৰ্বতিপ্ৰসাদৰ জীৱনৰ শেহ পৰ্যায়ৰ কবিতাৰ মাজত অন্য এটা লক্ষণ দৃষ্টিগোচৰ হয়। ঈশ্বৰ বিশ্বাসত আস্থাহীনতা আধুনিক কবিতাৰ অন্য এক লক্ষণ। পাৰ্বতিপ্ৰসাদৰ মনতো ঈশ্বৰোপলব্ধিৰ বিশ্বাসত অস্থিৰতা আহিছে। সেয়ে তেওঁ কৈছে—

হে ঈশ্বৰ,
গৰাখহনীয়াত উঘালি পৰা
পচতীয়া জোপাৰ তলেদিয়েই
ঘাটলৈ নামি সোঁতত উটি যোৱা
মলিয়ন লেৰেলা ফুল পাহি
আৰু পিহি গুড়ি কৰা
কঠীয়া মুঠিয়েই
এইবাৰলৈ তোমালোকৰ
জুৰিব নে?

(অৰ্পণ)

ইয়াৰ মাজেৰে পাৰ্বতিপ্ৰসাদৰ কবি স্বভাৱৰ পৰিৱৰ্তনৰ ইংগিত পোৱা যায়। সেয়ে হ'লেও তেওঁ সম্পূৰ্ণ ৰূপে ঈশ্বৰ বিশ্বাসৰ পৰা আঁতৰি যাব নোৱাৰিলে। শেহত ভগৱানৰ শ্ৰীচৰণত গভীৰ বিশ্বাসেৰে তেওঁ আত্মসমৰ্পণ কৰিছে। ভগৱানৰ সান্নিধ্য জীৱনৰ শেহৰ দিন কেইটাত যাত্ৰা পথৰ সংগীৰ ৰূপত লাভ কৰিছে।

আধুনিক কবিতাৰ অন্য এক বিশিষ্ট লক্ষণ হৈছে *ইতিহাস চেতনা।* পাৰ্বতিপ্ৰসাদৰ কবিতাৰ মাজতো ভাবৰ ক্ষেত্ৰত অতীতমুখিতাৰ পৰিচয় পোৱা যায়। আধুনিক কবিয়ে অতীতক বৰ্তমানৰ পটভূমিত আৰু সমকালত নিৰীক্ষণ কৰে। তাৰ বাবে কোনোৱে আদিম মানুহৰ 'মিথ'ৰ জগতত পৰিভ্ৰমণ কৰে আৰু কোনোৱে নতুন 'মিথ' ৰচনা কৰি অতীতৰ আস্বাদ লয়। (বাসন্তী কুমাৰ মুখোপাধ্যায় ; আধুনিক বাংলা কবিতার রূপরেখা ; পৃ. ২২) পাৰ্বতিপ্ৰসাদে 'বুঢ়া আঁহত ঐ বোৱতী নৈ' কবিতাত ইতিহাসক সমকাল-চেতনাৰে নিৰীক্ষণ কৰিছে। সেয়ে তেওঁৰ 'জাতিস্মৰ' মনটোৱে অতীত স্মৃতিৰ আধাৰত অতীতৰ আস্বাদ বিচাৰি আদিম জগতত পৰিভ্ৰমণ কৰিছে, আদিম সত্তাৰ ৰোমাঞ্চ বিচাৰি পাইছে বৰ্তমানৰ বুকুতে। এটি মানসচিত্ৰৰ মাজেৰে তেওঁ সেই ধাৰণা উপস্থাপন কৰিছে;

আদিম সত্তাটোৰ ৰোমাঞ্চ আনি
চ'তমহীয়া বিহুনাচত গাভৰুৰ হাতবোৰ
ঠাৰিতে ভাগি ঘূৰাৰ নিচিনাকৈ
আঁহত জোপাৰ পাতবোৰ একেবাৰে
সৰি নাইকিয়া নোহোৱালৈকে
বতাহত ঘূৰিয়েই থাকে।

(বুঢ়া আঁহত ঐ বোৱতী নৈ)

কবিৰ স্মৃতিৰ ভাণ্ডাৰত সঞ্চিত অভিজ্ঞতা নতুন দৃষ্টিভংগীৰে আত্মপ্ৰকাশ কৰিছে।

পাৰ্বতিপ্ৰসাদৰ 'খেল ভঙা খেল'ৰ অন্তৰ্ভুক্ত কবিতাৰ মাজত যুগৰ বিভিন্ন সমস্যা, প্ৰচলিত নিয়মত আস্থাহীনতা, অৰ্থ-সামাজিক অৱক্ষয়, মুখাধাৰী মানৱৰ চৰিত্ৰৰ প্ৰতি ঘৃণাৰ মনোভাব, সমাজ-ব্যৱস্থাৰ সংশোধনৰ বাবে প্ৰতিবাদ, ধনী-দুখীয়াৰ প্ৰভেদ দূৰ কৰি শান্তি-মৈত্ৰীৰ সমাজ নিৰ্মাণৰ স্বপ্ন ইত্যাদি প্ৰতিফলিত হৈছে। কিন্তু তাৰ মাজত নৈৰাশ্যৰ পৰিচয় নাই। ঔপনিষদীয় শুভবোধ আৰু উদাৰ মানৱিকবাদৰ দৃষ্টিভংগী সংমিশ্ৰিত হৈ কবিৰ জীৱনবোধক জগাই তুলিছে। এই জীৱনাদৰ্শই সামাজিক দ্বন্দ্ব বিৰোধক আত্মসাৎ কৰিছে।

দ্ৰষ্টব্য ; তাক যেন বোকাৰ গোন্ধ ধুই
নিকা কৰি বিৰাট সমূহৰ
পৰশ দি শুচি কৰা।

**(খ) আংগিকৰ ক্ষেত্ৰত আধুনিকতাৰ পৰিচয় ঃ** 'খেল ভঙা খেল'ত পাৰ্বতিপ্ৰসাদে ভাব, ভাষা উভয়তে নতুনত্বৰ সূচনা কৰিছে। ভাব প্ৰকাশৰ বাবে তেওঁ কথা ছন্দৰ আশ্ৰয় লৈছে। যেনে —

খোলা বুকুখনি
উদঙাই দিলোঁ
আগবঢ়াই,
মুখেৰে নামাতি
আচামী হাজিৰ।

(একো ঠেহ নাই)

আধুনিক যুগৰ ভাব, ভাষা, ছন্দ ব্যৱহাৰৰ উপৰি পাৰ্বতিপ্ৰসাদে *মানস চিত্ৰ*ৰ প্ৰয়োগৰ মাজেৰেও আধুনিক চিন্তা-চেতনাৰ ইংগিত দিছে। প্ৰকৃতিৰ বিভিন্ন সত্তা প্ৰকাশত মানৱীয় অনুভূতি আৰোপ কৰি মানসচিত্ৰক জীৱন্ত কৰি তুলিছে। যেনে —

এতিয়া মৌ ঢাপৰ
কাঞ্চন জোপা,
পুখুৰী পাৰৰ শিমলু
আৰু নঙলা মুখৰ
মদাৰ কিজোপালৈ
মুৰ তুলি চাই
কাষতে কলা ঘুমটিয়াই থকা

কবিয়ে মাত-লগালে
"আহিলি, ৰাঙলী, ৰঙালী।"

(আহিলি, ৰাঙলী, ৰঙালী)

একেটা কবিতাৰ অন্য এটি উদাহৰণ ;

মাঘৰ শেষত দোকমোকালিতে
গোটেই বননিখনে
শুকান পাত সৰুৱাই
নিয়ৰ সিঁচা বতাহত
কঁপি কঁপি ফুচ্‌ফুচাইছিল
"কোনোবা আহিছে যেন"।

'বুঢ়া আহত এ বোৰতী নৈ' — কবিতাটোতো দুটিমান মানসচিত্র বিচাৰি পোৱা যায়।

দ্রষ্টব্য ; কেতিয়াবা ফোপোলা মনৰ
মাটি কলহেৰে বোজাই নাওখন
মবিশালিখনৰ ওচৰৰ বালিচটটোত
লাগিব খোজে।

'খেল ভঙা খেল'ৰ অন্তৰ্ভুক্ত সৰহ সংখ্যক কবিতাই আধুনিক কবিতাৰ ঠাঁচত ৰচিত। আত্মাৰ আৰাৱ, বলমুৱা খেলবো হোৰি, এজাক মানুহ এমুঠি পইচা, জুৱাৰী আদি কিছুসংখ্যক কবিতাৰ শৈলী অমূল্য বৰুৱাৰ বেশ্যা আৰু হেম বৰুৱাৰ পূজাৰ শৈলীৰ সদৃশ। পাৰ্বতিপ্ৰসাদে ইবিলাকত আগৰ ছন্দ-ৰীতি বৰ্জন কৰিছিল। মুঠৰ ওপৰত, ভাব-ভাষা-শৈলী ইত্যাদিৰ প্ৰয়োগত পাৰ্বতিপ্ৰসাদৰ 'খেল ভঙা খেলে' আধুনিকতাৰ পৰিচয় বহন কৰে। পাৰ্বতিপ্ৰসাদৰ কবি-মানসে ভাববস্তু আৰু ৰূপবস্তু উভয় দিশতে প্ৰসাৰতা লাভ কৰিছে। সেয়ে হ'লেও গভীৰ মননশীলতাৰ অভাবৰ বাবে ইবিলাকত মননশীল ভাষা-ভংগীৰ ব্যৱহাৰ দেখা নাযায়। নৰকান্ত বৰুৱাৰ মতে পাৰ্বতিপ্ৰসাদৰ কবিতাত প্ৰতিফলিত নতুন লক্ষণসমূহ "নৱতম আধুনিকতাৰ আগজাননী।" (খেল ভঙা খেলৰ 'চিনাকি' ; *পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী* ; পৃ. ৩৬০) আবেগ-অনুভূতিৰ প্ৰাধান্য আৰু মননশীলতাৰ অভাৱৰ বাবে পাৰ্বতিপ্ৰসাদৰ কবিতা সম্পূৰ্ণ অৰ্থত আধুনিক কবিতাৰ শাৰীলৈ উত্তীৰ্ণ হোৱাত ফাঁকৰ সৃষ্টি হৈছে। সেয়ে হ'লেও পাৰ্বতিপ্ৰসাদ নিজৰ ধৰণেৰে আধুনিক কবি। পাৰ্বতিপ্ৰসাদৰ কবিমানসৰ আধুনিক প্ৰৱণতাসমূহে আধুনিক কবিতা আৰু পাৰ্বতিপ্ৰসাদৰ কবিতাৰ মাজত সেতু ৰচনা কৰিছে।

## চৌধ্য

# পাৰ্ব্বতিপ্ৰসাদৰ অনুবাদ-কৌশল 'ভঙা-কবিতা'ৰ আধাৰত

### ভূমিকা

পাৰ্বতিপ্ৰসাদ এজন সৃষ্টিশীল লেখক যদিও অনুবাদৰ ক্ষেত্ৰতো তেওঁৰ বিশিষ্ট প্ৰতিভাৰ উমান পোৱা যায়। এতিয়াও প্ৰকাশ নোহোৱা আৰু সমালোচকৰ দৃষ্টিগোচৰ নোহোৱা তেওঁৰ কেইটামান অনুবাদ কবিতাৰ এটি হাতেলিখা সংকলন ভঙা কবিতাৰ আধাৰত তেওঁৰ অনুবাদ প্ৰতিভা বিচাৰ কৰি চাব পাৰি। 'অনুবাদ কবিতা'ৰ ঠাইত 'ভঙা কবিতা' শব্দৰ ব্যৱহাৰে কবি গৰাকীৰ অনুবাদ কৌশলৰ স্বকীয়তাৰ ইংগিত দিছে।

### কবিতাৰ অনুবাদ ঃ এটি চমু আভাস

সাধাৰণ অৰ্থত এটা ভাবাৰ পৰা অন্য ভাষালৈ নিয়া কাৰ্যক অনুবাদ, ভাঙনি, তৰ্জমা, ভাষান্তৰ আদি শব্দেৰে বুজোৱা হয়। অনুবাদত মূল ভাষাৰ অৰ্থ ভাব, অনুভূতি, সুৰ, আংগিক আদি সম্ভৱ স্থলত অটুট থকা উচিত। কবিতাৰ বিভিন্ন সংজ্ঞাৰ ভিতৰত এটা হৈছে যাক অনুবাদ কৰা নাযায় সেয়ে কবিতা। (অশ্রু কুমার সিকদার ; 'একলব্যের সম্পর্ক ঃ কবিতার অনুবাদ' ; *আধুনিক কবিতাৰ দিগ্ বলয়* ; পৃ. ৭৩) কৰবী ডেকা হাজৰিকাৰ ভাষাত ; "কবিতাৰ অনুবাদ যথাৰ্থতেই এটা দুৰূহ কৰ্ম। একোটি কবিতাৰ মৰ্ম বুজি উঠি, একে ভাব- ভাষা-অলংকাৰ অক্ষুণ্ন ৰাখি, মূলৰ আবেদন একে ৰাখি তাক দ্বিতীয় এটা ভাষাত প্ৰকাশ কৰাটো প্ৰায় অসম্ভৱ বুলিয়েই ক'ব পাৰি। তথাপি এই অসম্ভৱ কামটোৱে এক প্ৰত্যাহ্বানৰ দৰেই কবি আৰু অনুবাদকক প্ৰলোভিত কৰে। ('সাহিত্যৰ অনুবাদৰ সমস্যা আৰু অসমত অনুবাদৰ পৰম্পৰা' ; *অসম সাহিত্য সভা পত্ৰিকা ;* চতুঃপঞ্চাশত্তম বৰ্ষ ; প্ৰথম সংখ্যা ; জুলাই, ১৯৯৮ খ্ৰী. ; পৃ. ৬৩ সম্পা. বসন্তকুমাৰ গোস্বামী)

কবিতা বা সৃষ্টিধৰ্মী সাহিত্যৰ অনুবাদক কোনোৱে অণুসৃষ্টি (Transcreation) বুলি অভিহিত কৰিব খোজে। (কবীন ফুকন 'ভাঙনি সাহিত্যৰ প্ৰসংগত অলপ বুৰবুৰণি'; উল্লিখিত ; পৃ. ২৩) ইয়াৰ মূলতে আছে দক্ষ আৰু কলাসুলভ ভাঙনি যি মৌলিক সৃষ্টিয়ে দিয়া ধৰণেৰেই পাঠকক আনন্দ দিবলৈ সক্ষম। আনহাতে কে. ভি. টিৰুমালেছে (K. V. Tirumalesh) অনুবাদ সাহিত্যক তৃতীয় সাহিত্য (Literature three) বুলিব খোজে। (উদ্ধৃত ; নীৰাজনা মহন্ত বেজবৰা ; 'অনুবাদ আৰু সংস্কৃতি' ; ঐ ; পৃ. ৭৪) এনেধৰণেৰে বিভিন্ন যুগত বিভিন্ন সমালোচকে অনুবাদ সম্পৰ্কে মতামত আগবঢ়াই আহিছে। বিভিন্ন জনে অনুবাদ চৰ্চা কৰি আহিছে। অনুবাদে সাহিত্যক সম্পদশালী কৰি তোলাত সহায় কৰে।

**অসমীয়া কবিতাৰ অনুবাদ ঃ** জোনাকী যুগত কেইবাজনো কবিয়ে অনুবাদ কাৰ্যত হাত দিছিল। তাৰে ভিতৰত উল্লেখযোগ্য কবি আৰু কবিতাসমূহ হৈছে — *আনন্দ চন্দ্ৰ আগৰৱালাৰ* 'জীৱন-সংগীত', 'চহা আৰু পণ্ডিত', 'সুখৰ ঠাই' ; *যতীন্দ্ৰনাথ দুৱৰাৰ* 'ওমৰ তীৰ্থ', 'হাফিজৰ সুৰ', ; *পদ্মধৰ চলিহাৰ* 'স্বদেশ প্ৰেম' ; *দুৰ্গেশ্বৰ শৰ্মাৰ* 'লুচি' কবিতা কেইটি ; *আনন্দ চন্দ্ৰ বৰুৱাৰ* 'হাফিজৰ সুৰ' ইত্যাদি। বৰ্তমানলৈকে অসমীয়া অনূদিত কবিতাৰ প্ৰকাশিত গ্ৰন্থ প্ৰায় ২৭ খন। (প্ৰকাশ গোস্বামী, 'অসমীয়া অনূদিত কবিতাৰ গ্ৰন্থ ৰূপৰ সূচী' ; ঐ ; পৃ. ৮৮)

## ৰোমান্টিক যুগৰ অনুবাদ-কবিতা আৰু পাৰ্বতিপ্ৰসাদৰ অনুবাদ প্ৰতিভা

কবিতাৰ অনুবাদ জটিল কাৰ্য। জটিল এই কাৰণেই যে মূলৰ সৌৰভ অক্ষুণ্ণ ৰখাটো নাইবা মূলৰ প্ৰাণ-বস্তু অনুবাদৰ মাজত প্ৰতিফলিত হোৱাটো অনুবাদ কৰ্মতো আশা কৰা যায়। এই দুয়োটা দিশ অনুবাদ কাৰ্যৰ মাজত ৰক্ষিত হ'লে ভাষাৰ পাৰ্থক্য হেঙাৰ হ'ব নোৱাৰে। কবিতাৰ অন্তৰ্নিহিত তাৎপৰ্য, চিত্ৰধৰ্মী বৰ্ণনা, ব্যঞ্জনামণ্ডিত ভাষা বা অলংকাৰৰ অনুবাদ কৰাটো দুৰূহ কাম। কবিতা এটা সফলভাৱে অনুবাদ কৰিবলৈ হ'লে অনুবাদকৰ প্ৰতিভাৰ প্ৰয়োজন। অনুবাদ কৰাৰ পাছত অৰ্থাৎ অনূদিত কবিতাটোত মূলৰ সৌন্দৰ্য ৰক্ষা পৰিব লাগে। মূল কবিতাটোৰ প্ৰাণ, ছন্দ, নিৰ্যাস আদি অনূদিত কবিতাটোলৈ সম্প্ৰসাৰিত হ'লেহে অনুবাদ সফল হয়। অসমীয়া ভাষাত অনুবাদ বুজাবলৈ ভাঙনি, ভাষান্তৰ আদি শব্দ ব্যৱহাৰ কৰা হয়। কিন্তু 'তৰ্জমা' শব্দই আক্ষৰিক অনুবাদ কাৰ্যকহে বুজায়। আনহাতে পুনঃ সৃজন বা 'অণুসৃষ্টি'য়ে সৃষ্টিধৰ্মী অনুবাদক সূচায় য'ত সৃষ্টিৰ আনন্দ নিহিত হৈ থাকে। অণুসৃষ্টিয়ে (Transcreation) এটা কবিতাৰ অৰ্থ-ব্যঞ্জনাক তুলি ধৰা

ধ্বনি-সজ্জাৰ বিকল্প ধ্বনি-বাঙ্কোন এটাও সৃষ্টি কৰে। এই দিশৰ পৰা চালে অণুসৃষ্টিয়ে অনূদিত কবিতা এটাকো মৌলিক সৃষ্টিৰ সমপৰ্যায়ৰ কৰি তোলে। মুঠ কথাত অনুবাদ এটি সৃজনশীল কাৰ্য।

অসমীয়া সাহিত্য জগতত অনুবাদৰ ভূমিকা অনস্বীকাৰ্য। অনুবাদৰ জৰিয়তে অসমীয়া লিখিত সাহিত্যৰ আৰম্ভ হয়। প্ৰাচীন অসমীয়া সাহিত্য মূলতঃ অনুবাদ-সাহিত্য। হেম সৰস্বতী, মাধৱ কন্দলি, হৰিবৰ বিপ্ৰ, কবিৰত্ন সৰস্বতী, ৰুদ্ৰ কন্দলী আদি প্ৰাক-শংকৰী যুগৰ কবিসকল, শংকৰী যুগৰ কবিসকল আৰু উত্তৰ বৈষ্ণৱ যুগৰ কবিসকলৰ কাব্যকৃতিয়ে এনে সাক্ষ্য বহন কৰে। সেয়ে হ'লেও স্বীকাৰ কৰিব লাগিব— এই সকল কবিৰ অনুবাদ মৌলিক সৃষ্টিৰ সোৱাদেৰে সমৃদ্ধ। অনুবাদ চৰ্চাই প্ৰসাৰতা লাভ কৰে ৰোমান্টিক যুগত। এই যুগত বিশেষকৈ ইংৰাজ কবিসকলৰ কবিতাৰ অনুবাদ কৰি অসমীয়া কবিতাক সমৃদ্ধ কৰোতাসকলৰ ভিতৰত উল্লেখযোগ্য হ'ল বেজবৰুৱা, হিতেশ্বৰ বৰবৰুৱা, আনন্দ চন্দ্ৰ আগৰৱালা, দুৰ্গেশ্বৰ শৰ্মা, যতীন্দ্ৰনাথ দুৱৰা, পদ্মধৰ চলিহা, ডিম্বেশ্বৰ নেওগ, সূৰ্যকুমাৰ ভূঞা আৰু আনন্দ চন্দ্ৰ বৰুৱা। ৰোমান্টিক যুগৰ অনুবাদ-কবিতাৰ উৎস হৈছে ইংৰাজী আৰু সংস্কৃত কবিতা। এই দুই মূলৰ পৰা কৰা অনুবাদৰ উপৰি ইংৰাজী ৰোমান্টিব যুগৰ কবিসকলক কোনো কোনো কবিৰ দুই-এফাকি মাত্ৰ কবিতাইও অসমীয়া কবি মনক পুলকিত কৰিছে আৰু নিজৱ সৃষ্টিৰ মাজত সেই ধাৰণা প্ৰতিফলিত হৈছে। উদাহৰণ স্বৰূপে লক্ষ্মীনাথ বেজবৰুৱাই ৱৰ্ডছ্‌ৱৰ্থৰ "To me the meanest flower that blooms" এই পংক্তিটো ভাঙনি কৰিছে এনেদৰে — "বাটৰ দূবৰি বন/গচকত সৰা/তাৰো এটি পাতে দিয়ে/সৰগৰ বতৰা।" শ্যেলীৰ 'Ode on Gracian Urn'ৰ Heard melodies are sweet, but those unheard are sweeter — শীৰ্ষক পংক্তিটো বেজবৰুৱাই অনুবাদ কৰিছে এনেদৰে —

শুনা বাঁহীৰ সুৰ অতিকৈ মধুৰ
নুশুনা বাঁহীৰ সুৰ তাতোকৈ সুমধুৰ।

পৰ্যবেক্ষণ কৰিলে দেখা যায় বেজবৰুৱাকে আদি কৰি ৰোমান্টিক যুগৰ বহুকেইজন কবিৰ কবিতাত ইংৰাজী ৰোমান্টিক কবিতাৰ ধ্বনি-প্ৰতিধ্বনি শুনা যায় যিবিলাকৰ মাজত স্বকীয় অনুভূতিৰ পৰশ অনুভূত হয়।

অসমীয়া অনুবাদ-কবিতাৰ জগতলৈ উত্তৰ জোনাকী স্তৰৰ কবি হিতেশ্বৰ বৰবৰুৱাই বৰঙণি আগবঢ়াইছে। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল 'ডেচডিমনা কাব্য' আৰু 'অঙ্গিলা'। কাব্য দুখনৰ মূল হৈছে শ্বেক্সপীয়েৰৰ Othello আৰু গোল্ডস্মিথৰ Vicar of Wakefield কাব্য। প্ৰথমখন ছনেটৰ গঢ়ত ৰচিত। দ্বিতীয়খনত এঞ্জেলিয়া আৰু এড্‌ৱিনৰ

প্ৰণয়-কাহিনী বৰ্ণিত হৈছে। চন্দ্ৰধৰ বৰুৱাইও সংস্কৃত শ্লোক এসানি 'মুক্তাৱলী' নাম দি অসমীয়ালৈ অনুবাদ কৰে।

ৱৰ্ডছৱৰ্থৰ বিখ্যাত 'লুচি' কবিতা কেইটিৰ ভাঙনিৰ মাজত দক্ষতা প্ৰদৰ্শন কৰা অন্য এজন অনুবাদক হৈছে দুৰ্গেশ্বৰ শৰ্মা। এইজন কবিৰ অন্য দুটিমান অনুবাদ-কবিতা হৈছে 'মোৰ প্ৰেম' আৰু 'প্ৰকৃতি' লৈ। প্ৰথমটো কবিতাৰ মূল হৈছে ই. বি. ব্ৰাউনিঙৰ (E. B. Browning) 'Sonnets from the Partuguiz'। অৱশ্যে কবিতাটো মূলৰ আংশিক ভাঙনিহে। দ্বিতীয়টো কবিতা শ্যেলীৰ 'Loves Philosophy'ৰ ভাঙনি। আনহাতে 'সাদৰী' ৱৰ্ডছৱৰ্থৰ 'Luchy' কবিতাৰ ভাঙনি। দুৰ্গেশ্বৰ শৰ্মাৰ অনুবাদ প্ৰতিভাৰ বিশিষ্টতা প্ৰকাশিত হৈছে অসমীয়া জীৱন আৰু পৰিৱেশৰ লগত খাপখোৱাকৈ কৰা অনুবাদ কৰ্মৰ মাজত।

অসমীয়া ৰোমান্টিক কবিতাৰ বাঁহী আলোচনী স্তৰৰ কবি যতীন্দ্ৰনাথ দুৱৰাই কেইবাটিও কবিতা অসমীয়ালৈ অনুবাদ কৰিছে। তাৰে ভিতৰত এটি উল্লেখযোগ্য কবিতা হৈছে 'আপোন সুৰ'। কবিতাটোৰ মূল হৈছে শ্যেলীৰ 'মিউটেবিলিটি'। দুৱৰাৰ কবিতাত শ্যেলীৰ 'Love's Philosophy', 'The Indian Serenade', 'Adonais' আদি কবিতাৰ যথেষ্ট প্ৰভাৱ পৰিছে। শ্যেলীৰ 'Lines to an Indian air' শীৰ্ষক কবিতাটো অনুবাদ কৰিছে 'তোমালৈ' নামেৰে। তদুপৰি দুৱৰাৰ 'নাৱৰীয়া গ' নামৰ কবিতাটো টেনিছনৰ 'Crossing the Bar' কবিতাৰ মুকলি ভাঙনি। ফিট্জাৰেল্ডৰ ইংৰাজী অনুবাদৰ আধাৰত কৰা 'ওমৰ খয়াম'ৰ ভাঙনি 'ওমৰ তীৰ্থ'ৰ মাজত দুৱৰাৰ অনুবাদ প্ৰতিভা প্ৰকাশিত হৈছে। 'ওমৰ তীৰ্থ' ওমৰ খয়ামৰ এশ পাঁচটা কবিতাৰ অনুবাদৰ মূল। উল্লেখিত কবিতা সমূহত দুৱৰাৰ অনুবাদৰ বিশিষ্টতা ধৰা পৰে। শব্দ চয়নত, অনুভূতিৰ সূক্ষ্মতা আৰু ছন্দৰ সাৱলীল প্ৰবাহৰ মাজত মূলৰ সৌন্দৰ্য অটুট ৰাখিও দুৱৰাই স্বকীয়তা প্ৰদৰ্শন কৰিবলৈ সক্ষম হৈছে। এটা প্ৰখ্যাত ৰুবায়ৎ দুৱৰাই এনেদৰে অনুবাদ কৰিছে —

মূল : Ah, my Beloved, till the cup that clears
Today of past regrets and future Fears
To-morrow? why, To-morrow I may be
Myself with yesterday's sev'n Thousand years.

দুৱৰাৰ অনুবাদ : ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
জীৱন মদিৰা ভৰাই দিয়া
অতীত-ভবিষ্য শোক-দুখ-ভয়
আজিৰ ভাবনা উটাই দিয়া।
আজিয়েই দিয়া কালিলৈ কিয়

কোনে জানে মোৰ কালি কি হ'ব?
হাজাৰ হাজাৰ বছৰ বিয়পা
হয়তো অতীতে সামৰি থব।

উল্লেখযোগ্য যে ড° সূর্য কুমাৰ ভূঞাই বিদেশী কবিতাৰ মুকলি অনুবাদ নকৰিলেও তেওঁৰ 'আপোন সুৰ' কবিতাৰ মাজত মিছেছ্ হিমেন্সৰ 'The hours of Death'ৰ ধ্বনি-প্রতিধ্বনি শুনা যায়। পদ্মধৰ চলিহায়ো ৱাল্টাৰ স্কটৰ 'Patriotism' কবিতাটো 'স্বদেশ প্রেম' নাম দি অনুবাদ কৰিছে। ডিম্বেশ্বৰ নেওগে স্কটৰ 'Fatherland' কবিতাটো 'জনমভূমি' নাম দি অসমীয়ালৈ অনুবাদ কৰিছে। একেটা কবিতাকে পদ্মধৰ চলিহায়ো 'ধৰেনে জনম কেৱে এই মৰতত' নাম দি অসমীয়ালৈ ভাঙনি কৰিছে। চলিহাৰ ভাঙনিৰ সৌন্দর্য এই কবিতাটোত প্রকাশিত হৈছে। ডিম্বেশ্বৰ নেওগৰ অন্য এটা কবিতা 'স্বাধীনতা'ৰ মূল হৈছে লাভলেছৰ 'ষ্টউন্ ৱালছ্ দু নট এ প্রিজন্ মেক' (Stone walls do not a prison make) নামৰ কবিতাটো। তদুপৰি বিদেশী কবিতাৰ ছাঁ লৈ দুটিমান কবিতা তেওঁ ৰচনা কৰে। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল টেনিছনৰ 'May Queen' নামৰ কবিতাটোৰ ছাঁ লৈ লিখা 'উৰুকা' নামৰ কবিতাটো। ৰত্নকান্ত বৰকাকতীয়েও ওমৰ খয়ামৰ পঞ্চাছটা ৰুবায়তৰ অনুবাদ কৰে।বকুল বনৰ কবি আনন্দ চন্দ্র বৰুৱাই ছুফী কবি হাফেজৰ কবিতা অনুবাদ কৰে। অনুবাদ গ্রন্থখন হ'ল 'হাফিজৰ সুৰ'। ধ্বনি কবি বিনন্দ চন্দ্র বৰুৱাৰ 'নজনা বীৰৰ মূৰ' নামৰ কবিতাৰ মাজত বিদেশী কবিতাৰ প্রতিধ্বনি শুনা যায় যদিও কবিতাটোৰ অনুপ্রেৰণাৰ উৎস হৈছে অসম বুৰঞ্জী।

ৰোমান্টিক যুগৰ অনুবাদ-কাব্যত বিশেষ দক্ষতা প্রদর্শন কৰা জোনাকী স্তৰৰ কবিজন হ'ল 'ভাঙনি-কোঁৱৰ' আনন্দ চন্দ্র আগৰৱালা। আগৰৱালাৰ অনুবাদৰ মাজত কবিৰ শিল্প প্রতিভাৰ প্রকাশ প্রোজ্বল। আগৰৱালাৰ কেইবাটাও ভাঙনি-কবিতা 'জিলিঙনি'ত সন্নিৱিষ্ট হৈছে। আগৰৱালাৰ 'কৰ্ত্তব্য' নামৰ কবিতাটো কীটছৰ কবিতাৰ অনূদিত ৰূপ। (I slept and dreamt / that life was beauty, / I woke and found / that life was duty.)

টোপনি জালত মই দেখিলো সপোন,
ভাবিলো মাধুৰীময় মানৱী জীৱন।
সাৰ পাই উঠি দেখোঁ, সকলোটি ভুল,
কৰ্ত্তব্য সাধন মাথোঁ জীৱনৰ মূল।

তেওঁৰ অন্য এটি অনূদিত কবিতা হৈছে 'আজি আৰু কালি' (মূলঃ চার্লছ মেকেৰ 'Today and Tomorrow'); তেওঁৰ 'ইচ্ছা তযু পূর্ণ হওক হেৰা দয়াময়' কবিতাটিৰ সুৰ বৈষ্ণৱ

ভক্তি সাহিত্যৰ লগত মিলে। কবিতাটো চাৰ্লচ্ ইলিয়টৰ 'ডাই উইল বি ডান' (Thy will be done) কবিতাৰ ভাঙনি। আগৰৱালাৰ 'নীতি-ৰত্নমালা'ৰ মূল হৈছে সংস্কৃত সাহিত্য। গল্ডস্মিথৰ এটা কবিতা আগৰৱালাই 'যোগী' নাম দি অসমীয়া ভাঙনি কৰে। তেওঁৰ অন্য কেইটামান জনপ্ৰিয় আৰু সফল অনুবাদ কবিতা হৈছে 'সুখৰ ঠাই' (The better Land) 'জীৱন সঙ্গীত', 'চহা আৰু পণ্ডিত' (গ্ৰেৰ The shepher and the Philosopher), 'মেঘ', শ্যেলীৰ 'The Cloud'ৰ ভাঙনি নহ'লেও ছাঁ লৈ ৰচিত, 'ঈশ্বৰ' Thou art o God'ৰ ভাঙনি সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰিলে দেখা যায় আনন্দচন্দ্ৰ আগৰৱালাৰ ভাঙনি-কবিতাৰ মাজত এক স্বাভাৱিক সৌন্দৰ্য বিৰাজমান, যিয়েই কবিতাসমূহক মৌলিক কবিতাৰ শাৰীলৈ পৰ্যবসিত কৰে। অনুবাদৰ মাজত মূলৰ সৌন্দৰ্য সংৰক্ষিত হোৱাৰ উপৰি এক স্বাভাৱিক সজীৱতা বিৰাজ কৰিছে। ৰোমাণ্টিক যুগৰ অনুবাদ-কবিতাসমূহৰ অনুবাদৰ কৌশললৈ লক্ষ্য কৰিলে দেখা যায় — কিছুমান কবিতা মূলৰ মুকলি অনুবাদ, কিছুমান কবিতা পুনঃসৃজন আৰু কিছুমান কবিতা ছাঁ-আশ্ৰিত। তদুপৰি এই যুগৰ বহুজন কবিৰ কবিতাৰ মাজত প্ৰখ্যাত ইংৰাজ কবিৰ কবিতাৰ দুই-এটি পংক্তিৰ ধ্বনি-প্ৰতিধ্বনি শুনা যায় যিবোৰ অসমীয়া পৰিৱেশৰ লগত জীণ গৈছে।

**পাৰ্বতিপ্ৰসাদৰ অনুবাদ-কবিতা ঃ এটি পৰ্যালোচনা**

গীতি কবি পাৰ্বতিপ্ৰসাদ বৰুৱায়ো অসমীয়া অনুবাদ জগতলৈ বিশেষ বৰঙণি আগবঢ়াই থৈ গৈছে। কিন্তু এই অনুবাদ-কবিতাসমূহ যথাসময়ত প্ৰকাশ নোহোৱাত অসমীয়া অনুবাদ-কবিতাৰ ইতিহাসত অন্তৰ্ভুক্ত নোহোৱাকৈ বাদ পৰি ৰয়। অসম সাহিত্য সভাই প্ৰকাশ কৰা পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলীৰ তৃতীয় সংস্কৰণতহে এই অনুবাদ-কবিতাৰ থূলটো সন্নিৱিষ্ট হৈছে। পাৰ্বতিপ্ৰসাদে অনুবাদৰ ঠাইত ভঙা শব্দটো ব্যৱহাৰ কৰি ('ভঙা-কবিতা') স্বকীয় চিন্তা প্ৰকাশ কৰিছে।

পাৰ্বতিপ্ৰসাদৰ ভঙা-কবিতাৰ মাজত মূলৰ সৌন্দৰ্য সংৰক্ষিত হৈও এক স্বাভাৱিক সৌন্দৰ্য বিৰাজমান। উদাহৰণস্বৰূপে শ্যেলীৰ 'Lines to an Indian Air' কবিতাৰ তলৰ স্তৱকটি দাঙি ধৰা হ'ল —

The wandering airs they faint
On the dark, the silent stream
The Champak odours fail
Like sweet thought in a dream :
The nightingale's complaint

It dies upon her heart
As I must die on thine
O beloved as thou art!

এই স্তৱকটি পাৰ্বতিপ্ৰসাদে ভাঙনি কৰিছে এনেধৰণেৰে —

অনাই-বনাই ফুৰা নিশাৰ পৱন
এন্ধাৰত লীন হৈ মূছ্-কঁছ গ'ল,
নীৰৱে চঁপাৰ গোন্ধ ধীৰে উভি গৈ
সোণৰ সপোন যেন নাইকিয়া হ'ল ;
ভীমৰাজ পখীটিৰ ওজৰ কান্দোন
সকলোটি জাহ যায় বুকুতে নিজৰ
তোমাৰ বুকুত মই যাম কেনেকৈ
তুমি যে চেনেহী মোৰ বৰ মৰমৰ!

ইংৰাজীৰ পৰা অসমীয়ালৈ কৰা অনুবাদৰ এই উদাহৰণটোৰ মাজত ব্যৱহৃত শব্দপুঞ্জ সুষমামণ্ডিত। যেনে — The Silent Stream মূছ্-কঁছ যোৱা পৱন, Odours fail ধীৰে উভি যোৱা গোন্ধ, The nightingale's complaint ভীমৰাজ পখীৰ ওজৰ কান্দোন ইত্যাদি।

পাৰ্বতিপ্ৰসাদৰ অনুবাদৰ অন্য এক বিশেষত্ব হৈছে মূলৰ প্ৰতি আনুগত্য ভাবৰ প্ৰকাশ। অন্য এটি উদাহৰণেৰে কথাষাৰ স্পষ্ট কৰিব খোজা হৈছে। একেটি কবিতাৰ অন্য এটি স্তৱক এনেধৰণৰ —

Oh lift me from the grass!
I die, I faint, I fail!
Let they love in kisses rain
On my lips and eyelids pale :
My cheek is cold and white, alas !
My heart beats loud and fast ;
Oh press it close to thine again
where it will break at last.

পাৰ্বতিপ্ৰসাদৰ ভাঙনি এনেধৰণৰ —

বননিৰ পৰা মোক তুলি লোৱা ঐ!
মৰিলোঁ, পৰিলোঁ, মই হ'লোঁ অচেতন!
চকুৰ পাহিত মোৰ শীতল ওঁঠত

চুমাতে তোমাৰ প্ৰেম হ্‌ক বৰিষণ।
গাল মোৰ চেঁচা আৰু শেঁতা হ'ল, হায়!
কলিজাই ঘনকৈ বৰকৈ মাতে ;
আকৌ সাৰটি ধৰা তোমাৰ বুকুত
ভাগি-ছিগি চুৰমাৰ হৈ যক তাতে।

পাৰ্বতিপ্ৰসাদৰ আটাইকেইটা অনুবাদৰ মাজত এই বিশেষত্ব প্ৰকাশিত হৈছে। ছন্দৰ মনোমোহা গাঁথনিয়ে কবিতাক আকৰ্ষণীয় আৰু ৰসমণ্ডিত কৰি তোলে। ভাল অনুবাদৰ মাজতো মূল কবিতাৰ ছন্দৰ সাৱলীল গতি, প্ৰাণৰ সঞ্চাৰ অনুভৱ কৰা যায়। এই ক্ষেত্ৰত পাৰ্বতিপ্ৰসাদৰ অনুবাদ ব্যতিক্ৰম নহয়। এটি উদাহৰণ —

Its passions will rock thee
As the storms rock the ravens on high :
Bright reason will mock thee
Like the sun from a wintry sky.
From thy nest every rafter
Will not, and thine eagle home
Leave thee naked to laughter,
When leaves fall and cold winds came.

(P. B. Shelly)

এই কবিতাংশৰ অনুবাদৰ মাজত মূল কবিতাৰ ভাব-অনুভূতি ছন্দৰ প্ৰৱাহ সজীৱ হৈ ধৰা দিছে —

তাত যে বাসনা-ধুমুহা বলিব
উৰাব তোমাক আকাশী পখীৰ দৰে ;
যুক্তিয়ে আহি গৰিহণা দিব
জাৰৰ দিনত সূৰুযে দিয়ে যিদৰে।
উম লগা বাহ উৰলি পৰিব
এৰিব তোমাক লোক হাঁহিয়াত কৰি
যেতিয়া জাৰৰ কুঁৱলী বলিব
এটি দুটি কৰি পাত যাব ভৰি সৰি।

ছন্দৰ মনোমোহা গাঁথনি, নিমজ ভাষাৰ প্ৰয়োগে অনুবাদ-কবিতাটোক সৌন্দৰ্য প্ৰদান কৰিছে। শেলীৰ 'Music when soft voices die' শীৰ্ষক কবিতাটো বড়কান্ত বৰকাকতী আৰু পাৰ্বতিপ্ৰসাদ দুয়োজনে অনুবাদ কৰিছে। মূল কবিতাটোৰ স্তৱক এটি তুলি ধৰা হ'ল—

Music, when soft voices die.
Vibration in the memory
Odours, when sweet violets sicken
Live within the sense they quicken

ৰত্নকান্ত বৰকাকতীৰ অনুবাদ এনেধৰণৰ —

ভাঙি গ'ল বীণখনি
থামি গ'ল গান
অন্তৰত কান্দি মৰে
মোহময় তান

পাৰ্বতিপ্ৰসাদে অনুবাদ কৰিছে এনেধৰণেৰে —

সঙ্গীতৰ সুমধুৰ ধ্বনি মাৰ গ'লে
অমিয়া কঁপনি তাৰ স্মৰণত তোলে ;
ধুনীয়া মালতী পাহি লেৰেলি শুকায়,
মনৰ মাজত তাৰ গোন্ধ ৰৈ যায়।

পাৰ্বতিপ্ৰসাদৰ অনুবাদৰ মাজত মূলৰ ধ্বনি-বান্ধোন এটা অনুভৱ কৰিব পাৰি। এইখিনিতে উল্লেখ কৰিব পাৰি যে যতীন্দ্ৰনাথ দুৱৰাই শ্যেলীৰ বহুতো কবিতা নিজস্ব ভাব-অনুভূতিৰে সজাই অসমীয়ালৈ আনিছে। শ্যেলীৰ 'লাইন টু এন্ ইণ্ডিয়ান এয়াৰ' কবিতাটি 'তোমালৈ' নাম দি নিজস্ব ৰূপত গঢ় দিছে —

মূল কবিতা —

I arise from dream of Thee
In the first sweet sleep of night
When the winds are breathing low
And the stars are shining bright

দুৱৰাৰ অনুবাদ —

প্ৰাণ মোৰ পৰিছে ভাগৰি
আথেবেথে তুলি লোৱা মোক
শেষ হক তোমাৰ কোলাতে
জীৱনৰ যত দুখ-শোক

পাৰ্বতিপ্ৰসাদৰ অনুবাদ —

তোমাৰ সপোন দেখি সাৰ পালো মই
নিশাৰ প্ৰথম সুখ টোপনিৰ পৰা,

সমীৰণ বলিছিল জুৰ জুৰ কৈ,
আকাশত জ্বলিছিল তিৰ্ বিৰ্ তৰা।

দুৱৰা আৰু পাৰ্বতিপ্ৰসাদৰ অনুবাদ ৰীতি তুলনা কৰিলে দেখা যায় পাৰ্বতিপ্ৰসাদৰ অনুবাদৰ ৰীতি হৈছে মুকলি অনুবাদ। নিমজ ভাষাৰে মূলৰ ভাব আৰু ছন্দৰ প্ৰৱাহক অসমীয়ালৈ ৰূপান্তৰ কৰিছে। উল্লেখযোগ্য যে দুৰ্গেশ্বৰ শৰ্মা আৰু পাৰ্বতিপ্ৰসাদ উভয়েই শেলীৰ 'Love's Philosophy' নামৰ কবিতাটো অনুবাদ কৰিছে। কিন্তু দুয়োজনৰ অনুবাদৰ সোৱাদ বেলেগ বেলেগ। আলোচনাৰ সুবিধাৰ বাবে মূল কবিতাটো তুলি দিয়া হ'ল —

**Love's Philosophy :**

The fountains mingle with the river
And the rivers with the ocean.
The winds of heaven mix for ever
With a sweet emotion :
Nothing in the world is single.
All things by a law devine
I one another's being mingle
Why not I with thine?
See the mountains kiss high heaven,
And the waves clasp one another .
No sister-flower would be forgiven
If it disdain'd its brother :
And the sunlight clasp the earth.
And the moonbleams kiss the sea
What are all these kissing worth.
If thou kiss not me?

(P. B. Shelly)

দুৰ্গেশ্বৰ শৰ্মাই কবিতাটো অনুবাদ কৰিছে এনেধৰণেৰে —

নৈত আহি পৰ্বতৰ নিজৰা পৰিছে,
নৈ পৰে সাগৰত গ'ই
মলয়াৰ জুৰ বায়ু সদায় মিলিছে
মধুৰ ভঙ্গিমা এটি ল'ই।
অকলশৰীয়া কেও নাই পৃথিৱীত
সকলোটি স্বৰ্গীয় ডোলত
বান্ধ খাই পৰস্পৰ হ'ইছে মিলিত

মিলো ময়ো তোমাৰ লগত।
পৰ্বতে চুমিছে ওখ নীল-আভৰণ,
ঢৌক ঢৌৱে ধৰিছে সাৱটি ;
ভনী বুলি ফুলটিৰ নহ'ব এৰণ
কোনোৰূপে ঘিণালে ভাইটি।
ৰ'দো পৰে পৃথিৱীক সাদৰে সাৱটি,
চুমে চন্দ্ৰ-পোহৰে সাগৰ,
ইবোৰ মৰম-চুমা মিছা মোৰ প্ৰতি
নলভিল তোমাৰ মুখৰ।

পাৰ্বতিপ্ৰসাদৰ অনুবাদ এনেধৰণৰ —

**প্ৰণয়-তত্ত্ব**

নৈৰ বুকুত মিলে নিজৰাটি গৈ
নৈ গৈ মিল হয় মহাসাগৰত ;
আকাশী-সমীৰ মিলে চিৰকাললৈ
মধুময় আবেগ ভৰত।
অকলশৰীয়া কেও ধৰণীত নাই
সকলোৱে মানি এক সৰগী নিয়ম
ইটিয়ে সিটিৰ স'তে মিল হৈ যায় —
মই কিয় তোমাত নহ'ম।
চোৰা চুমাচুমি কৰে পাহাৰে আকাশে,
লহৰীয়ে লহৰীক আঁকোৱালি ধৰে ;
কোন ফুল-কুঁৱৰীক দোষে নপৰশে
ভায়েকক যদি ঘিণ কৰে।
সূৰুয-কিৰণে আহি ধৰা সাৱটিছে
জোনাকে সাগৰে স'তে কৰে চুমাচুমি,
ইমান চুমাৰ বাৰু কিনো মোল আছে
যদি মোক নচুমিলা তুমি ?

প্ৰকৃতাৰ্থত অনুবাদকৰ প্ৰতিভা, দক্ষতা, সূক্ষ্ম উপলব্ধি, উপস্থাপন, শৈলীৰ ভিন্নতাৰ বাবে দুজন কবিয়ে একেটি মূলৰ পৰা কৰা অনুবাদো ভিন্ন হয়। দুয়োটি অনূদিত কবিতাৰ তুলনামূলক আলোচনাৰে সিদ্ধান্ত কৰিব পাৰি দুৰ্গেশ্বৰ শৰ্মাৰ অনুবাদতকৈ পাৰ্বতিপ্ৰসাদৰ

অনুবাদ মূলৰ অধিক কাষ চপা। মনোমোহা শব্দৰ গাঁথনি, ছন্দৰ সাৱলীল গতিৰ মাজত মূল কবিতাৰ প্ৰাণ সজীৱ হৈ উঠিছে।

**পাৰ্বতিপ্ৰসাদৰ অনুবাদ-কৌশলৰ বিশিষ্টতা**

পাৰ্বতিপ্ৰসাদৰ অনুবাদ-কৌশলৰ বিশিষ্টতা ধৰা পৰে শব্দ চয়নত। অনুবাদকে মূলৰ ভাব-প্ৰৱাহক সজীৱ কৰি তুলিবলৈ কিছুমান মনোমোহা, প্ৰাঞ্জল আৰু যুৰীয়া শব্দ ব্যৱহাৰ কৰিছে — যাৰ ফলত অনুবাদসমূহ মৌলিক কবিতাৰ সমপৰ্যায়ৰ হৈ উঠিছে। মূলৰ স্বতন্ত্ৰতা অক্ষুণ্ণ ৰাখিও পাৰ্বতিপ্ৰসাদে অন্য ভাষাৰ কবিতাবোৰক স্বকীয় প্ৰতিভাৰ উম দি একোটি মৌলিক কবিতাৰ ৰূপত সজাই উলিয়াইছে। পাৰ্বতিপ্ৰসাদৰ কেইটামান শব্দৰ ভাঙনি এনেধৰণৰ —

Passion — বাসনা-ধুমুহা, Ravens — আকাশী-পখী, Sister-flower — ফুল-কুঁৱৰী, Thy nest every rafter. উম লগা বাহ, Naked to laughter — লোক হাঁহিয়াত কৰি, Cold winds come — জাৰৰ কুঁৱলী বলিব, Wel built nest — সবল খনি, Ruin'd cell — গুহা-সুৰুঙা, Mournful Surges — বিষাদ-উৰ্মি, Dead seaman's knell — মৰা নাবিকৰ শঙ্খধ্বনিৰ তান, Shatter'd — থুনুকাই ভাগে, Remember'd not — নুসুমৰে, Scattered — ছেদেলি-ভেদেলি, Sweet sleep — সুখ টোপনি, No song — গীত-সমিধান, Sweet tone — সুৱদি-সুৰ, Beloved's bed — চেনেহীৰ ফুলৰ-শেতেলি, Sweet thoughts in a dream — সোণৰ-সপোন, Cast light — প্ৰভা-বিতৰি, Radiant eyes — নয়নৰ ৰূপ-মাধুৰী, Its the sweetest time of flowers — এতিয়া ফুলৰ বেলা সবাতোকৈ ভাল।

সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰিলে দেখা যায় পাৰ্বতিপ্ৰসাদৰ অনুবাদৰ সৌন্দৰ্য বৃদ্ধিত শব্দ চয়নে বিশেষ ভূমিকা পালন কৰিছে। শব্দৰ ভাঙনি কৰোতে যুৰীয়া শব্দৰ ব্যৱহাৰত কবিয়ে দক্ষতা প্ৰদৰ্শন কৰিবলৈ সক্ষম হৈছে। এনেবোৰ কাৰণতে পাৰ্বতিপ্ৰসাদৰ অনুবাদে মৌলিক সৃষ্টিয়ে দিয়া আনন্দ দিবলৈ সক্ষম হৈছে। অনুবাদৰ মাজতো অনুপ্ৰাস অলংকাৰৰ প্ৰকাশ ঘটিছে। উদাহৰণ স্বৰূপে তলৰ শাৰীবোৰ তুলি দিয়া হ'ল —

চোৱা চুমাচুমি কৰে পাহাৰে-আকাশে,
লহৰীয়ে লহৰীক আঁকোৱালি ধৰে ;
কোন ফুল-কুঁৱৰীক দোষে নপৰশে
ভায়েকক যদি ঘিণ কৰে।

*******

ধন্য জীৱন মোৰ! চৌপাশে মোৰ,
উঠলিছে সুমধুৰ গীত-লহৰী ;
তুলি লওঁ পিয়লাটি, ৰস ভৰপূৰ
চাই আছোঁ নয়নৰ ৰূপ-মাধুৰী !

********

সকলো সুৰভি পাৰোঁ এৰি দিব মই
তেওঁৰ চুলিৰ গোন্ধ এফেৰিৰ হে।
হয়তো মোহিনী ৰূপে মউ ৰস আনে,
ওঁঠটি এনেয়ে মোৰ সুৰদি লাগে ;
যেতিয়া নেথাকা তুমি, লুকাওঁ নিজানে
অকাল দুখত মোৰ হৃদয় ভাগে। ইত্যাদি।

ঘৰুৱা, মোহময়, নিমজ শব্দৰ ব্যৱহাৰ আৰু ছন্দৰ মনোমোহা গাঁথনিয়ে পাৰ্ৱতিপ্ৰসাদৰ অনুবাদ-কবিতাক সুকীয়া বৈশিষ্ট্য প্ৰদান কৰিছে। পাৰ্ৱতিপ্ৰসাদে মূলৰ ভাব-অনুভূতি সম্ভৱস্থলত ৰক্ষা কৰিবলৈ যত্ন কৰিছে। পাৰ্ৱতিপ্ৰসাদৰ 'ভঙা-কবিতা' গুচ্ছ পঢ়ি উঠি অনুভৱ কৰিব পাৰি অনূদিত ৰূপত একোটি 'নিজাপী সৌন্দৰ্যৰ আভা' (কৃষ্ণকান্ত সন্দিকৈ; 'অনুবাদৰ কথা') পৰিছে যিয়ে কবিতাকেইটিক স্বতন্ত্ৰ কবিতা যেন কৰি তুলিছে। তদুপৰি অনূদিত কবিতাৰ মাজত মূলৰ ধ্বনি-বান্ধোনৰ বিকল্প ধ্বনি বান্ধোন এটাও কবিতা ভাঙোতে সৃষ্টি কৰিব লাগিব। এই লক্ষণটো পাৰ্ৱতিপ্ৰসাদৰ অনুবাদৰ মাজত অনুভূত হয় যাৰ ফলত মূলভাব স্বচ্ছন্দপ্ৰৱাহী হৈ উঠিছে। অনুবাদ সৃজনধৰ্মী কলা। এই কথাযাৰৰ মৰ্ম পাৰ্ৱতিপ্ৰসাদৰ অনুবাদৰ মাজত উপলব্ধি কৰিব পাৰি। অনুবাদকৰ প্ৰতিভা আৰু অনুবাদ-কৌশলৰ সুষম সমন্বয়ত একোটি অনূদিত কবিতাই মূলৰ আৱেদন অটুট ৰাখিও স্বাভাৱিক সৌন্দৰ্য প্ৰদান কৰিবলৈ সক্ষম হৈছে। এনে বিচাৰ-বিবেচনাৰ পৰা পাৰ্ৱতিপ্ৰসাদৰ অনুবাদ কবিতাক অণুসৃষ্টি বুলি অভিহিত কৰিব পাৰি। মুঠ কথাত, অসমীয়া অনুবাদ সাহিত্যৰ ভঁৰাললৈ পাৰ্ৱতিপ্ৰসাদৰ 'ভঙা-কবিতা' এক বিশিষ্ট সংযোজন।

**পাৰ্ৱতিপ্ৰসাদৰ অনুবাদ-কৌশলৰ কেইটামান নমুনা**

পাৰ্ৱতিপ্ৰসাদে ভঙা-কবিতাত মূলৰ মুকলি অনুবাদ কৰি সেই কবিতাক ঘৰুৱা ৰীতি আৰু ৰূপ দান কৰিছে। *পাৰ্চি বিছি শ্বেলী, লৰ্ড বায়ৰণ* আৰু *হাফিজৰ* কিছুমান কবিতা পাৰ্ৱতিপ্ৰসাদে অসমীয়ালৈ ভাঙনি কৰিছে। শ্বেলীৰ Love philosophy তেওঁ

*প্ৰণয়তত্ত্ব* নাম দি ভাঙনি কৰিছে। তলত একাংশ কবিতাৰ মূল আৰু অনূদিত ৰূপ উদাহৰণ স্বৰূপে তুলি দিয়া হ'ল।

(ক) কবিতাটোৰ মূল ৰূপ (একাংশ) এনেধৰণৰ —

যথা ঃ The fountains mingle with the river
And the rivers with the ocean.
The winds of heaven rise forever
with a sweet emotion

কবিতাংশৰ অনূদিত ৰূপ এনেধৰণৰ —

যথা ঃ নৈৰ বুকুত মিলে নিজৰাটি গৈ
নৈ গৈ মিল হয় মহাসাগৰত ;
আকাশী সমীৰ মিলে চিৰকাললৈ
মধুময় আবেগ ভৰত।

(খ) লৰ্ড বায়ৰণৰ *The Feast of spring*-ৰ একাংশ —

যথা ঃ My breast is filled with roses.
My cup is crowned with wine
And by my side reposes
The maid I fail as mine

অনূদিত ৰূপ এনেধৰণৰ — 'বসন্ত উছৱ'

যথা ঃ মোৰ বুকুখনি হ'ল গোলাপৰে পূৰ
পিয়লাটি ফটিকাৰে উঠিছে ভৰি,
মোৰ কাষৰত বহি তেঁৱে লয় জুৰ
যাক মই মোৰ বুলি আনো আদৰি।

(গ) হাফিজৰ কবিতাৰ একাংশ —

যথা ঃ How blest am I! around me a swelling
The notes of melody arise :
I hold the cup with juice excelling
And gaze upon thy radiant eyes.

অনূদিত ৰূপ —

যথা ঃ ধন্য জীৱন মোৰ! চৌপাশে মোৰ
উঠলিছে সুমধুৰ গীত লহৰী ;
তুলি লওঁ পিয়লাটি, ৰস ভৰপূৰ
চাই আছোঁ নয়নৰ ৰূপ-মাধুৰী।

## পোন্ধৰ

# পাৰ্বতিপ্ৰসাদৰ গীতৰ সুৰীয়া বৈশিষ্ট্য

পাৰ্বতিপ্ৰসাদৰ গীতৰ সুৰৰ মাজত এক স্বকীয় মাধুৰ্য বৰ্তমান। কিছুমান নিৰ্দ্দিষ্ট বৈশিষ্ট্যৰে পাৰ্বতিপ্ৰসাদৰ গীত সমুজ্জ্বল। পাৰ্বতিপ্ৰসাদে কৰা সুৰ-চানেকিত মুঠ দহোটি গীতৰ স্বৰলিপি পোৱা যায়। গীতকেইটাৰ প্ৰথম শাৰী তলত তুলি দিয়া হ'ল — ('গীত কবিজনাই নিজে তোলা সুৰ-চানেকি (অসম্পূৰ্ণ)' ; সংক পৰনাথ শৰ্মা ; পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী ; পৃ. ২৭৬-২৯৩)

(ক) আজি ফাগুনৰ পুৰা বেলাতেই
(খ) আজি আকাশত শেহ হ'ব পায়
(গ) তেওঁ মেলানি মাগিলে আজি মিলন মেলাত
(ঘ) জোনাক জোনাক শীতল জোনাক
(ঙ) আহা আহা মোৰ বাসন্তী আই
(চ) আজি নীল আকাশত শুকুলা ডাৱৰৰ
(ছ) ঘুমটি হৰিলে কোনে এ আজি মোৰ
(জ) হেৰ বলিয়া নয়ন ভৰি ভৰি চা
(ঝ) জীৱন যদি হেৰালে তোৰ
(ঞ) কিহৰ ৰাগীত জ্বলা কলা হলি

ইয়াৰ বাহিৰেও লুইতীৰ গীতসমূহ সুৰাৰোপিত কৰা হৈছিল যদিও কণ্ঠহীনতাৰ বাবে ধৰি ৰাখিব পৰা নহ'ল বুলি তেওঁ লুইতীৰ 'ক'ব লগীয়া' অংশত উল্লেখ কৰিছে। তাৰ লগতে ইচ্ছুক ব্যক্তিক গীতবোৰ বনগীতৰ সুৰ দি গাবলৈ স্বাধীনতা প্ৰদান কৰি গৈছে। পাৰ্বতিপ্ৰসাদৰ মৃত্যুৰ পিছত তেওঁৰ বৰপুত্ৰ *প্ৰণৱিৰাম বৰুৱা* ই পাৰ্বতিপ্ৰসাদৰ সুৰাৰোপিত মুঠ ৪৭ টি গীত বৰ্তমানলৈকে উদ্ধাৰ কৰিছে।

**পাৰ্বতিপ্ৰসাদৰ পূৰ্বসুৰী গীতিকাৰ-সুৰকাৰসকল**

ভাৰতীয় আধ্যাত্মবাদী আৰু প্ৰাচীন ভাৰতীয় সংগীতবিদসকলে নাদৰ পৰা সংগীতৰ উৎপত্তি হোৱা বুলি ক'ব খোজে। তেওঁলোকৰ মতে, "সমগ্ৰ বিশ্বব্ৰহ্মাণ্ড নাদৰ অধীন। আদি

নাদ হ'ল ওঙ্কাৰ ধ্বনি আৰু ওঙ্কাৰ ধ্বনিয়েই সেই সকলো ধ্বনিৰ মূল।" (বীৰেন্দ্ৰকুমাৰ ফুকন ; ৰাগ সংগীত ; পৃ. ৮) আধ্যাত্মিক জগতক কেন্দ্ৰ কৰিয়েই সংগীতে প্ৰথম অৱস্থাত বিকাশৰ পথেৰে আগবাঢ়ে। প্ৰাচীন ভাৰতীয় সংগীতৰ ধাৰা বিভিন্ন সংগীত শাস্ত্ৰ, পৌৰাণিক কাহিনী, ধৰ্মগ্ৰন্থ, প্ৰাচীন গ্ৰন্থ, প্ৰত্নতাত্ত্বিক নিদৰ্শন, বিক্ষিপ্ত কিংবদন্তিৰ মাজেৰে প্ৰৱাহিত হৈ আহিছে।

অসমীয়া সাহিত্য-সংস্কৃতিৰ অতি প্ৰাচীন সম্পদ হৈছে গীতি-সাহিত্য। কামৰূপৰ চৰ্যাগীতসমূহ (৮ম শতিকাৰ পৰা ১২শ শতিকাৰ ভিতৰত) অসমীয়া লিখিত গীতি-সাহিত্যৰ প্ৰথম নিদৰ্শন। এই গীতসমূহৰ প্ৰধান উদ্দেশ্য আছিল বৌদ্ধধৰ্মৰ প্ৰচাৰ আৰু সম্প্ৰসাৰণ কৰা। ভাষাৰ দৃঢ়তা ইবিলাকৰ প্ৰধান বৈশিষ্ট্য। চৰ্যা গীতৰ পাছতে *ওজাপালি* সংগীতানুষ্ঠান অসমৰ লিখিত গীতি-সাহিত্যৰ প্ৰাচীন নিদৰ্শন। চৰ্যাগীত আৰু ওজাপালি সংগীতৰ মাজেৰে ধ্ৰুপদী সংগীতৰ ধাৰা প্ৰৱাহিত হৈ অসমত প্ৰতিষ্ঠিত হয় বৈষ্ণৱ আন্দোলনৰ সময়তে। অসমীয়া ধ্ৰুপদী সংগীতৰ প্ৰসাৰত *প্ৰাক শংকৰী যুগ*ৰ কেইজনমান কবিৰ অৰিহণা আছে। মনকৰ, দুৰ্গাবৰ, সু-কবি নাৰায়ণদেৱ আৰু পীতাম্বৰৰ ৰচিত ৰাগ সংগীতসমূহ আৰু পঞ্চদশ, ষোড়শ শতিকাত *শংকৰদেৱ, মাধৱদেৱ* বিৰচিত বৰগীতসমূহ অসমীয়া গীতি-সাহিত্যৰ ঐতিহাসিক নিদৰ্শন। শংকৰদেৱ, মাধৱদেৱৰ বৰগীত, নাটক গীত, ভটিমা আদিৰ উদ্দেশ্য হৈছে একশৰণ বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ আৰু সম্প্ৰসাৰণ। বৈষ্ণৱ যুগৰ পৰৱৰ্তী গীতিকাৰ ৰুদ্ৰসিংহ, শিৱসিংহ আৰু অন্যান্য গীতিকাৰসকলে বিচিত্ৰ ভাবৰ গীত ৰচনা কৰিছিল। শাক্তধৰ্মৰ ধ্যান-ধাৰণাও ইবিলাকত বিচাৰি পোৱা যায়। সমসাময়িক ৰচনা *জিকিৰ* আৰু *জাৰী* গীতবোৰত ইছলাম ধৰ্মৰ মূলমন্ত্ৰ ৰক্ষিত হৈছে। ইবিলাকৰ সুৰৰ ক্ষেত্ৰত অসমীয়া লোকগীত, দেহ-বিচাৰ গীত আদিৰ সাদৃশ্য আছে। অসমত সংগীত চৰ্চা দুটি পৰম্পৰাৰে বিকশিত হৈছে মাৰ্গ আৰু দেশী সংগীত। ৰাজসভা, মন্দিৰ, সত্ৰ আদিত মাৰ্গ সংগীতৰ পৰম্পৰা ৰক্ষিত হৈছিল। আনহাতে দেশী বা লোক-সংগীত অসমৰ লোক-জীৱনৰ আধাৰত বিকশিত হৈছিল।

অৰুনোদই যুগত খৃষ্টান মিছনেৰীসকলে অসমত ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে কিছুমান স্তুতি গীত অসমীয়া ভাষাত ৰচনা কৰে। (মহেশ্বৰ নেওগ ; 'ভূমিকা', অৰুনোদই ; পৃ. ১৩৫) তাৰপিছত ১৮৮৯ চনৰ জোনাকী কাকতৰ জৰিয়তে আত্ম প্ৰকাশ কৰা ৰোমাণ্টিচিজিমৰ মাজেদি অসমীয়া গীতি-সাহিত্যই প্ৰসাৰ আৰু বিকাশ লাভ কৰে। পদ্মনাথ গোহাঞি বৰুৱা, চন্দ্ৰধৰ বৰুৱা আদিৰ নাটকত কিছুমান অসমীয়া গীত সংযোজিত হ'ল। জোনাকী যুগত গীতি-সাহিত্যই নতুন মূল্যবোধ লাভ কৰিলে। সেই সময়ত অসমীয়া মধ্যবিত্ত সমাজত বঙালী গীত-মাতৰ চৰ্চা হৈছিল। সেয়ে সচেতন ব্যক্তিসকলে বঙালী সংস্কৃতিৰ প্ৰৱাহ ৰোধ কৰিবৰ বাবে নিজৰ ভাব, ভাষাত গীত-মাত ৰচনা আৰু সুৰাৰোপ

কৰিবলৈ ল'লে। এইক্ষেত্ৰত দুৰ্গাপ্ৰসাদ দত্ত (মজিন্দাৰ বৰুৱা) অন্যতম। (মজিন্দাৰ বৰুৱা ৰচনাৱলী ; অসম সাহিত্য সভা ; পৃ. ৪৬) তেওঁ *গুৰুদক্ষিণা* নাটৰ প্ৰথম তাণ্ডৱণত গোটাদিয়েক উপৰুৱা গীত শীৰ্ষেৰে কেইটামান গীত সন্নিৱিষ্ট কৰে। এই সময়তে সত্যনাথ বৰাৰ *গীতাৱলী* (১৮৮৫) ৰচিত হয়। ক্ৰমান্বয়ে ভকতৰাম দত্তচৌধুৰীৰ *প্ৰণয় গান* (১৯০১), বেণুধৰ ৰাজখোৱাৰ *বাঁহী* (১৯০৬), সত্যনাথ বৰাৰ *প্ৰণয় সংগীত* (১৯০৯) আদি গীতি সংকলনে অসমীয়া ভাব-ভাষা-সুৰৰ গীতৰ অভাৱ দূৰ কৰে। (লক্ষ্যহীৰা দাস ; 'অসমীয়া গীতি-সাহিত্য' ; *কবিতাৰ ৰূপৰেখা* ; পৃ. ৮২)

## পাৰ্বতিপ্ৰসাদৰ সমসাময়িক যুগৰ অসমীয়া সংগীত

জ্যোতিপ্ৰসাদ আৰু পাৰ্বতিপ্ৰসাদৰ জন্মৰ সময়ছোৱা অসমীয়া সংস্কৃতি আৰু জাতীয় জীৱনৰ দুৰ্যোগপূৰ্ণ সময়। সেইসময়ত ঐতিহ্যৰ প্ৰতি থাকিবলগীয়া শ্ৰদ্ধাৰ মনোভাবৰ বিপৰীতে বঙলা গীত-মাতৰ প্ৰতি আদৰ আৰু আকৰ্ষণ বৃদ্ধি পাইছিল। অসমীয়া থলুৱা সংগীতৰ ঐতিহ্যক বঙলা গীত-মাতে কেনেকৈ গ্ৰাস কৰিছিল সেই বিষয়ে জ্যোতিপ্ৰসাদে 'শোণিত কুঁৱৰী' নাটৰ পাতনিত লিখি থৈ গৈছে — "সেই সময়ত অসমীয়া নাট্য-সাহিত্য আৰু সংগীতৰ ওপৰত বঙলা নাটক আৰু সংগীতৰ প্ৰচণ্ড প্ৰভাৱ। ... হিন্দুস্থানী আৰু বঙলা সংগীতেই অসমত ৰাজত্ব কৰিছিল। মুঠৰ ওপৰত ক'বলৈ গ'লে, অসমীয়া চহৰীয়া শিক্ষিত সমাজৰ মনত অসমীয়া বৰগীত, বনগীত, বিহুগীত ইত্যাদি অসমীয়া সংগীতৰ একেবাৰেই আদৰ নোহোৱাত পৰিছিল — মাথোন অসমীয়া সংগীতে অসমীয়া নাট্য-সাহিত্যই অসমৰ সত্ৰই, অসমৰ গাঁৱে-গাঁৱেহে নিজ ৰূপত প্ৰকাশিত হৈ আছিল। অসমীয়া শিক্ষিত সমাজে সেই সংগীতক, সেই নাট্য-সাহিত্যক আপোনাৰ সংস্কৃতিৰ বাহানি বুলি উপেক্ষা কৰিছিল — অৱশ্যে দেশপ্ৰেমিক সাহিত্যিকসকলে এই বিষয়ে উপলব্ধি কৰি অসমীয়াৰ নিজা সংস্কৃতিক মূল বৈশিষ্ট্যলৈ ঘূৰাই নিবলৈ যত্ন নকৰাকৈ থকা নাছিল।"

ঊনবিংশ শতিকাৰ পৰা বিংশ শতিকাৰ প্ৰথম দুটা দশকলৈ অসমীয়া সংগীত জগত সংকটৰ মুখামুখি হৈছিল। অসমীয়া শিক্ষিতসকলে অসমীয়া সংস্কৃতিতকৈ পশ্চিমীয়া সংস্কৃতিক অধিক মূল্যৱান বুলি জ্ঞান কৰিছিল। সেই সময়তে লক্ষ্মীৰাম বৰুৱাই অসমত হিন্দুস্থানী সংগীতৰ প্ৰচলন কৰিছিল যদিও অসমীয়া থলুৱা সংগীতক পুনৰুজ্জীৱিত কৰাৰ প্ৰয়াস কৰা নাছিল। আনহাতে অসমীয়া শিক্ষিতসকলে "অসমীয়া সংস্কৃতিক গ্ৰাম্য বুলি গণ্য কৰি তাক নতুন যুগত পশ্চিমৰ পৰা বঙলাৰ যোগেদি অহা সাংস্কৃতিক সম্পদৰ শাৰীত ঠাই পাবৰ উপযুক্ত নহয় বুলিয়েই ভাবিছিল।" (পাতনি, শোণিত কুঁৱৰী) অসমীয়া শিক্ষা, সংস্কৃতি, জাতীয় জীৱনধাৰাত পশ্চিমীয়া জীৱনাদৰ্শৰ আঘাত লাগিল। ইয়াৰ

অন্তৰালত আছিল বিদেশী শাসনৰ কু-প্ৰভাৱ। অসমত বৃটিছ্ ঔপনিবেশিক শাসনৰ কালছোৱাত অসমৰ প্ৰশাসনীয় কাম-কাজ আৰু শিক্ষানুষ্ঠানসমূহত বঙালী ভাষাৰ প্ৰচলন হ'ল। ইংৰাজৰ জীৱন পদ্ধতিয়েও অসমীয়া শিক্ষিতসকলক আকৰ্ষণ কৰিলে। তাৰ লগে লগে আভিজাত্যৰ ভাবধাৰায়ো লাহে লাহে গা কৰি উঠিল। পাশ্চাত্য জীৱনধাৰা, ধ্যান-ধাৰণা আৰু শিক্ষাই ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ সময়ৰ পৰা বিংশ শতিকাৰ প্ৰথম তিনিটা দশকলৈ অসমীয়া জনজীৱনক মোহগ্ৰস্ত কৰি ৰাখিলে। ফলস্বৰূপে অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি, জাতীয় জীৱনত পৰিৱৰ্তনে দেখা দিলে। বেপ্টিস্ত-মিছনেৰীৰ আগমন, প্ৰেছ স্থাপন, 'অৰুনোদই সম্বাদ পত্ৰ'ৰ প্ৰকাশ, অসমীয়া ভাষাৰ পুনৰ প্ৰতিষ্ঠাৰ আন্দোলনৰ আৰম্ভণি, 'অৰুনোদই' যুগৰ গদ্য আৰু কাব্য-সাহিত্যৰ নৱ অভ্যুদয় ; 'বাঁহী', 'মৌ', 'ল'ৰাবন্ধু', 'আসাম বিলাসিনী' আদি কাকত-আলোচনীৰ সাহিত্য-নিৰ্মাণৰ শুভাৰম্ভ আদি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি আৰু জাতীয় জীৱনৰ ইতিহাসৰ চিৰস্মৰণীয় অধ্যায়। উল্লেখযোগ্য যে জোনাকীয়ে গঢ় দিয়া সাহিত্যিক আন্দোলনৰ আঁৰত দুটা আদৰ্শ ক্ৰিয়াশীল হৈ আছিল। পাশ্চাত্য আৰু বঙলা সাহিত্যৰ আদৰ্শেৰে প্ৰভাৱান্বিত হৈ অসমীয়া কবি-সাহিত্যিকসকলে অসমীয়া সাহিত্যত ৰোমান্টিক ধাৰা প্ৰৱৰ্তন কৰিলে। 'অৰুনোদই' যুগে নিৰ্মাণ কৰা ভেটিতে উনবিংশ শতিকাৰ প্ৰথম ভাগত 'জোনাকী' কাকতে স্বকীয় নীতি আৰু আদৰ্শৰ ধ্বজা উৰুৱাই আধুনিক সাহিত্য জগতক আলোড়িত কৰিলে। জোনাকীৰ ৰোমান্টিক কাব্যাদৰ্শ, উনৈশ শ একৈশ চনৰ জাতীয়তাৰ নতুন প্লাৱন, উত্তৰ জোনাকী যুগৰ আধুনিক নাটকৰ বিকাশ, জাতীয় চেতনাৰ জাগৰণ, লোকগীতৰ সুৰৰ আদৰ্শত গীত ৰচনাৰ প্ৰয়াস আদিয়ে অসমীয়া কাব্য-সাহিত্যলৈ নতুনত্বৰ জোৱাৰ আনিলে। উনৈশ শ একৈশ চনৰ জাতীয় জাগৰণৰ সময়ছোৱাত পাৰ্বতিপ্ৰসাদ বৰুৱা আছিল কলেজীয়া ছাত্ৰ। শশীচন্দ্ৰ বৰবৰুৱাই পাৰ্বতিপ্ৰসাদৰ সমসাময়িক যুগটো স্মৰণ কৰি লিখিছে — সেই সময়ত অনাঅসমীয়া গীত-মাতে অসমীয়া লোকক আকৰ্ষণ কৰিছিল। আনকি জন্মাষ্টমী, সৰস্বতী পূজা আদিত নাম-কীৰ্ত্তনৰ বা ঘোষা পাঠৰ পৰিৱৰ্তে সংকীৰ্তন চলিছিল। সেই সময়ছোৱাত "পাৰ্বতি বৰুৱাই নিজে গীত ৰচি, তাত সুৰ দি অসমীয়া গীত-মাত আৰু অসমীয়া সুৰ আৰু অসমীয়া সংস্কৃতিৰ সংস্কাৰ যুগ আৰম্ভ কৰি দিলে।" (পাৰ্বতিপ্ৰসাদ বৰুৱাৰ স্মৃতিত, গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱা — স্মৃতিগ্ৰন্থ ; পৃ. ১১) সেই সময়ত অসমীয়া সংগীত জগতত দেখা দিয়া সমস্যাসমূহ দূৰ কৰিবলৈ আন্তৰিকতাৰে আগবাঢ়ি আহিল কেইজনমান ব্যক্তি। কিয়নো সেই সময়ত অসমীয়া গীত-নাচে জনপ্ৰিয়তা অৰ্জন কৰিব নোৱাৰিছিল। আনহাতে অসমীয়া গীতৰ ভাব আৰু সুৰৰ মাজত বঙলা গানৰ একো-একোটা অংশ মিহলি হৈ অসমীয়া গীতৰ নিজস্বতাক গ্ৰাস কৰিবলৈ ল'লে। লক্ষ্মীৰাম

বৰুৱাৰ প্ৰচেষ্টাত ('সংগীত সাধনা', 'সংগীত কোষ') অসমত বৈজ্ঞানিকভাৱে সংগীত চৰ্চাৰ প্ৰচলন আৰম্ভ হৈছিল যদিও সংগীতৰ নতুন যুগৰ সূচনা হোৱা নাছিল। অসমৰ প্ৰাচীন গীত-মাত-বৰগীত, ভকতীয়া গীত, আইনাম, বিয়ানাম আদিয়ে গ্ৰাম্য সমাজৰ কোলা শুৱনি কৰি থাকিল। শিক্ষিত ব্যক্তিসকলে অসমীয়া সংস্কৃতিক 'গাৱঁলীয়া' বুলিয়েই গণ্য কৰি শ্ৰদ্ধাৰ চকুৰে চোৱা নাছিল। সেই সময়ত পদ্মধৰ চলিহাৰ গীতে উঠি অহা চামক আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। পদ্মধৰ চলিহাৰ 'ফুলনি', 'স্বৰাজ সংগীত', 'গীতি লহৰী'ত অন্তৰ্ভুক্ত গীতসমূহত স্বদেশ-প্ৰেম, প্ৰকৃতি প্ৰীতি, জনজীৱনৰ প্ৰতি সহানুভূতিৰ মনোভাবৰ প্ৰকাশ ঘটিল। 'ফুলনি'ৰ গীতৰ সুৰৰ আধাৰ 'বঙলুৱা সুৰ' হ'লেও সেই সময়ৰ সংগীত প্ৰেমীসকলৰ মাজত জনপ্ৰিয় হৈ উঠিছিল। উল্লেখযোগ্য যে জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'শোণিত কুঁৱৰী' নাটৰ মাজত অন্তৰ্ভুক্ত হোৱা গীত আৰু সুৰে অসমীয়া সংগীত জগতত এটি নতুন বিপ্লৱৰ সূচনা কৰিলে। জ্যোতিপ্ৰসাদৰ ভাষাত "শোণিত কুঁৱৰীৰ যোগেদি ওলোৱা গীত আৰু অসমীয়া সুৰে অসমীয়া সংগীত-জগতলৈ এটা নতুন যুগ লৈ আহিল। তেতিয়াৰ পৰাই শিক্ষিত সমাজত অসমীয়া বিহুনাম, বিয়ানাম, আইনাম, দেহ বিচাৰৰ গীত, টোকাৰী গীত, বনগীত ইত্যাদিৰ বহুল প্ৰচলন হ'বলৈ ধৰে।" (শোণিত কুৱঁৰী, পাতনি) ঊনৈশ শ একৈশ চনৰ অসহযোগ আন্দোলনে অসমীয়া কবি, গীতিকাৰ, সুৰকাৰসকলক প্ৰবল জাতীয় অনুপ্ৰেৰণাৰে উদ্বুদ্ধ কৰিলে। জাতীয় চেতনাৰে অনুপ্ৰাণিত গীতিকাৰ সকলৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য সকল হ'ল অম্বিকাগিৰী ৰায়চৌধুৰী, পদ্মধৰ চলিহা আৰু উমেশ চন্দ্ৰ চৌধুৰী। ৰায়চৌধুৰীৰ 'বন্দো কি ছন্দেৰে', চৌধুৰীৰ 'দেৱধ্বনি', 'মন্দাকিনী', 'প্ৰতিধ্বনি' আদি সংকলনৰ অন্তৰ্ভুক্ত গীতৰ প্ৰধান সুৰ হৈছে জাতীয় চেতনা। এনেদৰে নতুন চিন্তা- চেতনা-সুৰৰ মাধ্যমেৰে অসমীয়া লোক-সংগীতত এক নতুন মাত্ৰা সংযোজিত হ'ল। জ্যোতিপ্ৰসাদৰ ভাষাত "তাৰ পিছৰ পৰাই অসমীয়া গান, সুৰ ৰচক আৰু সংগীতজ্ঞ শ্ৰীযুত প্ৰসন্নলাল চৌধুৰী, শ্ৰীযুত কমলানন্দ আগৰৱালা, শ্ৰীযুত মোহনলাল চৌধুৰীকে আদি কৰি সুগায়ক শ্ৰীযুত প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ চেষ্টাত অসমীয়া সংগীতে এক আধুনিক বাটেদি আগবাঢ়িবলৈ ধৰিলে। তাৰ পিছত ৮/১০ বছৰ উকলি যোৱাৰ পিছত শ্ৰীযুত বিষ্ণুপ্ৰসাদ ৰাভা, শ্ৰীযুত কীৰ্ত্তিনাথ বৰদলৈদেৱ আৰু তেখেতৰ পুতেক মুক্তিনাথ বৰদলৈদেৱে আৰু গীতি কবি উমেশ চন্দ্ৰ চৌধুৰী আৰু শ্ৰীমান অনন্দি দাস আদিয়ে অসমীয়া সংগীতৰ এই আধুনিক ৰূপক আগবঢ়াবলৈ আৰু পুষ্ট কৰিবলৈ বিশেষ দান দিয়েহি। সেই কাৰণেই শোণিত কুঁৱৰী নাটখন অসমীয়া সংগীত বুৰঞ্জীৰ এটা আটাইতকৈ লাগতিয়াল পাত।" (শোণিত কুঁৱৰী, পাতনি) প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ ৰেকৰ্ডৰ গীতেও অসমীয়া সংগীত জগতলৈ সম্ভাৱনাপূৰ্ণ

প্ৰতিশ্ৰুতি কঢ়িয়াই আনিলে। বিংশ শতিকাৰ তৃতীয় দশকত এইক্ষেত্ৰত বিশেষ ভূমিকা বহন কৰে 'গুৱাহাটী সন্ধিয়া সন্মিলনী' অনুষ্ঠানটোৱে। এই অনুষ্ঠানটোৱে প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ কণ্ঠৰ চাৰিটা গীতৰ বাণীবদ্ধ ৰূপ প্ৰকাশ কৰে। এই সম্পৰ্কে প্ৰফুল্ল চন্দ্ৰ বৰুৱাই কৈছে — "নিভাঁজ অসমীয়া সুৰৰ গীত বিলাক মোক Coach কৰা মন্তা ঘোষে পছন্দ নকৰিলে। ক'লে যে, এইবিলাক গীতৰ ৰেকৰ্ড নচলিব। শেহত স্বৰ্গীয় উমেশ চৌধুৰী ৰচিত আৰু আমাৰ দ্বাৰা সুৰ সংযোগ কৰা "অসমা নিৰুপমা জননী ঐ অলংঘ্য গিৰি দুৰ্গাৰাণী" আৰু স্বৰ্গীয় ৰাধানাথ ফুকনদেৱৰ ৰচিত "কিয়নো পাহৰা হেৰা অসমীয়া" এই গীতৰ সুৰো আমিয়ে দিছিলো। এই জাতীয় ভাবৰ গীত দুটি আৰু বাণ ৰঙ্গমঞ্চত সুখ্যাতিৰে অভিনীত প্ৰসন্নলাল চৌধুৰীদেৱৰ 'নীলাম্বৰ' নাটকৰ প্ৰধান নায়িকাৰ ভূমিকাত আমি গোৱা 'ফুলো ফুলিলে জোনায়ে হাঁহিলে বাঁহীয়ে ধৰিলে তান' আৰু 'হৃদয় বিদাৰি উঠে শত বেদনাৰে অকণ ৰাগিণী উঠে ক'ত' সেই সময়ত আধুনিক বুলি ধৰা এই দুটা লৈ চাৰিটা গীতৰ ৰেকৰ্ড সিদ্ধান্ত হ'ল। ১৯২৪ চনৰ বৰদিনৰ আগে আগে মোৰ ৰেকৰ্ড ওলাল। অসমীয় সংগীত অনুৰাগীসকলৰ মাজত এটা আলোড়নৰ সৃষ্টি হ'ল (পাতনি, আনন্দিৰাম দাসৰ গীত ; পৃ. ৪-৫) এইখন গ্ৰন্থৰ পাতনিত উল্লেখ আছে আনন্দিৰাম দাস বলোৰাম দাসৰ কিছু সংখ্যক গীতৰ ৰেকৰ্ড ওলায় একে শতিকাৰ তৃতীয়-চতুৰ্থ দশকৰ ভিতৰত।

জ্যোতিপ্ৰসাদ আৰু পাৰ্বতিপ্ৰসাদ আছিল সমবয়সীয়া। দুয়োজনেই অসমীয়া সাংস্কৃতিক জগতক ন ন ভাব-চিন্তা, গীত, সুৰেৰে পৰিপুষ্টি যোগাইছিল। জ্যোতিপ্ৰসাদৰ গীতৰ মাজত অসমীয়া লোক-সংগীতৰ সুৰ আৰু পাশ্চাত্য সংগীতৰ সংমিশ্ৰণ ঘটিল। জ্যোতিপ্ৰসাদে থলুৱা লোকবাদ্য, শাস্ত্ৰীয় আৰু পাশ্চাত্য সংগীতৰ বাদ্যযন্ত্ৰৰ সহায়েৰে সুৰৰ জগতক আলোড়িত কৰিলে। আনহাতে পাৰ্বতিপ্ৰসাদে পাশ্চাত্য সংগীতৰ শৈলীৰ বিপৰীতে থলুৱা সংগীতৰ সুৰৰ সৈতে ৰাগ-সংগীতৰ সমন্বয় ঘটালে আৰু ৰবীন্দ্ৰ-সংগীতৰ সুৰৰ মায়াময় আবেশ সৃষ্টি কৰি স্বকীয় প্ৰতিভাক বিকশাই তুলিলে। মুঠ কথাত ঊনবিংশ শতিকা আৰু বিংশ শতিকাৰ প্ৰথম দুটা দশকত জ্যোতিপ্ৰসাদ আগৰৱালা আৰু পাৰ্বতিপ্ৰসাদ বৰুৱাই অসমীয়া লোক সংগীতৰ ঐতিহ্যক নতুন চিন্তা-চেতনা, ভাব-দৃষ্টিৰে পুনৰুজ্জীৱিত কৰি গতিশীলতা প্ৰদান কৰাৰ উপৰি অসমীয়া গীতি-সাহিত্যক সমৃদ্ধ কৰিলে।

উল্লেখযোগ্য যে কবিগুৰু ৰবীন্দ্ৰনাথ মানুহজন, তেওঁৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ মাজত পাৰ্বতিপ্ৰসাদে অনুকৰণীয় কিছুমান গুণ বিচাৰি উলিয়াইছিল। পাৰ্বতিপ্ৰসাদে উল্লেখ কৰিছে ৰবীন্দ্ৰনাথৰ প্ৰায় দুহেজাৰমান গীত তেওঁ গাব পাৰিছিল। স্কুলীয়া দিনতে পাৰ্বতিপ্ৰসাদে ৰবীন্দ্ৰ-সংগীতৰ শিক্ষা লৈছিল সঙ্গীতজ্ঞ লক্ষ্মীকান্ত বৰুৱাৰ ওচৰত। কলেজত পঢ়ি থাকোতে

ৰবীন্দ্ৰনাথৰ গীতৰ সুৰ-চানেকি চাই বহুতো গীত গাবলৈ সক্ষম হৈছিল। পাৰ্ব্বতিপ্ৰসাদে মৃত্যুৰ সময়লৈকে ৰবীন্দ্ৰনাথৰ ৰচনাৱলী কাষত ৰাখিছিল। মুঠ কথাত, পাৰ্ব্বতিপ্ৰসাদৰ বাবে ৰবীন্দ্ৰনাথ আছিল অনন্য প্ৰেৰণাৰ উৎস। আনহাতে সেই সময়তে ৰবীন্দ্ৰনাথ, দ্বিজেন্দ্ৰলালৰ গীতৰ সুৰত বহুতে গান ৰচনা কৰিছিল। এনে পৰিস্থিতিৰ মাজতো ৰবীন্দ্ৰনাথে অসমীয়া ভাষা, সাহিত্য, সংস্কৃতিৰ নিজস্ব গৌৰৱক পাহৰি যোৱা নাছিল। অসমীয়া সংগীতৰ ঐতিহ্যক তেওঁ শ্ৰদ্ধাৰ চকুৰে চাইছিল। অসমৰ কলা-সংস্কৃতিৰ গুৰু শ্ৰীমন্ত শংকৰদেৱ আৰু আধুনিক অসমীয়া ভাষা-সাহিত্যৰ প্ৰতিষ্ঠাপক, পথপ্ৰদৰ্শক বেজবৰুৱাৰ আদৰ্শক সন্মান জনাই সেই আদৰ্শৰ পোহৰেৰে জীৱন আলোকিত কৰিবলৈ যত্ন কৰিছিল। পাৰ্ব্বতিপ্ৰসাদ অসমীয়া সুৰৰ ভৱিষ্যত সম্পৰ্কে সচেতন আছিল। তেওঁ উপলব্ধি কৰিছিল — "পিছে স্কুলত পঢ়া দিনৰে পৰা সদায়েই ৰবীন্দ্ৰনাথ বা দ্বিজেন্দ্ৰলাল ৰায়ৰ গানৰ সুৰত অসমীয়া গান ৰচিলেই যে অসমীয়া সুৰৰ ভৱিষ্যত গঢ়িব নোৱাৰিম এই কথাই মোৰ মনত বৰকৈ আঘাত দিছিল। সেই কাৰণে অসমীয়া লোকগীত, আইনাম, বিয়ানাম, বিহুনামৰ সুৰ মিহলি কৰি ভয়ে ভয়ে গান ৰচিবলৈ আৰম্ভ কৰিলোঁ।" (সমিধান; পৃ. ৩০৮, পাঃ প্ৰঃ বঃ ৰঃ ৩য় সং)

পাৰ্ব্বতিপ্ৰসাদৰ গানৰ সুৰৰ মাজত এই সচেতনতা উপলব্ধি কৰা যায়। অসমীয়া লোক গীত, আইনাম, বিয়ানাম, বিহুনাম আদিও যে আধুনিক অসমীয়া গীতৰ সুৰৰ আধাৰ হ'ব পাৰে সেয়া প্ৰমাণ কৰি দেখুৱালে জ্যোতিপ্ৰসাদে 'শোণিত কুঁৱৰী' নাটৰ অন্তৰ্ভুক্ত গীতৰ মাজত। পাৰ্ব্বতিপ্ৰসাদে একে সময়তে অসমীয়া লোকগীতৰ সুৰৰ মিশ্ৰণত গীত ৰচাৰ আখৰা কৰি আছিল। পাৰ্ব্বতিপ্ৰসাদে এই বিষয়ে কৈছে — "ইয়াৰ কিছুদিনৰ পিছত স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাৰ বিখ্যাত গীত 'সোণবৰণীয়া কেতেকী ধুনীয়া' ৰ জ্যোতিপ্ৰসাদে দিয়া নিভাঁজ অসমীয়া সুৰৰ সুৰ-চানেকি কাকতত দেখিবলৈ পাওঁ। সুৰটো যন্ত্ৰত তুলি ইমান ভাল লাগি গ'ল। কিয়নো সেই সময়ত ময়ো অসমীয়া গৰখীয়া নাম, আইনাম, বিয়ানাম আদিৰ সুৰত সুৰ মিলাই 'আহিন মহীয়া শেৱালি সৰিলে', 'হেৰ বলিয়া, নয়ন ভৰি ভৰি চা' ইত্যাদি গীত অকলে ৰচি আছিলোঁ। একে বাটৰে বাটৰুৱা এজন পাই মন ভৰি উঠিল। (ৰূপকোঁৱৰৰ কথা ; পৃ. ৩১২)

পাৰ্ব্বতিপ্ৰসাদে শংকিত চিত্তে অসমীয়া লোকগীতৰ সুৰৰ ভেটিত নতুন গীত আৰু সুৰ ৰচি মাতৃ হিমলা বৰুৱানীৰ আগত প্ৰথমে গাই শুনাইছিল। গীতটো শুনি তেখেতে ক'লে "এইটো কি গান হ'ল? এইটো নাম নাম যেন শুনাইছে।" এই কথা শুনি পাৰ্ব্বতিপ্ৰসাদে সেইটোকে তেখেতৰ মুখত শুনিবলৈ আশা কৰিছিল বুলি জনালে। কিন্তু ককায়েক ভগৱতীপ্ৰসাদ বৰুৱাই সেই সুৰত গীত ৰচিবলৈ তেওঁক উৎসাহিত কৰে। পাৰ্ব্বতিপ্ৰসাদে

কৰা প্ৰথম সুৰটিত উৎসাহ-উদ্দীপনা লাভ কৰি বিভিন্ন গীত-মাত ৰচনা কৰি সুৰৰ এই যাত্ৰাক অবিৰত কৰি তোলে। পাৰ্বতিপ্ৰসাদে কেৱল নিজৰ গীততেহে যে সুৰ কৰিছিল এনে নহয়। তেওঁ কটন কলেজত পঢ়ি থকা সময়তে ড° সূৰ্যকুমাৰ ভূঞাৰ 'জয়মতী' উপন্যাসৰ 'এহিসে অসম ভূমি/নেপাইবাহা হেন তুমি/এহি তিনি ভুৱন মাজত' গীতটি ঘোষাৰ সুৰত গাইছিল। ঠিক তেনেকৈ সাহিত্য সভাৰ সভাপতি ৰূপত বেজবৰুৱাক Old curzon hall-ত সম্বৰ্দ্ধনা জনাওঁতে পাৰ্বতিপ্ৰসাদে নিজে দিয়া সুৰেৰে গীতটো ৰাজহুৱাকৈ গায়। সূৰ্যকুমাৰ ভূঞাৰ দৰে বেজবৰুৱায়ো সেই সুৰ শুনি আনন্দিত হৈছিল আৰু বেজবৰুৱাৰ জীয়াৰী 'বত্নাৱলী আইদেৱে' সুৰটো শিকিবলৈ আগ্ৰহ কৰিছিল। (সমিধান; পৃ. ৩১০) জ্যোতিপ্ৰসাদ, পাৰ্বতিপ্ৰসাদৰ গানৰ মাজত নিভাঁজ অসমীয়া সুৰে অভিনৱত্ব লাভ কৰিলে। পাৰ্বতিপ্ৰসাদৰ গুৱাহাটী আৰু কলিকতাত থকা কালছোৱাত গীত ৰচনা আৰু সুৰ ৰচনাৰ কাম অব্যাহত থাকে। জ্যোতিপ্ৰসাদৰ দৰে পাৰ্বতিপ্ৰসাদেও নিজস্ব অসমীয়া সুৰেৰে অসমীয়া গীতক সজাই তুলিলে ; আদিম চহা লোকৰ মুখে মুখে বাগৰি ফুৰা সৰল-প্ৰাণৰ উচ্ছ্বাস ভৰা সুৰক অভিনৱত্ব প্ৰদান কৰিলে। পাৰ্বতিপ্ৰসাদে দুই-এটি গীতত ৰাগ-সংগীত আৰু ৰবীন্দ্ৰ সংগীতৰ সুৰৰ মায়াময় আৱেশ সানি অসমীয়া লোকগীতৰ সুৰৰ ঐতিহ্যক স্বকীয় সৃজনী প্ৰতিভাৰ পৰশত জাতে-পাতে অসমীয়া সুৰত বান্ধি নৱৰূপ প্ৰদান কৰিলে ; বিশালতা দান কৰিলে। তাৰ মাজতে জিলিকি থাকিল অসমীয়া নামৰ সুৰ, অসমৰ কেঁচা মাটিৰ উমেৰে উমাল থলুৱা সুৰ। অসমীয়া লোক-সাহিত্য আৰু সুৰৰ 'ৰূপহী সুঁতিৰ ধল' দেখি আনন্দত আত্মহাৰা হোৱা কবি, গীতিকাৰ,, সুৰশিল্পী পাৰ্বতিপ্ৰসাদ বৰুৱাৰ এই সময়ৰ এটি উল্লেখযোগ্য গীত হ'ল —

হেৰ বলিয়া
নয়ন ভৰি ভৰি চা।
সন্মুখত সৌ উঠিছে নামিছে
ৰূপহী সুঁতিৰে ধল
ধলৰে বুকুতে পোহৰ জ্বলে মলাই
ঢৌৰে কৰে টলমল।
ঢৌ দেখি তোৰ হালেজালে গা
ইকৰা পাতৰে নাওখনি বা
পখিলা পাখিৰে পাল তৰি লৈ
পাৰি দি মাজলৈ যা
কলমৌ ঠাৰিৰে পেঁপাটি বজাই
বনগীত এফাকি গা।

### সংগীতৰ প্ৰধান উপাদান সুৰ

সুৰ সংগীতৰ প্ৰধান উপাদান। সুৰে কথা, ধ্বনি, লয়, ছন্দ, তাল আদি সংগীতৰ অন্যান্য উপাদনসমূহক একত্ৰিত কৰে। তদুপৰি সুৰে বিভিন্ন ৰস শ্ৰোতাৰ হৃদয়লৈ সঞ্চাৰিত কৰে। সুৰ আৰু ছন্দৰ সমন্বয়ত উপযুক্ত তাল সংযোজনাৰ মাধ্যমেৰে পৰিৱেশিত গীতেই ৰসোত্তীৰ্ণ হয়। সেয়ে হ'লেও সংগীতৰ কথা বা ভাবৰ সৈতে উল্লিখিত উপাদানসমূহৰ সামঞ্জস্যপূৰ্ণ বিকাশৰ ওপৰতহে সংগীতৰ সৌন্দৰ্য নিৰ্ভৰশীল। কাৰণ সংগীতৰ কাব্যাংশও ৰস পৰিবহনৰ অংশীদাৰ স্বৰূপ। উভয়ৰ সন্মিলিত ৰূপত এক আনন্দময় জগতৰ সৃষ্টি হয়। এৰিষ্টটল, হ্যানস্লিক, হেগেল, কান্টে, পিজেট্ৰি, বঙ্কিমচন্দ্ৰ, ৰবীন্দ্ৰনাথ আদি নন্দনতাত্ত্বিক আলোচকসকলে সংগীতৰ বিভিন্ন দিশত আলোকপাত কৰিছে। ৰবীন্দ্ৰনাথৰ মতে মানৱ-মনৰ ভাব গাঢ়তম আৰু তীব্ৰতম ৰূপে প্ৰকাশ কৰাৰ উপায় স্বৰূপে সংগীতৰ উৎপত্তি হৈছে। ('সংগীতচিন্তা' ; ৰবীন্দ্ৰৰচনাবলী ; অষ্টাবিংশ খণ্ড ; পৃ. ৭১২) সংগীতে চিত্ত বিনোদনৰ উপৰি জীৱনক সৌন্দৰ্য দান কৰে।

ভাৰতীয় গীতৰ স্বৰ সাতোটা। ষড়জ, ঋষভ, গান্ধাৰ, মধ্যম, পঞ্চম, ধৈৱত আৰু নিষাদ। "ময়ূৰৰ মাতৰ পৰা ষড়জ ; চাতক পখীৰ মাতৰ পৰা ঋষভ ; ছাগলীৰ মাতৰ পৰা গান্ধাৰ ; ক্ৰৌঞ্চ পখীৰ ক্ৰন্দনৰ পৰা মধ্যম ; কোকিলৰ মধুৰ কণ্ঠৰ পৰা পঞ্চম , ভেকুলীৰ মাতৰ পৰা ধৈৱত আৰু হস্তীৰ নিনাদৰ পৰা নিষাদ স্বৰৰ সৃষ্টি বুলি গ্ৰহণযোগ্য মত আছে।" (বীৰেন্দ্ৰনাথ ফুকন ; ৰাগ-সংগীত ; পৃ. ২২)

### জোনাকী যুগৰ গীত আৰু সুৰৰ বৈশিষ্ট্য

জোনাকী যুগৰ গীতত প্ৰকৃতিপ্ৰেম, দেশানুৰাগ, আধ্যাত্মিক চিন্তা, ব্যক্তিগত প্ৰেম আদিয়েই মূল বিষয় বস্তু হিচাপে ধৰা দিলে। গীতৰ সাহিত্যিক উপাদানসমূহ যেনে ছন্দ, অলংকাৰ, বিভিন্ন ৰসৰ সমাৱেশ আদিয়ে গীতসমূহক সৌন্দৰ্য দান কৰিলে। ছন্দৰ ভিতৰত দুলড়ী আৰু লেছাড়ীয়ে প্ৰাধান্য লাভ কৰিলে। এই যুগৰ গীতত ভাৰতীয় ৰাগ-সংগীতৰ বিভিন্ন ৰাগৰ আধিপত্য পৰিলক্ষিত হয়।

### উত্তৰ জোনাকী যুগৰ গীত আৰু সুৰৰ বৈশিষ্ট্য

এই যুগৰ গীততো ব্যক্তিগত প্ৰেম, দেশপ্ৰেম, ভগৱৎপ্ৰেমে বিশেষ স্থান অধিকাৰ কৰি থাকিল। তাৰ লগতে সমাজ সংস্কাৰৰ মনোভাব, জনগণক জাগ্ৰত কৰাৰ প্ৰচেষ্টা দেশাত্মচেতনাৰ মাজত সাৰ পাই উঠিল। এই যুগৰ গীতকো দ্বিজেন্দ্ৰলাল আৰু ৰবীন্দ্ৰনাথৰ গীতৰ সুৰে প্ৰভাৱিত কৰিলে। প্ৰায় দ্বিতীয় আৰু তৃতীয় দশকৰ কালছোৱাত ভাব, ভাষা, শব্দচয়ন, সুৰ সংযোজনা সকলোলৈকে পৰিৱৰ্তন আছে। অসমীয়া লোকগীত, বনগীত,

আইনাম, বিয়ানাম, দেহ বিচাৰ গীত আদিৰ আধাৰত সুৰ ৰচিত হ'ল। তাৰ লগতে পাশ্চাত্য সংগীতৰ সুৰও সংমিশ্ৰিত হ'ল।

*জ্যোতিপ্ৰসাদ আগৰৱালাই* অসমীয়া সংগীত ইতিহাসত অভিনৱত্ব সূচনা কৰে। অসমীয়া থলুৱা সুৰ আৰু পাশ্চাত্য সংগীতৰ সংমিশ্ৰণত সংগীতৰ এটি ধাৰা নিৰ্মাণ কৰে। তেওঁ *শোণিত কুঁৱৰী* নাটত কথা, সুৰ, ভাব-ভাষা-ছন্দ আদিৰ সামঞ্জস্য ৰক্ষা কৰি অসমীয়া সংগীতৰ এক নৱ যুগৰ সূচনা কৰে। *উমেশ চৌধুৰী* আৰু *বিষ্ণুৰাভাৰ* গীততো পাশ্চাত্য শৈলী বিদ্যমান। *পদ্মধৰ চলিহায়ো* লোক-গীতিৰ আধাৰত গীত আৰু সুৰ ৰচনা কৰে। জ্যোতিপ্ৰসাদৰ আদৰ্শেৰে বাট বুলোঁতাসকলৰ ভিতৰত *পাৰ্বতিপ্ৰসাদ বৰুৱা, প্ৰসন্নলাল চৌধুৰী, কমলানন্দ ভট্টাচাৰ্য, কমলা প্ৰসাদ আগৰৱালা, কীৰ্তিনাথ বৰদলৈ, মুক্তিনাথ বৰদলৈ, মোহনলাল চৌধুৰী, প্ৰফুল্ল চন্দ্ৰ বৰুৱা, আনন্দ বৰুৱা* আদি উল্লেখযোগ্য। এই সকলৰ ভিতৰত বিষ্ণুৰাভা-জ্যোতিপ্ৰসাদৰ দৰে সংগীতৰ ধাৰা নিৰ্মাণৰ ক্ষেত্ৰত পাৰ্বতিপ্ৰসাদ উল্লেখযোগ্য। পাৰ্বতিপ্ৰসাদৰ গীতত পাশ্চাত্য সংগীত-শৈলীৰ প্ৰয়োগ নাই। তেওঁ থলুৱা গীতৰ সুৰৰ আধাৰত এক স্বকীয় সংগীতৰ ধাৰা সৃষ্টি কৰে। পাৰ্বতিপ্ৰসাদৰ গীতত ৰাগ-সংগীত আৰু ৰবীন্দ্ৰ-সংগীতৰ এক মায়াময় আৱেশ অন্তৰ্লীন হৈ আছে।

**পাৰ্বতিপ্ৰসাদৰ গীত ঃ এটি পৰ্যালোচনা**

জোনাকী যুগৰ আগলৈকে লোকগীতসমূহ বাদ্যযন্ত্ৰত বজাই গোৱা নহৈছিল। পোন প্ৰথমে অসমীয়া সংগীতাচাৰ্য ৰাধিকাৰাম ঢেকিয়াল ফুকনে ইটালীৰ পৰা আহি কলিকতাৰ অঃ ভাঃ উঃ সাঃ সভাৰ এখন অধিৱেশনত হাৰ্মনিয়ামৰ সুৰত মিলাই 'আগফাল শুৱনি/কাকিনী তামোল ঐ' বিয়ানাম ফাঁকি পৰিৱেশন কৰিছিল। (বেণুধৰ শৰ্মা ; অসম *সাহিত্য সভা পত্ৰিকা*; সপ্তদশ বছৰ ; ৩য় সংখ্যা, সম্পা, সত্যেন্দ্ৰনাথ শৰ্মা; পৃ. ১৫-১৬) এনেদৰে বাদ্যযন্ত্ৰত অসমীয়া লোকগীত পৰিৱেশনৰ প্ৰক্ৰিয়া আৰম্ভ হৈছিল। ঠিক তেনেদৰে পৰমানন্দ আগৰৱালাই কীৰ্তনৰ পদ অৰ্গেনত বজাই গোৱা কথা জ্যোতিপ্ৰসাদে উল্লেখ কৰি গৈছে। এনে আদৰ্শেৰে অনুপ্ৰাণিত হৈ জ্যোতিপ্ৰসাদ আগৰৱালাই হাৰ্মনিয়ামত অসমীয়া নামৰ সুৰ মিলাই 'শোণিত কুঁৱৰী' নাটৰ যোগেদি এক নতুন অভিলেখ সৃষ্টি কৰিলে। জ্যোতিপ্ৰসাদৰ দৰে পাৰ্বতিপ্ৰসাদেও অৰ্গেনত ("*পাৰ্বতিপ্ৰসাদে দৰ্শক-শ্ৰোতাক অভিবাদন জনাই সুকণ্ঠী সংগীতৰ প্লাৱন নমাইছিল।" — জ্ঞানানন্দ শৰ্মা পাঠক; 'পাৰ্বতিপ্ৰসাদ বৰুৱাৰ কবিতা'; দৈনিক অসম ; শাৰদীয় সংখ্যা,* ১৯৯৩) বজাই অসমীয়া থলুৱা সুৰৰ আধাৰত নতুন ধৰণৰ গীত ৰচি বিভিন্ন অনুষ্ঠানত পৰিৱেশন কৰিছিল। ত্ৰিছ আৰু ছয়িছৰ দশকত অসমৰ সাংস্কৃতিক-সাংগীতিক জগতত জ্যোতিপ্ৰসাদ-পাৰ্বতিপ্ৰসাদে নতুন আলোড়নৰ সৃষ্টি কৰিছিল। এই সময়তে সংগীত জগতত সংগীতৰ তিনিটি ধাৰাৰ সৃষ্টি

হয় — সেয়ে জ্যোতিপ্রসাদ, পাৰ্বতিপ্ৰসাদ আৰু বিষ্ণুৰাভা অসমীয়া সংগীত জগতৰ তিনিজন বিশিষ্ট শিল্পী। পাৰ্বতিপ্ৰসাদৰ গীতৰ সুৰৰ উপাদানসমূহক প্ৰধানকৈ তিনিটা ভাগত বিভক্ত কৰিব পাৰি। যেনে — (ক) থলুৱা লোক-সংগীতৰ সুৰ, (খ) থলুৱা আৰু ৰাগ-সংগীতৰ মিশ্ৰিত সুৰ, (গ) থলুৱা আৰু ৰবীন্দ্ৰ-সংগীতৰ মিশ্ৰিত সুৰ।

পাৰ্বতিপ্ৰসাদৰ গীত সৃষ্টিৰ সময়ছোৱাত ৰাগ-সংগীত আৰু ৰবীন্দ্ৰ-সংগীতৰ প্ৰাধান্য আছিল। এনে পৰিৱেশতে পাৰ্বতিপ্ৰসাদে গীত ৰচনাত হাত দিয়ে যদিও তেওঁ সুৰ সৃষ্টিত এটি বিশেষত্ব আনিলে। নতুন সুৰ সৃষ্টি কৰোঁতে তেওঁ কেৱল ৰাগ-সংগীত বা ৰবীন্দ্ৰ-সংগীতৰ সহায় নলৈ অসমীয়া লোক-সংগীতৰ সুৰবোৰ বুটলি আনিলে। এনেকৈয়ে অসমীয়া লোক-সংগীতক তেওঁৰ গীতৰ মাজত জীয়াই ৰাখিবলৈ যত্ন কৰিছিল। বাদ্যযন্ত্ৰৰ ক্ষেত্ৰতো (অৰ্গেনৰ বাদে) অসমৰ থলুৱা বাদ্য ব্যৱহাৰ কৰিছিল।

**(ক) থলুৱা লোক-সংগীতৰ সুৰ ঃ** পাৰ্বতিপ্ৰসাদৰ সুৰ আৰু লয়ৰ প্ৰধান উৎস হৈছে — অসমীয়া আইনাম, বিয়ানাম, গৰখীয়া নাম, কীৰ্তনঘৰীয়া নাম, গোসাঁনী নাম, বৰগীত, বনগীত, টোকাৰী গীত, নিচুকনি গীত, ভাটিয়ালী গীত, ওজাপালি, দেহ বিচাৰৰ গীত, বিহুগীত, মিচিং গীত ইত্যাদি। পাৰ্বতিপ্ৰসাদে অসমৰ এই থলুৱা সুৰবোৰ অনুশীলন কৰি স্বৰচিত গীতসমূহত সুৰ সংযোজন কৰিছিল। এনেধৰণৰ *থলুৱা সুৰৰ সংমিশ্ৰণত* সৃষ্টি হোৱা গীতৰ একোটিকৈ উদাহৰণ তলত দিয়া হ'ল —

১। আইনাম ঃ আই মোৰ সোণৰে অসমৰ

২। বিয়ানাম আৰু নিচুকনি গীতৰ সংমিশ্ৰণ ঃ আহিন মহীয়া শেৱালি সৰিলে

৩। গৰখীয়া নাম আৰু বনগীতৰ সংমিশ্ৰণ ঃ গৰখীয়া হেৰ' গৰখীয়া

৪। কীৰ্তনঘৰীয়া নাম আৰু ওজাপালিৰ সংমিশ্ৰণ ঃ পূজো আহা আই মাতৃ

৫। গোসানী নামৰ সুৰৰ সংমিশ্ৰণ ঃ জাগা পুৰবাসী জাগা হে

৬। বনগীতৰ সুৰৰ সংমিশ্ৰণ ঃ হেৰ' বলিয়া নয়ন ভৰি ভৰি চা

৭। টোকাৰী গীত আৰু দেহ বিচাৰ গীতৰ সুৰৰ সংমিশ্ৰণ ঃ ঐ উভতি বলিছে বা

৮। ভাটিয়ালী গীত আৰু থলুৱা নামৰ সংমিশ্ৰণ ঃ নীৰৱ কিয় টোকাৰী তোৰ

৯। বিহুগীত আৰু মিচিং
গীতৰ সুৰৰ সংমিশ্ৰণ ঃ জোনাকী অ' জোনাকী

১০। বিভিন্ন নামৰ সুৰৰ
আধাৰত ঃ ঘুমটি হৰিলে কোনে

১১। নিচুকনি গীতৰ সুৰৰ
মিশ্ৰণত ঃ লুইতৰ চাপৰিত কৰে নাৰৰীয়া

**(খ) থলুৱা আৰু ৰাগ-সংগীতৰ মিশ্ৰিত সুৰ ঃ** পূৰ্বে উল্লেখ কৰা হৈছে পাৰ্বতিপ্ৰসাদে নতুন ধাৰাৰ গীত সৃষ্টিৰ বাবে ৰাগ-সংগীত আৰু থলুৱা-সংগীতৰ সুৰৰ মিশ্ৰণ ঘটাইছিল। তেনেধৰণৰ সম্মিলিত সুৰত সৃষ্টি হোৱা কেইটামান গীতৰ নমুনা ঃ

১। তোৰ নাই যে বন্ধোৱা বাট
২। সেউজী পাৰত তোমাৰ নিৰলা ঘৰত
৩। কিনো বিচাৰি ফুৰ ঘূৰি ঘূৰি
৪। পোহৰ বীণৰ তাঁৰ কিডালিত
৫। নমো নমো নমো ভক্ত জননী
৬। আকৌ সেউজীয়াই বজালে বীণ
৭। মাজনিশা মোৰ এন্ধাৰ ঘৰত
৮। সোণৰ হৰিণা তই ক'ত দেখিলি
৯। শাৰদী সন্ধিয়াৰ জোনাকী মেল
১০। সন্ধ্যা মেঘৰ ৰূপ যে সেয়া
১১। তেওঁ মেলানি মাগিলে আজি

এইবিলাক গীতত যদিও ৰাগ-সংগীতৰ সুৰ মিশ্ৰণ কৰা হৈছে তথাপি ইয়াৰ মাজতে থলুৱা নামৰ সুৰৰ বৈশিষ্ট্য উজলি উঠিছে।

**(গ) থলুৱা আৰু ৰবীন্দ্ৰ-সংগীতৰ মিশ্ৰিত সুৰ ঃ** পাৰ্বতিপ্ৰসাদৰ কিছুমান গীতত ৰবীন্দ্ৰ-সংগীতৰ আৱেশ অনুভৱ কৰিব পাৰি। কোনোৱে ইয়াক প্ৰভাৱ বুলি ক'ব খোজে। কিন্তু পাৰ্বতিপ্ৰসাদে তেওঁৰ সংগীতৰ নতুন ধাৰা এটি সৃষ্টিৰ বাবে যেনেকৈ থলুৱা সুৰৰ লগত ৰাগ-সংগীতৰ মিশ্ৰণ ঘটাইছিল ঠিক তেনেকৈ থলুৱা সুৰৰ ৰবীন্দ্ৰ-সংগীতৰ মিশ্ৰণ ঘটাই নতুনত্বৰ সৃষ্টি কৰিবলৈ যত্ন কৰিছিল। এনেধৰণৰ গীত সমূহতো অসমীয়া বিভিন্ন নামৰ সুৰেহে প্ৰাধান্য লাভ কৰিছে। এনেধৰণৰ কেইটামান গীতৰ দৃষ্টান্ত —

১। তোমাৰ ৰথৰ জয়ধ্বজা
২। আজি মৃদু পৱনত ফুল ৰেণু উৰে

৩। তোমাৰ চৰণ চাবটি চাই
৪। মাটিৰ বন্তি জ্বলোৱা
৫। গাঁও গাঁও গাঁও হে আমি
৬। কিহৰ ৰাগীত জ্বলা-কলা হ'লি
৭। সেউজী পাৰত তোমাৰ নিৰলা ঘৰত
৮। তোমাৰ প্ৰেমৰ ভোগজৰাটি
৯। জীৱন যদি হেৰালে তোৰ ইত্যাদি

এইবিলাক গীতৰ মূল আধাৰ হৈছে থলুৱা সুৰ। ৰবীন্দ্ৰ-সংগীতৰ সুৰ কোনোটো শাৰী বা স্তৱকত অন্তৰ্লীন হৈ আছে যদিও সম্পূৰ্ণ ৰূপে মিলি নাযায়গৈ। পাৰ্ৱতিপ্ৰসাদে মৌলিক সৃষ্টি-প্ৰতিভাৰ সমন্বয়ত এনেধৰণে অসমীয়া সংগীত জগতত এটি সুকীয়া ধাৰা নিৰ্মাণ কৰিবলৈ সক্ষম হয়।

**পাৰ্ৱতিপ্ৰসাদৰ গীতত লোক-সংগীতৰ ব্যৱহাৰৰ বিশিষ্টতা**

পাৰ্ৱতি-সংগীতৰ স্বৰ-বিন্যাস ৰীতিত লোক-সংগীতৰ প্ৰয়োগৰ বিশিষ্টতা পৰিলক্ষিত হৈছে। তেওঁৰ কিছুমান গীতত গা বা গান্ধাৰ স্বৰটো কোমল (লৱাৰ থাৰ্ড) আৰু গা স্বৰটো শুদ্ধ (ছাৰ্প থাৰ্ড) ৰূপত ব্যৱহৃত হৈছে। আধুনিক গীতত লোক-সংগীত ব্যৱহাৰৰ সম্পৰ্কে বীৰেন্দ্ৰ নাথ ফুকনে অভিমত আগবঢ়াইছে — অসমৰ থলুৱা সুৰবিলাক উল্লিখিত দুটা ভাগত ভাগাব পাৰি। প্ৰথম বিধৰ সুৰৰ "স্বৰ-বিন্যাস সাধাৰণতে এনেধৰণৰ — সা গা (কোমল) মা পা গা (কোমল) মা গা (কোমল) সা। বিহুগীত, টোকাৰী গীত, দেহ বিচাৰ গীত, ওজাপালি গীতত ব্যৱহৃত হোৱা সৰহ ভাগ সুৰ আৰু ধনশ্ৰীকে আদি কৰি বনগীতত ব্যৱহৃত কেতবোৰ ৰাগতো এই স্বৰ-বিন্যাসৰ প্ৰাধান্য দেখা যায়। আন বিধ স্বৰত গা স্বৰটো শুদ্ধ (ছাৰ্প থাৰ্ড) সা সা ৰে গা (শুদ্ধ) ৰে গা (শুদ্ধ) ৰে সা, ধ্ সা ৰে গা (শুদ্ধ) ৰে গা (শুদ্ধ) সা ৰে গা ৰে গা (শুদ্ধ) সা — এনে ধৰণৰ স্বৰ-বিন্যাস এইবিধ সুৰত ব্যৱহাৰ হোৱা দেখা যায়। বিয়ানাম, আইনাম, নিচুকনি গীত আদিৰ সুৰ এই শ্ৰেণীত পৰে। (যথা — উৎ ; বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য ; 'সংগীত আৰু কলা' ; *ডেৰশ বছৰৰ অসমীয়া সংস্কৃতিত এভুমুকি* ; পৃ. ১১৬) পাৰ্ৱতিপ্ৰসাদৰ গীতত থলুৱা লোক-সংগীতৰ উল্লিখিত দুয়োবিধ স্বৰ-বিন্যাস ৰীতিৰ সাদৃশ্য আছে। প্ৰথম বিধৰ উদাহৰণ প্ৰায়বোৰ গীততে বিচাৰি পোৱা যায়। দুয়োবিধৰ দুটিকৈ উদাহৰণ তলত দিয়া হ'ল —

**ক. গান্ধাৰ স্বৰটো কোমল (লৱাৰ থাৰ্ড) ঃ**

১। হেৰ' বলিয়া নয়ন ভৰি ভৰি চা

২। গৰখীয়া হেৰ' গৰখীয়া

**খ. গান্ধাৰ স্বৰটো শুদ্ধ (ছাৰ্প থাৰ্ড) ঃ**

১। আই মোৰ সোণৰে অসমৰ

২। নোবোলো তোক সোণৰ অসম

অসমীয়া লোকগীতৰ বনগীত, গৰখীয়া গীত, বনঘোষা আদিত খেম্‌টা তালৰ (দাদ্‌ৰা তালৰ সদৃশ) ব্যৱহাৰ দেখা যায়। দ্ৰুততৰ লয়তো এইবিলাক গীত গোৱা হয়। এইবিলাক দাদ্‌ৰা বা কাহ্‌ৰৱা তালৰ লয়ৰ নিচিনা। (যথা — উৎ ; বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য) ঠিক তেনে ধৰণে পাৰ্বতিপ্ৰসাদৰ গীততো খেম্‌টা (চাৰি আৰু আঠ মাত্ৰা), দাদ্‌ৰা (ছয় মাত্ৰা, ঝাঁপতালৰ লয়ৰ সদৃশ) আদি তালৰ ব্যৱহাৰ দেখা যায়। তদুপৰি কাহ্‌ৰৱা (৪ মাত্ৰা, ৮ মাত্ৰা) আৰু ৰূপক তাল (৭ মাত্ৰা) আদিৰো ব্যৱহাৰ আছে। লয় আৰু মাত্ৰাৰ ভিন্নতা থাকিলেও পাৰ্বতি-সংগীতৰ মূল ভেটি হৈছে অসমৰ থলুৱা লোক-সংগীত। উদাহৰণ স্বৰূপে 'পূজো আঁহা আই মাতৃ' গীতটো ত্ৰিমাত্ৰিক ছন্দৰ অসমীয়া গোসাঁই নামৰ সুৰৰ আৰ্হিৰ। 'কিনো বিচাৰি ফুৰ ঘূৰি ঘূৰি' গীতটো দাদ্‌ৰা তালৰ। 'লুইতৰ চাপৰিত কৰে নাৱৰীয়া' গীতটো ঝাঁপ তালৰ। 'হেৰ বলিয়া নয়ন ভৰি ভৰি চা' গীতটো খেম্‌টা, 'গৰখীয়া হেৰ' গীতটো কাহ্‌ৰৱা তালৰ।

তদুপৰি *সুৰ-সংস্থাপনৰ* দ্বাৰা পাৰ্বতিপ্ৰসাদৰ গীতত বিভিন্ন ৰস প্ৰকাশিত হৈছে। সপ্তস্বৰৰ প্ৰতিটো স্বৰে একোটি ৰস প্ৰকাশ কৰে। যেনে — "ষড়জ - সকলো ৰসৰ মূল আৰু বিশ্ৰাম দায়ক। ঋষভ - কৰুণ ৰসাত্মক আৰু উৎসাহ সূচক। গান্ধাৰ- শান্ত ৰসাত্মক আৰু শান্তিপ্ৰদ। মধ্যম - ভয়ানক ৰসাত্মক, নিৰাশ আৰু ভয়সূচক। পঞ্চম - বীৰ ৰসাত্মক। ধৈৱত - কৰুণ ৰসাত্মক আৰু শোক সূচক। নিষাদ - ৰৌদ্ৰ আৰু বীৰ ৰসাত্মক আৰু তীক্ষ্ণ।" (বিষ্ণুপ্ৰসাদ ৰাভা ; 'শ্ৰীশ্ৰী কলাৱতী (ভাৰতীয় সংগীত)' ; *বিষ্ণুপ্ৰসাদৰ ৰচনা সম্ভাৰ ;* সম্পা. যোগেশ দাস ; পৃ. ১০) পাৰ্বতিপ্ৰসাদৰ গীততো ষড়জ, ঋষভ, গান্ধাৰ মধ্যম, পঞ্চম, ধৈৱত, নিষাদ আদি স্বৰৰ প্ৰণালীবদ্ধ সংস্থাপনৰ ফলত প্ৰায়বোৰ গীতেই বিশ্ৰামদায়ক, কৰুণ ৰসাত্মক, উৎসাহ সূচক আৰু শান্ত ৰসাত্মক হৈ উঠিছে।

**পাৰ্বতিপ্ৰসাদৰ গীতৰ বিশেষত্ব**

সংগীত ভাব, সুৰ আৰু ৰসে প্ৰাণক সঞ্জীৱিত কৰে। পাৰ্বতিপ্ৰসাদে সুখ-দুখ, আনন্দ-বিষাদ আদি মানৱ মনৰ বিভিন্ন ভাব প্ৰকাশৰ বাবে ধীৰ সুৰৰ আশ্ৰয় লৈছে। পাৰ্বতিপ্ৰসাদৰ গীতৰ ৰস মিশ্ৰিত সুৰে শ্ৰোতাৰ হৃদয় মন আৰ্দ্ৰ কৰি তোলে। আনহাতে

সুৰমিশ্ৰিত কথাত আছে হৃদয় ৰস আৰু আনন্দেৰে ৰঞ্জিত কৰিব পৰা গুণ। গীতিকাৰৰ আত্মোপলব্ধি, আবেগ-অনুভূতিয়ে বিভিন্ন স্বৰৰ প্ৰণালীবদ্ধ উপস্থাপনৰ ফলত শ্ৰোতাৰ হৃদয়তো আলোড়নৰ সৃষ্টি কৰে ; সহানুভূতিৰ উদ্ৰেক কৰে।

অসমৰ পৰম্পৰাগত লোক-সংগীতৰ ঐতিহ্যৰ মাজত আছে চহা প্ৰাণৰ স্পন্দন, কেঁচা মাটিৰ সুবাস। পাৰ্ৱতিপ্ৰসাদে অসমৰ থলুৱা কলা-শিল্পক পুনৰ আৱিষ্কাৰ কৰি স্বকীয় সুৰ সংযোজনাৰে পৰিশীলিত ৰূপ দান কৰিলে। এনে বিশিষ্টতাৰ বাবে পাৰ্ৱতিপ্ৰসাদৰ গীত অসমীয়া গীতি-সাহিত্যৰ আপুৰুগীয়া সম্পদ। পাৰ্ৱতিপ্ৰসাদৰ গীতত আছে সাংগীতিক উপাদানসমূহৰ সুসামঞ্জস্যপূৰ্ণ বিন্যাস। সেয়ে পাৰ্ৱতি-সংগীতে সাৰ্বজনীন আবেদন লাভ কৰিবলৈ সক্ষম হৈছে। "সংগীতৰ প্ৰাণ হ'ল সুৰ আৰু ভাব আৰু ভাষা হ'ল সুৰৰ প্ৰাণ।" (বিষ্ণুপ্ৰসাদ ৰাভা) পাৰ্ৱতিপ্ৰসাদৰ গীতত ভাব, সুৰ আৰু ভাষাৰ ত্ৰিৱেণী সংগমৰ সৃষ্টি হৈছে যিয়েই তেওঁৰ গীতক কালজয়ী কৰি তুলিছে ; তীক্ষ্ণ সৃজনী প্ৰতিভা বিকশাই তুলিছে।

দ্বিতীয়তে, অসমীয়া ভাষাত ৰহস্যবাদী গীতৰ সৃষ্টিৰ ক্ষেত্ৰতো পাৰ্ৱতিপ্ৰসাদৰ স্থান বিশিষ্ট। শংকৰদেৱ, মাধৱদেৱৰ বৰগীতসমূহক ভক্তিমূলক গীতৰ শাৰীতহে ধৰা হয়। পাৰ্ৱতিপ্ৰসাদৰ ৰহস্যবাদী গীতসমূহৰ কেইটামান নিদৰ্শন — 'ঘুমটি হৰিলে কোনে', 'সেউজী পাৰত তোমাৰ নিৰলা ঘৰত', 'পোহৰ বীণৰ তাঁৰ কিডালিত', 'মাজনিশা মোৰ এন্ধাৰ ঘৰত', 'আজি মৃদু পৱনত ফুলৰেণু উৰে', 'তোমাৰ প্ৰেমৰ ভোগজৰাটি' ইত্যাদি। এই দিশৰ পৰা ক'ব পাৰি ৰহস্যময় ভাবৰ ক্ষেত্ৰতো পাৰ্ৱতিপ্ৰসাদৰ গীতে অসমীয়া সংগীতক গভীৰতা প্ৰদান কৰিলে।

**পাৰ্ৱতিপ্ৰসাদৰ গীতত সুৰ সংযোগ কৰাৰ স্বাধীনতা প্ৰদান**

ইতিপূৰ্বে উল্লেখ কৰি অহা হৈছে যে পাৰ্ৱতিপ্ৰসাদে শাৰীৰিক অসুস্থতাৰ বাবে জীৱনৰ অনেক স্বপ্ন বাস্তৱায়িত কৰিবলৈ সক্ষম নহ'ল। অৱশেষত তেওঁ সুললিত কণ্ঠটোকো হেৰুৱাবলগীয়া হ'ল। কণ্ঠহীন হ'লেও তেওঁৰ গীত কবিতা ৰচনা কৰাৰ কাম অব্যাহত আছিল। আনহাতে যিবিলাক গীতত তেওঁ সুৰাৰোপ কৰিছিল সেইখিনিও আনক শিকাবলৈ নাপালে। সেয়ে তেওঁ সুৰ নকৰা গীতবোৰত আনক সুৰ দিয়াৰ স্বাধীনতা প্ৰদান কৰি থৈ গৈছে। 'লুইতী'ৰ ক'বলগীয়াত পাৰ্ৱতিপ্ৰসাদে এইদৰে কৈছে — "এই গীতবোৰ বনগীত সুৰীয়াকৈ সুৰ দিয়া আছিল ; কিন্তু সেই সুৰ কাকো শিকাই নাইবা সুৰ-চানেকি কৰি ৰাখিবলৈ নহ'ল। বৰ্ত্তমান মই কণ্ঠহীন ; সেই কাৰণে সেই সুৰবিলাক প্ৰায় মনতে হেৰোৱাৰ নিচিনা। কোনোবাই ইচ্ছা কৰিলে বনগীতৰ সুৰ দি গীতবোৰ গালে ভাল পাম"।

এই প্ৰসংগতে উল্লেখ কৰিব পাৰি পাৰ্বতিপ্ৰসাদে এটি সুন্দৰ গীত 'সুৰ সাগৰ' ৰচনা কৰিছিল বংগদেশৰ খ্যাতনামা সুৰকাৰ স্বৰ্গীয় হিমাংশু দত্তৰ অনুৰোধত। গীতটো ১৯৪১ চনত কলিকতাত ৰচিত আৰু 'হিমাচল'ৰ ১ম বছৰ, ১ম সংখ্যাত (ৰঙালি বিহুত) প্ৰকাশিত। গীতৰ বিষয়বস্তুত প্ৰকাশিত হৈছে ছাহজাহান আৰু মমতাজৰ যুগমীয়া প্ৰেমৰ মহত্ত্ব আৰু গৌৰৱৰ ব্যঞ্জনামণ্ডিত আবেশ —

বিৰহী চকুলো উৰি উৰি গৈ
শুকুলা ডাৱৰ হ'ল,
প্ৰেমৰ মৈদাম তাজমহলৰ
কাষতে উচুপি ৰ'ল।
চকুলো এটুপি এটি হুমুনিয়া
হাঁয় ছাহজাহান কৰি যুগমীয়া
ৰচিলা অমৰ মৰণ মাধুৰী
প্ৰেমৰ পূজাৰ দ'ল
তাজমহল, তাজমহল।

গীতটোৰ ভাব আৰু ভাষাৰ গাঁথনি নিটোল। 'বিৰহী চকুলো' উৰি গৈ শুকুলা ডাৱৰত পৰিণত হোৱা, 'এটুপি চকুলো' এটি হুমুনিয়ালৈ পৰিৱৰ্তন হোৱাৰ মাজত প্ৰেমৰ মাধুৰ্য আৰু বিষাদৰ সুষম সমন্বয় ঘটিছে। পুনৰ সেই বিৰহ যন্ত্ৰণা পৰশমণিলৈ ৰূপান্তৰ হ'ল — ৰূপান্তৰ হ'ল ধূলিৰ পৰা সোণলৈ। যমুনা ছাহজাহানৰ মমতাজৰ প্ৰতি থকা চিৰন্তন প্ৰেমৰ সাক্ষী হৈ ৰ'ল। ছাহজাহানৰ বিৰহ-যন্ত্ৰণাৰ ধ্বনি শুনি যমুনা বাউলি হ'ল — মাটিত শুকুলা পদুম ফুলিল ; 'পীৰিতিৰ জয়ধ্বনি' বিশ্বত বিয়পি গ'ল —

মমতাজ ঐ বুকুৰ বান্ধৈ
পীৰিতিৰ জয়ধ্বনি
সোণ হ'ল ধূলি পৰশি তোমাৰ
বিৰহ পৰশ মণি
বাউলি যমুনা ইনাই বিনাই
মৰিছে চামিল তোৰে গুণে গাই
মাটিত ফুলিলে শুকুলা পদুম
গোন্ধতে আমোল মোল
তাজমহল, তাজমহল।

কবিৰ অনুভৱত তাজমহল প্ৰেমৰ পূজাৰ দ'ল। য'ত মৃত্যুও সুন্দৰ হৈ উঠিছে — মৰণৰ অমৰত্ব ঘোষিত হৈছে। ছাহজাহানৰ এই যুগমীয়া কৃতিৰ মাজত সুপ্ত হৈ আছে ছাহজাহান — মমতাজৰ অমৰ প্ৰেমৰ কাহিনী, বিৰহী প্ৰাণৰ কঁপনিৰ অনুৰণন —

হেৰা বাদছাহ পীৰিতি বলিয়া
প্ৰেম মগনীয়া ৰজা
তোমাৰ বিৰহী কলিজাৰ ধ্বনি
আজিও শুনিছো বজা।
দিশে দিশে আহি তোমাৰ বেজাৰৰ
চৌদিশে জুৰি তোলে হাহাকাৰ,
বিৰহী হিয়াৰ একেটি কঁপনি
বিশ্ব বিয়পি গ'ল
তাজমহল, তাজমহল।

পাৰ্বতিপ্ৰসাদৰ এই গীতটোৰ মাজত প্ৰতিফলিত হৈছে কবিৰ সূক্ষ্ম অনুভূতি, ভাবৰ গভীৰতা, শব্দ চয়নৰ দক্ষতা আৰু প্ৰকাশৰ ব্যঞ্জনাময়তা। শিল্পৰ প্ৰয়োজনীয় উপাদান — আৱেগ, প্ৰকাশ আৰু স্থাপনৰ সুষম সমন্বয় গীতটোত লক্ষ্য কৰা যায়। উল্লেখযোগ্য যে এই গীতটোৰ সুৰ আৰু সুৰ-চানেকি প্ৰযোজনা কৰিছিল হিমাংশু দত্তই।

ছাহজাহান-মমতাজৰ প্ৰেম-কাহিনীক কেন্দ্ৰ কৰি কবিতা ৰচিত হৈছে। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'শাজাহান' এই ক্ষেত্ৰত উল্লেখযোগ্য। ৰত্নকান্ত বৰকাকতীয়েও 'তাজমহল' নামৰ কবিতাত তাজমহলক বিৰহীৰ অন্তৰৰ পুঞ্জীভূত ব্যথাক কেন্দ্ৰ কৰি 'পাথৰেৰে ৰচা এটি বৃহৎ কবিতা' আখ্যা দিছে। কিন্তু তাজমহলক কেন্দ্ৰ কৰি গীত ৰচনা কৰে পাৰ্বতিপ্ৰসাদে। যিটো গীতত অনুভৱৰ সূক্ষ্মতা, উপলব্ধিৰ গভীৰতাৰ সৈতে ধ্বনি মাধুৰ্য আৰু অৰ্থ-ব্যঞ্জনাৰ সু-সমন্বয় ঘটিছে। ৰবীন্দ্ৰনাথৰ 'শাজাহান'ত প্ৰকাশিত হৈছে গভীৰ দাৰ্শনিকতা ; ৰত্নকান্ত বৰকাকতীৰ 'তাজমহল'ত প্ৰকাশিত হৈছে বিস্ময়-বিমুগ্ধ দৃষ্টি। আনহাতে পাৰ্বতিপ্ৰসাদৰ 'সুৰ-সাগৰ'ত প্ৰকাশিত হৈছে কথাশিল্প আৰু সুৰ শিল্পৰ মধুৰ সমন্বয়।

## ষোল্ল

# পাৰ্বতিপ্ৰসাদৰ গীত-কবিতাৰ অন্তৰ্নিহিত তাৎপৰ্য আৰু সৌন্দৰ্য

অসমীয়া সাহিত্য, সমাজ, সংস্কৃতিৰ সৈতে জড়িত হৈ থকা ব্যক্তিসকলৰ ভিতৰত পাৰ্বতিপ্ৰসাদ বৰুৱা অন্যতম। তেওঁৰ জীৱন আৰু ব্যক্তিত্বৰ নানা দিশে সমসাময়িক যুগটোক আলোকিত কৰিছে। অসমৰ স্থানীয় পৰিৱেশত লালিত-পালিত পাৰ্বতিপ্ৰসাদৰ ৰচনাত এহাতে অসমৰ পৰম্পৰাগত ঐতিহ্য, লোক-সাহিত্য আৰু সংস্কৃতি পুনৰ উজ্জীৱিত হৈছে অন্যহাতে ৰোমান্টিক সৌন্দৰ্যৰ বিভিন্ন দিশ উদ্ভাসিত হৈ উঠিছে। বিভিন্ন ধৰণৰ সাহিত্যিক বৈশিষ্ট্য আৰু নান্দনিক সৌন্দৰ্যৰ সমন্বয়েৰে পাৰ্বতিপ্ৰসাদৰ ৰচনা সমুজ্জ্বল। তেওঁৰ ৰচনাৰ মাজত শান্ত-সমাহিত ব্যক্তিত্বৰ চাব, আবেগ-অনুভূতি, উপলব্ধি-অভিজ্ঞতা আদি প্ৰতিফলিত হৈছে। তেওঁৰ জীৱন দৃষ্টিক উপনিষদীয় চেতনাই ব্যাপ্তি দান কৰিছে। তাৰ লগতে পাৰ্বতিপ্ৰসাদৰ ভাষা-শৈলীৰ স্বকীয়তাই নান্দনিক সৌন্দৰ্য বৃদ্ধিত সহায় কৰিছে।

পাৰ্বতিপ্ৰসাদৰ সৃষ্টিধৰ্মী প্ৰতিভাৰ উপৰি তেওঁৰ মাজত অন্য এক প্ৰতিভা সুপ্ত হৈ আছিল। সেয়ে হৈছে অনুবাদ-প্ৰতিভা। আমাৰ গৱেষণাৰ কাললৈকে অপ্ৰকাশিত অৱস্থাতে থকা তেওঁৰ ভঙা-কবিতাই (ৰচনাৱলীৰ তৃতীয় সংখ্যাত অন্তৰ্ভুক্ত হোৱা) কবিজনৰ অনুবাদ দক্ষতাৰ আভাস দিবলৈ সক্ষম হৈছে। তেওঁৰ অনুবাদৰ মাজত দীপ্তিমান হৈ উঠা মূলৰ সৌন্দৰ্য সৃষ্টিধৰ্মী প্ৰতিভাৰ সমধৰ্মী। এই দিশৰ পৰা অসমীয়া অনুবাদ-কবিতাৰ জগতত পাৰ্বতিপ্ৰসাদ বৰুৱাই আনন্দ চন্দ্ৰ বৰুৱাৰ আগত স্থান পাবৰ যোগ্য। আনহাতে পাৰ্বতিপ্ৰসাদৰ কবিতাত প্ৰকাশিত ইলিজীৰ লক্ষণে অসমীয়া ইলিজী-কবিতাৰো পৰিসৰ বৃদ্ধি কৰিলে।

*পাৰ্বতিপ্ৰসাদৰ গীতৰো* এক নিজা সৌন্দৰ্য আছে। কথাশিল্প আৰু সুৰশিল্পৰ সুষম সমন্বয়ত পাৰ্বতিপ্ৰসাদৰ গীতৰ সৌন্দৰ্য প্ৰকাশিত হৈছে। তেওঁৰ প্ৰতিভাৰ সমন্বয়ত অসমৰ লোক-সংগীত পুনৰ উজ্জীৱিত হৈ উঠিছে। পাৰ্বতিপ্ৰসাদৰ গীতত

প্ৰাণৰ প্ৰকাশ আছে। এই প্ৰাণধৰ্মৰ বাবেই পাৰ্বতিপ্ৰসাদৰ গীত সাৰ্বজনীন আবেদন যুক্ত। অন্যহাতে অসমীয়া সংগীত জগতত ৰহস্যবাদী গীত ৰচোঁতা হিচাপেও পাৰ্বতিপ্ৰসাদৰ স্থান একক।

ইতিপূৰ্বে বিস্তৃতভাৱে আলোচনা কৰাৰ পাছতো দোহাৰিব খোজা হৈছে যে পাৰ্বতিপ্ৰসাদৰ সমগ্ৰ চিন্তা-চেতনাক ৰবীন্দ্ৰনাথৰ ভাব-শক্তিয়ে আৱৰি আছে। এয়া বিষয়বস্তু বা শৈলীত পৰা উপৰুৱা প্ৰভাৱতকৈ কিছু বিশিষ্ট ধৰণৰ। পাৰ্বতিপ্ৰসাদৰ ধ্যান-ধাৰণা, চিন্তা-অনুভূতিক ৰবীন্দ্ৰনাথৰ কাব্যশক্তিয়ে এনেভাবে আচ্ছন্ন কৰি ৰাখিছিল যে তেওঁৰ কবি মানসৰ ভিতৰলৈকে এই শক্তি সোমাই গৈছিল। তাকে নিজস্ব প্ৰতিভাৰে নতুন ৰূপত সজাই তেওঁ যি কবিতাৰ সৃষ্টি কৰিলে তাক বহুতে প্ৰভাব (influence) বুলি ক'ব খোজে যদিও প্ৰকৃততে সি আছিল সংগ্ৰহণ (reception) পাৰ্বতিপ্ৰসাদৰ শিল্পী-সত্তাক ৰবীন্দ্ৰনাথৰ ভাব-শক্তিয়ে জগাই তুলিলে আৰু স্বকীয় সৃজনী-প্ৰতিভাৰ স্পৰ্শত নতুন মাত্ৰা লাভ কৰিলে। অন্যহাতে পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত নান্দনিক সৌন্দৰ্যৰ বিভিন্ন দিশ প্ৰতিভাত হৈছে। তাৰ আচল সৌন্দৰ্য আৰু অন্তৰ্নিহিত আবেদন প্ৰকাশিত হৈছে ৰাবীন্দ্ৰিক চিন্তা-চেতনাৰ সংগ্ৰহণ আৰু উপনিষদীয় ভাবদৃষ্টিৰ আধাৰত লাভ কৰা ৰহস্যবাদী চিন্তাৰ বিকাশত। পাৰ্বতিপ্ৰসাদে শৰতৰ মাজেৰে লাভ কৰা মিষ্টিব দৃষ্টিভংগী ক্ৰমবিকশিত পথেৰে আগবাঢ়ি 'খেল ভঙা খেলত' পৰিণতি লাভ কৰিছেহি। ইতিমধ্যে অসমীয়া কাব্য-সাহিত্যত পাৰ্বতিপ্ৰসাদে 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল'ত প্ৰকাশিত শৰত-দৃষ্টিৰ বিশিষ্টতাৰ ভিত্তিত 'শৰতৰ কবি' ৰূপে আখ্যা পাইছে। তেওঁৰ সমগ্ৰ কাব্য বিচাৰ-বিশ্লেষণ কৰি দেখা গ'ল, সি বিলাকত ৰহস্যময় ভাবনা ৰাশি প্ৰকট হৈ উঠিছে। কাৰণ পাৰ্বতিপ্ৰসাদৰ দৃষ্টিত শৰতৰ যি অন্তৰ্নিহিত সৌন্দৰ্য উদ্ভাসিত হৈছে সেয়া অপৰূপৰ ৰহস্যময় জ্যোতিৰে পৰিবৃত। আনহাতে তেওঁৰ 'লুইতী' আৰু 'লখিমীৰ' বাদে সমগ্ৰ কাব্যতে এই ৰহস্যময় ভাবৰ প্ৰকাশ আৰু বিকাশ আছে। মুঠ কথাত, অসমীয়া ৰহস্যবাদী কবিৰ তালিকাত পাৰ্বতিপ্ৰসাদে ৰত্নকান্ত বৰকাকতীৰ আগত স্থান পাবৰ যোগ্য। প্ৰকৃতাৰ্থত তেওঁ সৰ্বকালৰ এজন শ্ৰেষ্ঠ কবি।

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ নান্দনিক মূল্যায়ন কৰি দেখা গ'ল বিবিধ ৰস, অলংকাৰ, ব্যঞ্জনা আদিৰ প্ৰয়োগৰ ফলত ৰচনাসমূহ সৌন্দৰ্যশালী হৈ উঠিছে। তেওঁৰ চিত্ৰধৰ্মী বৰ্ণনাৰ মাজত ইন্দ্ৰিয়বেদ্য অনুভৱ আৰু শিল্পমণ্ডিত অভিজ্ঞতাৰ পৰশ আছে। পাৰ্বতিপ্ৰসাদৰ জীৱন-বীক্ষা আৰু ভাষা-শৈলীতো বিশিষ্টতা প্ৰকাশিত হৈছে। খণ্ডবাক্য, জতুৱা ঠাঁচ, যোজনা-পটন্তৰ, চহা লোকৰ মাত-কথা আদি অসমীয়া জতুৱা-ভাষাৰ ব্যৱহাৰৰ মাজেদিয়েই তেওঁ দেশ-ভক্তি আৰু আধ্যাত্মিক উপলব্ধি প্ৰকাশ কৰিবলৈ সক্ষম হৈছে।

সুৰৰ ব্যঞ্জনাৰ মাজেৰেও অনিৰ্বচনীয় ৰসৰ যোগান ধৰিবলৈ সক্ষম হৈছে। মধুৰ, সৌকুমাৰ্য, অৰ্থব্যক্তি, কান্তি আদি গুণে ভাব আৰু ভাষা-শৈলীক মনোহাৰিত্ব প্ৰদান কৰিছে। বিশেষ্য-বিশেষণ প্ৰয়োগ-শৈলীৰ মাজতো অভিনৱত্ব প্ৰদৰ্শন কৰিবলৈ সক্ষম হৈছে। এনেধৰণৰ বিবিধ গুণৰ সমন্বয়ত পাৰ্বতিপ্ৰসাদৰ সৃজনী প্ৰতিভাৰ স্বকীয়তা প্ৰকাশিত হৈছে।

পাৰ্বতিপ্ৰসাদৰ ৰচনাত যিবোৰ গুণৰ সমৱেশ ঘটিছে তাৰ মূল সূত্ৰ ধৰিছে তেওঁৰ কবিমানসত ওপজা পৰম ৰহস্যময়ৰ উপলব্ধিয়ে। ইতিমধ্যে পণ্ডিত-সমালোচক সকলে পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাত 'ক্ষীণ মিষ্টিক সুৰৰ' আভাস আছে বুলি উল্লেখ কৰি গৈছে। (সত্যেন্দ্ৰনাথ শৰ্মা ; অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত ; পৃ. ৩২৩) কিন্তু তেওঁৰ কাব্যৰ সামগ্ৰিক বিচাৰ-বিশ্লেষণ কৰি দেখা গ'ল প্ৰথম অৱস্থাতহে মিষ্টিক সুৰ ক্ষীণ ৰূপত অনুভূত হয়। কিন্তু ক্ৰমান্বয়ে এই ক্ষীণ মিষ্টিক সুৰে গভীৰতাত প্ৰবেশ কৰিছে; ৰহস্যবাদৰ বিভিন্ন পৰ্যায় অতিক্ৰম কৰি পৰিণতি লাভ কৰিছে।

পাৰ্বতিপ্ৰসাদৰ জীৱনৰ প্ৰথম বয়সৰ ৰচনাৰ মাজত প্ৰকৃতিপ্ৰেমৰ বিচিত্ৰ উপলব্ধি লক্ষ্য কৰা যায় যদিও জীৱনৰ শেহৰ ফালে ৰচিত কবিতা সমূহত হৃদয়ৰ গভীৰ আঘাতৰ পৰা নিঃসৰিত যন্ত্ৰণাৰ কৰুণ সুৰ অনুভৱ কৰা যায়। জীৱনলৈ অহা উপৰ্যুপৰি ঘাত-প্ৰতিঘাতে কবিৰ চিন্তা- ভাবনালৈ পৰিৱৰ্তন আনে। প্ৰকৃতিৰ মাজেৰে লাভ কৰা ৰহস্যময় ভাবনা ক্ৰমে গভীৰতাত প্ৰবেশ কৰে। বুকুত একুৰা 'বিষাদ-অগনি' লৈ জীৱনৰ বাটত খোজ পেলাওঁতে কবিয়ে লাভ কৰা বিচিত্ৰ অভিজ্ঞতা আৰু অন্তৰভেদী প্ৰৱাহিত হোৱা কাৰুণ্যৰ উপলব্ধিৰে পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতা ব্যঞ্জনামণ্ডিত। কলিজাৰ শূল কলিজাতে ঢাকি জীৱনৰ মংগল মধুৰ সুৰেৰে জীৱন সুৰীয়া কৰিবলৈ আগ্ৰহী কবি পাৰ্বতিপ্ৰসাদ পৰিণত হৈছে 'সত্য দ্ৰষ্টা' ঋষিত। পাৰ্বতিপ্ৰসাদৰ কবিতাৰ মৰ্মবাণীৰ আঁৰত উদ্ভাসিত হৈছে জীৱনৰ সত্য স্বৰূপ ; প্ৰজ্ঞা আৰু প্ৰতিভাৰ সুষম সমন্বয়। পাৰ্বতিপ্ৰসাদে অন্তৰ্ভাবনা আৰু অনুভৱ ৰাশিক প্ৰকাশ কৰিবৰ বাবে বুটলি লোৱা শব্দ ৰাশি প্ৰতীক, উপমা, চিত্ৰকল্পেৰে ব্যঞ্জনামণ্ডিত। পাৰ্বতিপ্ৰসাদৰ কবিসত্তা অসমীয়া সংস্কৃতিৰ বিশাল পটভূমিত গঢ় লৈ উঠিছে। সেয়ে থলুৱা বাক্‌ভংগীৰ সৈতে কবিৰ সত্তা একাত্ম হৈ গৈছে। পাৰ্বতিপ্ৰসাদৰ জীৱন-বোধ আৰু জীৱন-দৃষ্টিভংগী গঠনত কেইটামান উপাদান ক্ৰিয়াশীল অৱস্থাত পোৱা যায়। সেয়া হৈছে জীৱনৰ ঘাত-প্ৰতিঘাতৰ পৰা নিঃসৰিত যন্ত্ৰণাৰ অন্তৰ্ভেদী কাৰুণ্য, জীৱন আৰু বাস্তৱ অভিজ্ঞতাৰ পৰা আহৰণ কৰা সত্য-স্বৰূপ, নৈসৰ্গিক প্ৰকৃতিৰ ৰূপ, ৰস গন্ধ, স্পৰ্শৰ মাজেৰে লাভ কৰা অন্তৰ্ভাবনা, ভাৰতীয় সংস্কৃতিৰ মূল্যবোধ আৰু অসমৰ সাংস্কৃতিক ঐতিহ্যৰ পৰা আহৰণ কৰা জীৱন-বোধ, ভাৰতীয় দৰ্শন আৰু ৰবীন্দ্ৰ-প্ৰতিভাৰ পৰা সংগ্ৰহণ কৰা জীৱন-দৃষ্টি। পাৰ্বতিপ্ৰসাদৰ কবি-মানস আৰু শিল্পী-সত্তা সমৃদ্ধ

হৈছে পৰম ৰহস্যময়ৰ অস্তিত্বৰ সন্ধানৰ মাজেৰে লাভ কৰা বিচিত্ৰ উপলব্ধি আৰু পৰম ৰস্যময়ৰ ওচৰত আত্মসমৰ্পণৰ আকুতিৰে। মুঠ কথাত, পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাত ভাব, বিষয়, ৰূপ আৰু ৰসবোধৰ স্বকীয়তা লক্ষ্য কৰা যায়। সেয়ে আধুনিক অসমীয়া গীতি -সাহিত্যত পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাই এক নতুন মাত্ৰা দান কৰিছে। ভাৰতীয় চিন্তাধাৰা আৰু বৈষ্ণৱ ঐতিহ্যৰ উত্তৰাধিকাৰী কবি পাৰ্বতিপ্ৰসাদে বিশ্ব প্ৰকৃতিৰ মৰ্মলোকত যি পৰমসত্তাৰ পৰমজ্যোতি দেখা পাইছিল সেই সুৰৰ উৎস সন্ধানৰ মাজেৰে লাভ কৰা বিচিত্ৰ উপলব্ধি ক্ৰমে আধ্যাত্মিক স্তৰৰ মাজেৰে গৈ ৰহস্যবাদী সুৰ-সাগৰত অৱগাহন কৰিছে। মুঠ কথাত, পাৰ্বতিপ্ৰসাদৰ জীৱন আৰু সাহিত্য একেটা মুদ্ৰাৰ দুটা পিঠি। ইটোক সিটোৰ পৰা আঁতৰাই চোৱা অসম্ভৱ।

# পৰিশিষ্ট - ১

# সাক্ষাৎকাৰ যোগে সংগৃহীত মৌখিক তথ্য

## তাং - ১ নৱেম্বৰ '৯৯

## সময় - পুৱা ১১.০০ বজা

পাৰ্বতিপ্ৰসাদৰ গীতৰ বিষয়ে পাৰ্বতিপ্ৰসাদৰ বৰপুত্ৰ গীতিকাৰ, সুৰকাৰ, গায়ক শ্ৰী প্ৰণৱিৰাম বৰুৱালৈ আমাৰ প্ৰশ্ন —

১। পাৰ্বতিপ্ৰসাদে নিজে সুৰাৰোপ কৰা আৰু ইতিমধ্যে বাণীবদ্ধ হোৱা গীতসমূহৰ সঠিক তালিকা এখন আমাক দিলে বাধিত হ'ম।

২। আপুনি পাৰ্বতিপ্ৰসাদে সুৰ কৰা কিমান গীত বৰ্তমানলৈকে উদ্ধাৰ কৰিছে (মূল সুৰৰ গীত)?

৩। পাৰ্বতিপ্ৰসাদৰ বিভিন্ন গীতত আপুনি নিজেও সুৰাৰোপ কৰিছে। এই স্বাধীনতা আপোনাক দি গৈছিল নেকি?

৪। আপুনি দিয়া সুৰ সমূহত পাৰ্বতি-সংগীতৰ স্বকীয়তা ৰক্ষিত হৈছেনে?

**প্ৰণৱিৰাম বৰুৱাৰ উত্তৰ ঃ—**

১) পাৰ্বতিপ্ৰসাদে নিজে সুৰাৰোপ কৰা গীতৰ ভিতৰত দহোটাৰ স্বৰলিপি তেওঁ নিজেই কৰি গৈছে। বাকী পাৰ্বতিপ্ৰসাদে নিজে সুৰাৰোপ কৰা আৰু ক্ৰমে ভূপেন হাজৰিকা, প্ৰণৱিৰাম বৰুৱা আৰু মালবিকা বৰুৱাৰ কণ্ঠত বাণীবদ্ধ হোৱা গীতসমূহৰ প্ৰথম শাৰী সহ তালিকাখন এনেধৰণৰ —

কেৱল ভূপেন হাজৰিকাৰ কণ্ঠত বাণীবদ্ধ গীতসমূহ ক্ৰমে ঃ (কেছেট ; এল, পি)

| | | | |
|---|---|---|---|
| ক। | পুজো আহাঁ আই মাতৃ | ঃ | কণ্ঠ, ভূপেন হাজৰিকা (ই, পি) |
| খ। | নোবোলো তোক সোণৰ অসম | ঃ | কণ্ঠ, প্ৰণৱিৰাম বৰুৱা (ই, পি) |
| গ। | শাৰদী সন্ধিয়াৰ জোনাকী মেল | ঃ | কণ্ঠ, মালবিকা বৰুৱা (ই, পি) |
| ঘ। | আহিছে আজি নৱজীৱনৰ ঢল | ঃ | (তিনিওজনে/ই, পি) |

কেৱল ভূপেন হাজৰিকাৰ কণ্ঠত বাণীবদ্ধ গীতসমূহ ক্ৰমে ঃ (কেছেট ; এল, পি)

ঙ। সোণৰ হৰিণা তই ক'ত দেখিলি

চ। হেৰ বলিয়া নয়ন ভৰি ভৰি চা

ছ। বজালে আহিনে বাঁহী নে বীণ?

জ। তেওঁ মেলানি মাগিলে আজি

ঝ। সেউজী পাৰত তোমাৰ নিৰলা ঘৰত

ঞ। লুইতৰ চাপৰিত কৰে নাৱৰীয়া

ট। গৰখীয়া হেৰ' গৰখীয়া

ঠ। তোৰ নাই যে বন্ধোৱা বাট

ড। আই মোৰ সোণৰে অসমৰ

ঢ। তোমাৰ ৰথৰ জয়ধ্বজা

ণ। আজি ফাগুনৰ পুৱা বেলাতেই

ত। আহিন মহীয়া শেৱালি সৰিলে

থ। মাজনিশা মোৰ এন্ধাৰ ঘৰত

দ। কিহৰ ৰাগীত জলা কলা হলি

ধ। যায় ব্ৰত সংকল্প ভাগি

ন। তোমাৰ প্ৰেমৰ ভোগজৰাটি

প। জীৱন যদি হেৰালে তোৰ

ফ। জোনাক জোনাক শীতল জোনাক

ব। আবৃত্তি ঃ বীণ-বৰাগী (সোণৰ সোলেঙ)

২) পাৰ্বতিপ্ৰসাদৰ মুঠ তেইশটি (২৩) গীত ইতিমধ্যে বাণীবদ্ধ হৈছে। আনহাতে মৃত্যুৰ আগমুহূৰ্ত্তত কোৱা কথাষাৰক ('বোপাই, ভুলে-শুদ্ধই মোৰ গীতসমূহ উদ্ধাৰ কৰিবি') সাৰোগত কৰি পাৰ্বতিপ্ৰসাদে সুৰ কৰা (মূল সুৰৰ) কিছু সংখ্যক গীত বৰ্তমানলৈকে উদ্ধাৰ কৰা হৈছে। সেইবোৰ হৈছে—

ক। আজি নীল আকাশতে

খ। জোনাকী অ' জোনাকী

গ। বীণ বৰাগী তোৰ বীণখনি

ঘ। চতাই পৰ্ব্বতৰ নাগিনী ছোৱালী

ঙ। নীৰৱ কিয় টোকাৰী তোৰ

চ। অকলশৰীয়া বাটৰুৱা (ৰূপহী বোলছবি)

ছ। আকৌ সেউজীয়াই বজালে বীণ

জ। ঘুমটি হৰিলে কোনে

ঝ। আঁহা আঁহা মোৰ বাসন্তী আই

ঞ। সন্ধ্যা মেঘৰ ৰূপ যে সেয়া

ট। দূৰত সেউজীয়া চাপৰিটি

ঠ। ফাগুনী জোনাক ঐ

ড। আজি মৃদু পৱনত ফুল ৰেণু উৰে

ঢ। তোমাৰ চৰণ চাবটি চাই

ণ। কিনো বিচাৰি ফুৰ ঘূৰি ঘূৰি

ত। এয়া তোমাৰ সোণালী পোহৰে

থ। পোহৰ বীণৰ তাঁৰ কিডালিত

দ। জাগা পুৱবাসী জাগা হে

ধ। ঐ উভতি বলিছে বা

খ। মাটিৰ বন্তি জ্বলোৱা

খ। নমো নমো নমো লখিমী জননী

খ। গাঁও গাঁও গাঁও হে আমি

খ। নমো জননীৰ ভক্ত পুজাৰী

এই উদ্ধাৰ কৰা সুৰসমূহ জন-মানসত প্ৰতিষ্ঠিত হৈছে বুলি ভাবোঁ।

৩) পাৰ্বতিপ্ৰসাদে মোক তেওঁৰ গীতত সুৰ দিয়াৰ স্বাধীনতা দি গৈছিল। এতিয়ালৈকে ৩৭টি গীতত মই সুৰাৰোপ কৰিছোঁ।

৪) পাৰ্বতিপ্ৰসাদৰ গীত হৈছে থলুৱা গীত-মাত আৰু শাস্ত্ৰীয় সংগীতৰ মিশ্ৰণত সৃষ্টি হোৱা এটি সুকীয়া ধাৰা। ঠিক তেনেদৰে ৰবীন্দ্ৰ-সংগীতো হৈছে শাস্ত্ৰীয় আৰু বাউল বা স্থানীয় লোক-সংগীতৰ মিশ্ৰণত সৃষ্টি হোৱা এটি সুকীয়া ধাৰা। সেয়ে কোনো কোনো গীতত ৰবীন্দ্ৰ-সংগীতৰ মিল এটি আহি পৰে যদিও তাৰ মাজতেই পাৰ্বতিপ্ৰসাদৰ সংগীতৰ নিজা ধাৰাটোৰ স্বকীয়তা প্ৰকাশিত হৈছে। মই দিয়া সুৰবোৰতো 'পাৰ্বতি-সংগীত'ৰ স্বকীয়তা ৰক্ষা কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছোঁ।

# পৰিশিষ্ট - ২

## পাৰ্বতিপ্ৰসাদৰ - গীত আৰু ৰবীন্দ্ৰ-সংগীতৰ সুৰৰ তুলনাৰ বাবে লোৱা কেইটামান গীতৰ সঁফুৰাৰ নাম

| গীতৰ সঁফুৰাৰ নাম | শিল্পীৰ নাম | অনুমোদন |
|---|---|---|
| (১) বড়ো আশা করে এসেছি | আশা ভোঁসলে | বিশ্বভারতী সংগীত সমিতি |
| (২) দিনের শেষে ঘুমের দেশে | কিশোরকুমার | ঐ |
| (৩) এমন দিনে তারে বলা যায় | হেমন্ত মুখোপাধ্যায় | ঐ |
| (৪) এই কথাটি মনে রেখো | কিশোরকুমার | ঐ |
| (৫) আলোক শিখা জ্বলুক গানে | ইন্দ্রনীল | ঐ |

# পৰিশিষ্ট - ৩

## পাৰ্বতিপ্ৰসাদৰ হাতৰ আখৰ

Oh lift me from the grass!
I die, I faint, I fail!
Let thy love in kisses rain
On my lips and eyelids pale;
My cheek is cold and white, alas!
My heart beats loud and fast;
Oh press it close to thine again
Where it will break at last.

P. B. Shelley

বননিৰ পৰা মোক তুলি লোৱা এই!
মৰিলোঁ, পৰিলোঁ, মই হ'লোঁ অচেতন!
চকুৰ পতাত মোৰ শীতল ওঁঠত
চুমাৰে তোমাৰ প্ৰেম হওক বৰিষণ।
গাল মোৰ চেঁচা আৰু শেঁতা হ'ল, হায়!
কলিজাই ঘনকৈ জোৰকৈ মাৰে;
এবাৰো সাৱটি লৈবা তোমাৰ বুকুত
ভাগি-ছিঙি চূৰমাৰ হৈ যাব শেষত।

# পৰিশিষ্ট - ৪

## পাৰ্বতিপ্ৰসাদৰ কেইটিমান জনপ্ৰিয় গীত

## কাহাৰ্বা

### গীত

(১)

সোণৰ হৰিণা তই
ক'ত দেখিলি ?
ছাঁ জুইৰ পোহৰত
ধন লেখিলি !
দূৰত ৰূপৰ ছাঁয়া,
চকুত লাগিছে মায়া,
সমুখত উৰে জিঞা
নাচে পখিলি।
বননিত ৰঙা দুটি
পলৰীয়া ভৰি
অ' বলিয়া, খেদা মাৰি
পাবি জানো ধৰি ?
মায়াৰ ফান্দত পৰি
হৰিণে লুকাব ভৰি,
জিঞাৰ পৰিব সৰি
পাখি দুখিলি।।

(২)

তোমাৰ ৰথৰ জয়-ধ্বজা
মোৰ শুকুলা ফুলেৰে সজা।

বিদায় বাঁহী বাজি
ভাঙিব নেকি আজি
তোমাৰ জয়ৰ ৰঙত মজা
মোৰ শুকুলা জয়-ধ্বজা?

শেষ-বাৰিষাৰ দুৰ্বাদলত
থিয় ৰ'ল সি আপোন বলত।
নীৰৱে সকলো সহি
অকলে আহিছে বহি
তোমাৰ ৰথৰ জয়-ধ্বজা
মোৰ শুকুলা ফুলেৰে সজা।

(৩)

আহিন মহীয়া শেৱালি সৰিলে
নিয়ৰত তিতিলে বন;
জোনাকত ওপঙিল কিহবাৰে ৰাগি
কেনেবা কৰিলে মন
বান্ধৈ ঐ
কেনেবা কৰিলে মন।
বগা ডাৱৰেৰে মূৰতে পাগুৰি
কোন নো কোঁৱৰ আহি,
দোকমোকালিতে মোৰ দুৱাৰতে
কিয় ভুমুকিয়ালেহি।
বান্ধৈ ঐ
কেনেবা কৰিলে মন।

বুকুৰ বান্ধৈ,
চিনো কি নিচিনো আগে
সৰা শেৱালিৰ বাটে কাহানিবা

দেখিছিলোঁ যেন লাগে।
চিনো কি নিচিনো একো নুগুণিলো
অচিন আদৰতে মজি,
বুকুৰে মাজৰে পগলা বৰাগী
ৰঙতে নাচিলো আজি।
বান্ধৈ ঐ
কেনেবা কৰিলে মন।

**(দাদ্ৰা - ৬ মাত্ৰা)**

(৪)

চতাই পৰ্বৰতৰ নাগিনী ছোৱালী
থমকা থমকি নাচোন নাচে
নাচোনৰ লাচতে বনৰীয়া ফুলে
কাচোন কাচে।

নাচোনৰ ভঙ্গীতে নিজৰা বাগৰি
যায় ভৈয়ামলৈ বৈ ;
আজলী নাগনী ৰঙৰ নিজৰা
লগতে এসুতি লৈ।
ৰঙৰে নিজৰা বাগৰি গ'লে গৈ
পালেগৈ বুকুৰে ধন;
পথাৰে পথাৰে বিয়পি পৰিলে
শিঁয়ৰি উঠিলে বন।।

(৫)

তোমাৰ প্ৰেমৰ ভোগজৰাটি
দিয়া বাকি,
মৰমিয়াল!

জীৱন হওক ভাল।
তোমাৰ প্ৰেমৰ ঢলত পৰি,
উটি যক মোৰ জীৱন তৰী,
চিৰ আনন্দৰ পাৰটি চাই
উৰক শুকুলা পাল।

অসুন্দৰৰ মলিন ছয়া
দূৰলৈ নিয়া
অ' ধুনীয়া!

তোমাৰ ৰূপ-অমৃত ঢালি
দিয়াচোন মোৰ নয়ন মেলি
চিৰসুন্দৰ ৰূপটি চাই
ভাগক ঘুমটি জাল।।

(৬)

তোমাৰ লগত প্ৰথম দেখা
নিশা পুৱতিত
বনৰ মাজত চৰায়ে লাগে
পোহৰ জৰা গীত।
সেই যে তোমাৰ চকুৰ পাহি
বিৰিঙিছিল উজ্জ্বল হাঁহি,
ছবিটি তাৰ আঁকা থাকিল
হৃদয়ৰ ফলিত।

বহুত দিনৰ কথা প্ৰিয়
বহুত দিনৰ কথা
পুৰণি সি সোঁৱৰণী
দিয়ে প্ৰাণৰ বেথা।

আজি যে মোৰ ভৰা দিনত
তোমাৰ সি সুৰ নুঠে বীণত

তোমাৰ হাঁহিৰ প্ৰসাদ নেপাই
মোৰ বিয়াকুল চিত।।

৩০ ফাগুন, ১৮৭২ (১৯৫০)

(৭)

শাৰদী সন্ধিয়াৰ জোনাকী মেল
নিৰলা জীৱনৰ ক্ষণিক খেল।
তপনে আনে দিন জোঁকাৰি বায় বীণ
কৰমী সুৰ বায় কৰমী সুৰ।

জোনায়ে তৰে পাল সিয়ো যে লাগে ভাল
নিশাটি জুৰ হে নিশাটি জুৰ।
জুৰণি জীৱনৰ ক্ষণিক খেল
শাৰদী সন্ধিয়াৰ জোনাকী মেল।

শাৰদী সন্ধিয়াৰ জোনাকী মেল
নিৰলা জীৱনৰ ময়াপী খেল।
কৰবী সৰি যায় সুৰভি উৰি যায়।
ধৰিলে ফল, হে ধৰিলে ফল।

মন যে যায় ভোল তাৰো কি নাই মোল
সুৰভি গ'লে হে সুৰভি গ'লে।
সুৰভি সাঁচিবৰ মযাপী খেল,
শাৰদী সন্ধিয়াৰ জোনাকী মেল।

(৮)

আহিছে আজি নৱ-জীৱনৰ ঢল
জাগিছে আজি মৰণ জয়ী দল।

অসম বাণীৰ সন্তান দল জাগে ;
মাতৃ-পদত বিজয় আশীষ মাগে।
উঠে চৌদিশে বিশ্ব কঁপাই ;
জয়ধ্বনিৰ কোলাহল।
জয় জয় জয় জয়, অসম বাণীৰ জয়।

মৰণ জয়ীৰ মৃত্যুৰ ভয় নাই ;
যায় আগবাঢ়ি জীৱনৰ জয় গাই।
কেঁচা কলিজাৰ তপত তেজৰ ধাৰ,
জননী পূজাৰ সেয়ে হ'ক উপচাৰ ;
ব'লা সমুখলৈ বিঘিনি গুচাই
জয় যাত্ৰাৰ সমদল।
জয় জয় জয় জয়, অসম বাণীৰ জয়।।

(৯)

আকৌ সেউজীয়াই বজালে বীণ ?
আঙুলি বুলালে ঢোলত ধিন্।
পুৰণি ধৰণীৰ সেউজী ওৰণি
বিৰিখৰ শিৰতে জীৱনৰ অগনি
ন কৈ জ্বলালে চিন।

আহা সমনীয়া গাঁৱলীয়া
ডেকা গাভৰু চেঙেলীয়া
বীণৰে সুৰতে ঢোলৰে বোলতে
নাচোনৰ চেৱতে জীৱনটি ওলটে,
আহিছে ৰঙৰে দিন।।

(১০)

সেউজী পাৰত
তোমাৰ নিৰলা ঘৰত

বিদায় পৰত
উচুপি যি কথা ক'লা,
জানোচা পাহৰি গ'লা?
মাথো এটি ৰাতি প্ৰেমৰ সঁফুৰা
সমূলি দিছিলা মেলি,
মন ভাল লগা গীতৰ সুৰদি-ঢালি
নিশা পুৱতিত তোমাৰ বাটেদি
যেতিয়া আঁতৰ হ'লা
জানোচা পাহৰি গ'লা?
তোমাৰ খোপাৰ সৰি পৰা এটি
ৰঙা কৰবীৰ পাহি;
তাৰো আজি হায়, পাপৰি গ'ল মৰহি
তেনেকৈয়ে হায় শুকালে যেতিয়া
পিন্ধালোঁ যি ধাৰি মালা;
জানোচা পাহৰি গ'লা?

(১১)

যায় ব্ৰত সঙ্কল্প ভাগি
মোৰ কণ্ঠত লাগি
গীতৰ ৰাগী।

পুৱা সন্ধিয়া বেলা
পাতিছোঁ গীতৰ মেলা
খেলিছোঁ সুৰৰ খেলা
ৰজনী জাগি।

বেলাৰ নাই আহৰি
পুথিৰ পঢ়া পাহৰি
ফুৰোঁ বিহৰি।
হয় মন যে কাতৰ
নজনা কোন বাটৰ

কোনোবা ভোলানাথৰ
শৰণ মাগি ।।

(১২)

(ৰূপক - ৭ মাত্ৰা)

ওৰে ৰাতি অন্ধকাৰত
আছিলে মোৰ দুৱাৰ বন্ধ।
কোনে আহি দিলে মেলি,
সোণৰ পোহৰ দিলে ঢালি?
কি আনন্দ, কি আনন্দ!

আন্ধাৰ নিশা বন্ধ ঘৰত
আছিলো শুই দুখৰ ভৰত;
কি যে সন্দেহ, কি যে শঙ্কা, কি যে দ্বন্দ্ব
প্ৰথম পুৱাৰ পোহৰ প্ৰাণত,
পৰিল আকৌ
উঠিল সুৰৰ হেঁন্দোলনি
থৌকি-বাথৌ।

কঁপক তেনে কঁপক পৰাণ
নতুন সুৰৰ গোৱাচোঁ গান
উঠক কঁপি সুৰে সুৰে
বিশ্ব প্ৰাণৰ নতুন ছন্দ।

(সুৰ ঃ প্ৰণৱিৰাম বৰুৱা)

(১৩)

সন্ধ্যা মেঘৰ ৰূপ যে সেয়া
ৰঙচুৱা বৰণ,
নয়ন দুৱাৰ মুখে হিয়াত
কৰে অৱতৰণ।

বাহিৰত যি ৰূপ কায়া
ভিতৰত তাৰ পৰে ছায়া
হিয়াৰ মাজত অপৰূপে
কৰিছে মন হৰণ।

চকু মেলি চাই থাকোঁতেই
চকু পানী ওলায়
অলক্ষিতে কোনে জানো
চৰণযুৰি বুলায়।

চকুৰ পানীৰ মাজত দেখা
হিয়াৰ তলিত থাকে লেখা
মেঘৰ সাঁচত অপৰূপৰ
ৰঙা দুটি চৰণ।

(১৪)

মানুহৰ দেহাতে জীৱই কলেমলাই
খাবলৈ খুদ কণ নাই
মানুহৰ ভোগতে ভোগ পৰমাণত
খুদকণ কমিলেই দায়।

হেৰা ভোগেশ্বৰ ভোগমন ভোগাই
ভোগতে গৈছা বুৰ
শুনা কাণ পাতি জীৱৰ চিঞৰ
কলমলনিৰ সুৰ।

পেটৰ অগনিয়ে সৱাকো দংশিব
জীৱৰ সৰু-বৰে নাই,
মানুহে মানুহক মোৰ নুবুলিলে
মানুহে মানুহক খায়।।

(১৫)

লুইতৰ চাপৰিত. ক'বে নাৱৰীয়া
বালিত ভাতে ৰান্ধি খায় ;
সাউদৰ ডিঙৰা বগা পালে তৰা
উজনি দেশলৈ যায়।

হেৰ' নাৱৰীয়া মেলি দে ডিঙৰা
তৰি দে শুকুলা পাল,
পশ্চিমৰ দিশৰে পছোৱা আহিছে
বতাহ বলিছে ভাল।

পালতে লাগিব পশ্চিমৰ পছোৱা
তুল-বুল কৰিব নাও,
ঢউৰ চেৰে চেৰে নামে লগাই দিবি
হালিব-জালিব গাৱ।।

(১৬)

(খেমতা)

লুইতৰ পাৰৰে ঝাও গছ এজুপি
বতাহত লৰচৰ কৰে
কোষৰে চাপৰিত দূবৰি বননিত
পৰ্বতৰ ভেলেঙি চৰে।

উজাই নাৱৰীয়াই বোজাই নাও এখনিত
বেহা কৰিবলৈ যায় ;
বহল চকুজুৰি বহলকৈয়ে মেলি
ভেলেঙী ৰ লাগি চায়।

তুমি নাৱৰীয়া নাও বাই অহিছা
কেলেই ধৰিছা শৰ ?
ভেলেঙাৰ দেহাটি তাতেই আলসুৱা
কলিজা কোমল বৰ।।

(সুৰঃ প্ৰণৱিৰাম বৰুৱা)

(১৭)

তোৰ নাই যে বন্ধোৱা বাট,
তোৰ পদে পদে আছে কতনো উজুটি
কত ঘাত-প্ৰতিঘাত।
সৌ উচ্চ টিঙত বহি আছে তোৰ
ৰুদ্ৰ যি মহাদেৱ,
তই কৰিব লাগিব সেৱ।
এই গিৰি-পৰ্বত লংঘন কৰি
উঠিব লাগিব শিৰ ;
হেৰ নিৰ্ভীক তই বীৰ।
তই ভাঙিব লাগিব পৰ্বত-শিলা
কাটিব লাগিব বাট।

তই জিনিব লাগিব ভয় ;
তই আনিব লাগিব জয়।
তই ভাঙিব লাগিব সকলো বান্ধোন
ছিঙিব লাগিব জাল ;
এই মিছাৰ মোহিনী জাল।
তই চলাব লাগিব সাৰথি বিহীন
জীৱনৰ মহাৰথ ;
তোৰ কন্টকময় পথ।
নাই তোৰ হৈ কাৰো উৎসাহ বাণী
সহানুভূতিৰ মাত।।

(১৮)

নোবোলোঁ তোক      সোণৰ অসম
মাটিৰ অসম আই ;
সোণতকৈয়ো যে      চৰা এই মাটি,
এয়ে মোৰ ওপজা ঠাই।

অতীতত তোৰ      কি ধন আছিলে
কেলেই লাগিছে মোক?
এতিয়া যে তই      নিচেই নিছলা
দুবেলা নুগুচে ভোক।

দুখীয়া হ'লেও      নিছলা হ'লেও
আই মোৰ মৰমৰ।
আইতকৈনো বাৰু      আছেনে আপোন
আছেনে কোনোবা বৰ।।

(১৯)

মাজনিশা মোৰ এন্ধাৰ ঘৰত
কোনে ঘনে ঘনে অহা-যোৱা কৰে
মোৰ      ঘুমটি ভাগিছে বাৰে বাৰে।

তুমি      কোন হে চিকুণ চোৰ
আজি      নিবানে সৰ্বহ মোৰ
তোমাক      নেদেখি দেখিছোঁ নিচিনি চিনিছোঁ
চৰণৰ ধ্বনিৰে আঁৰে আঁৰে।

মোৰ      গোপন ঘৰৰ গভীৰ আন্ধাৰ ভৰি
কি ধন আছে মই নিজেই নেপাওঁ ধৰি।
মোৰ      সকলো উদং কৰি

তুমি লৈ যোৱা আজি হৰি,
এই আন্ধাৰৰ ধন পোহৰৰ মাজে
লৈ যোৱা আজি ভাৰে ভাৰে।।

(২০)

আই মোৰ সোণৰে অসমৰ সোণৰে মন্দিৰ
ৰ'দত চিকেমিকে কৰে।
সোণৰে কলচী সৰগ পৰশি
জ্বলমল জেউতি চৰে।।

আই মোৰ আইৰে চোতালত পাৰিজাত ফুলিলে
গোন্ধে দশোদিশ হৰে।
আইৰে মজিয়াত সুগন্ধি জ্বলালে
চৌপাশ আমোল-মোল কৰে।

আই মোৰ আইৰে থাপনাত কত পূজাৰীয়ে
কতনো পূজা যোগালে।
শঙ্কৰ পুৰুষে কীৰ্ত্তন পঢ়িলে
মাধৱে বৰগীত গালে।।

আই মোৰ আইৰে চৰণত ভকত চাপিছে
চৰণ সেৱা কৰো বুলি।
সোণপীঠ, কামপীঠ ৰতনপীঠ মিলিছে।
শিৰত লৈ চৰণৰ ধূলি।।

আই মোৰ নিছলা সেৱকৰ নিঃকিন পূজাভাগ
নিঘিণি লোৱা আই তুলি।
সেৱাৰ বঢ়া টুটা ক্ষেমিবা আই মাতৃ
দুখীয়া নিছলা বুলি।।

(২১)

আপোন হাতে ঘৰ ভাঙিলি
অ' অঘৰী!
আৰু নো তই কিহৰ আশাত
ফুৰিছ ঘূৰি!

নিজৰ ভেটি
কাকনো বেচি
কৰিলি ধনী?
হেৰাই হাতৰ সোণ, বিচাৰ
পৰশমণি!

সংসাৰৰ এই জুৱা খেলত
চাই ভেলেকী
ভগা জীৱন আগত লৈ
মাৰ টিলিকি?

(২২)

জীৱন ভৰা দুখৰ বোজা
সাহসেৰে বওঁ
তোমাৰ চৰণ ধৰি প্ৰভু
থিৰেৰে মই ৰওঁ।

বৰষুণত তিতি বুৰি
পাপৰ চেকা নিকা কৰি,
তোমাৰ দ'লৰ দুৱাৰ ডলিত
পৱিত্ৰ মই হওঁ।

ঢৌৰ পাছত ঢৌ আহে
মূৰৰ ওপৰেদি
হাঁহিমুখে পাৰ কৰি দিওঁ
চৰণ ধৰোঁ যদি

তোমাৰ পূজাত লাগে বুলি
দুখৰ জুইত দহি পুৰি
কেঁচা সোণৰ বৰণ পোৱা
কলিজাটি লওঁ ।।

(২৩)

**(কাহাৰ্বা - ৮ মাত্ৰা)**

বীণ বৰাগী, তোৰ বীণখনি ল তুলি।
সমীৰণে কাণে কাণে
আগলি বাতৰি আনে
চ'ত আহি পালে বুলি।

ৰঙে ৰঙে দশোদিশ ওপচাই গ'ল,
গছে গছে কপৌফুল ফুলিবৰ হ'ল,
গোন্ধৰ সঁফুৰা খুলি।

চা সৌ কুঁহিপাত কৰে লৰচৰ!
হেৰ' তুলি ধৰ, তোৰ বীণ তুলি ধৰ।

তাঁৰে তাঁৰে লাগি তোৰ আঙুলি বুলন,
সুৰে সুৰে খেলি যক সুৰৰ দোলন ;
পৰাণ উঠক দুলি ।।

(২৪)

**(খেমতা - ১২ মাত্ৰা)**

জোনাকী অ' জোনাকী
আকাশত তৰা জানো
তোৰ চিনাকি?
সৰগৰ বছা ফুল
চাই তই গলি ভোল,

সেয়েহে নিতৌ জ্বালো
জ্বল তই
তৰা জোন আঁকি!

পদূলিত
ফুলনিৰ আঁৰে আঁৰে
নচা গধূলিত।

কোন শিপিনীৰ ঘাই
অকালত হেৰা পাই
আন্ধাৰৰ আঁচলত
তোল তই
তৰা-চানেকী!

(২৫)

নীৰৱ কিয় টোকাৰী তোৰ
অ' বৰাগী?
দেখোঁ নাওখনি তোৰ
কূল তিয়াগি?

টোকাৰী তোৰ বিন্ধিলে ঘুণে
এগছ্ মাথোঁ জৰী
সপ্ত সুৰৰ জোকাৰ দিয়
সেই গছতে ধৰি।

নাওখনি তোৰ নিচেই সৰু
নসয় জীৱন ভাৰ
সাত সাগৰ তই ভগা নাৱত
হ'ব খোজা পাৰ।
ছিগিল জৰী বুৰিল তৰী
কঁপনি লাগি

চকু মেলি সপোন দেখাৰ
ভাগিল নে ৰাগী ?

(২৬)

নিঠুৰ নিদিয়া তুমি যে যেতিয়া
মুচৰি ভাঙিলা হিয়া,
ভঙা কলিজাৰ ৰঙা ৰহটুপি
পিয়লা ভৰাই পিয়া, প্ৰিয়তম
পিয়লা ভৰাই পিয়া।

বেদনাৰ গান নীৰৱ নিতাল
কোনেও নকৰে কাণ,
কলিজাৰ মাত তাতোকে নিফুট
উমান পাবলৈ টান, প্ৰিয়তম
উমান পাবলৈ টান।

মোৰ হৃদয়ৰ বেথাৰ বিননি
তোমাৰ সুৰত বন্ধা,
তুমি পতিয়ালে সাৰ্থক হ'ব,
সাম্ফল হ'ব কন্দা, প্ৰিয়তম,
সাম্ফল হ'ব কন্দা।।

(বিঃ দ্ৰঃ উপৰোক্ত কবিতাটি মূল পুথিখনত 'ফুলিব নে শতদল' নামৰ কবিতাটিৰ পাছতেই লিপিবদ্ধ কৰা আছিল।)

(২৭)

সেউজীয়া পাতবোৰ শুকাই লেৰেলি গ'লে
একণি চেনেহ দিবা বাকি,
সন্ধিয়াৰ অন্ধকাৰে ঢাকিলে ধৰণী মোৰ
কাষত জ্বলাবা এটি চাকি।
চেনেহৰ পানী পালে শুকান মৰহা পাতে
জানোচা একণি পাব জীপ,

এন্ধাৰে আৰবা একণি উশাহ পাব
জ্বলে যদি প্ৰেমৰ প্ৰদীপ,
জীৱনৰ চগা মোৰ তাতে পৰি ক্ষাহ যাব
এতিয়াও যি থাকিল বাকী।
হুমুনিয়াহ এটি ছাৰি শৌতা গাল খনিয়েদি
চকুপানী যেতিয়া পৰিব
ঈশ্বৰৰ আঙুলিয়ে পৰিশিব ধীৰে ধীৰে
টোপনিয়ে ধৰিব সাৱটি,
চেনেহ টুমাটি যাচি শেহবাৰলৈ মাথোঁ
শীতল দেহাটি দিবা ঢাকি।

(২৮)

**(কার্ফা - ৮ মাত্রা)**

পূজোঁ আহা আইমাতৃৰ চৰণকমল
উঠক বাজি জয়ধ্বনি পৰম মঙ্গল।

পূজাৰ দ'লৰ চন্দন চ'ৰা
বন্তি জ্বলাই উজ্জ্বল কৰা,
সুপৱিত্ৰ কৰা ঢালি শান্তিয়নী জল।

কি আছে কি দিম আমি দুখিত আতুৰ,
আই-মাতৃৰ চৰণ সেৱি হৃদয় কৰোঁ জুৰ

সমল মাথোঁ চকুৰ পানী
চৰণ ধুৱাওঁ তাকেই আনি,
বুকুৰ তেজৰ অৰ্ঘ্য ঢালি বুৰাওঁ পদতল।।

(২৯)

**(সুৰ সাগৰ)**

বিৰহী চকুলো উৰি উৰি গৈ
শুকুলা ডাৱৰ হ'ল

প্ৰেমৰ মৈদাম তাজমহলৰ
কাষতে উচুপি ৰ'ল।
চকুলো এটুপি এটি হুমুনিয়া
হায় ছাহজাহান কৰি যুগমীয়া
ৰচিলা অমৰ মৰণ মাধুৰী
প্ৰেমৰ পূজাৰ দ'ল
তাজমহল, তাজমহল।

মমতাজ ঐ বুকুৰ বান্ধৈ
পীৰিতিৰ জয়ধ্বনি
সোণ হ'ল ধূলি পৰশি তোমাৰ
বিৰহ পৰশমণি
বাউলী যমুনা ইনাই বিনাই
মৰিছে চামিল তোৰে গুণে গাই
মাটিত ফুলিলে শুকুলা পদুম
গোন্ধতে আমোল মোল
তাজমহল, তাজমহল।

হেৰা বাদছাহ পীৰিতি বলিয়া
প্ৰেম মগনীয়া ৰজা
তোমাৰ বিৰহী কলিজাৰ ধ্বনি
আজিও শুনিছোঁ বজা।
দিশে দিশে আহি তোমাৰ বেজাৰৰ
চৌদিশে জুৰি তোলে হাহাকাৰ,
বিৰহী হিয়াৰ একেটি কঁপনি
বিশ্ব বিয়পি গ'ল।
তাজমহল, তাজমহল। *

* কবিতাটি কবিৰ প্ৰিয়বন্ধু বংগদেশৰ খ্যাতনামা সুৰকাৰ স্বৰ্গীয় হিমাংশু দত্তৰ অনুৰোধত ৰচনা কৰা হৈছিল। ৰচনাকাল ১৯৪১ চন, কলিকতা। সুৰ আৰু সুৰ-চানেকিও হিমাংশু দত্তই প্ৰয়োজনা কৰি দিছিল।

হিমাচল, ১ম বছৰ ১ম সংখ্যা, বহাগি বিহু ১৮৮৩ শক।

## পৰিশিষ্ট - ৫

## সুৰ চানেকি তোলা গীত কেইটি

(১) আজি ফাগুনৰ পুবা বেলাতেই
(২) আজি আকাশত শেহ হ'ব পায়
(৩) তেওঁ মেলানি মাগিলে আজি মিলন মেলাত
(৪) জোনাক জোনাক শীতল জোনাক চাই মোৰ চকুলো সৰে
(৫) আহাঁ আহাঁ মোৰ বাসন্তী আই
(৬) আজি নীল আকাশত শুকুলা ডাৱৰৰ
(৭) ঘুমটি হৰিলে কোনে এ আজি মোৰ
(৮) হেৰ বলিয়া নয়ন ভৰি ভৰি চা
(৯) জীৱন যদি হেৰালে তোৰ
মৰণ যদি নাই.....
(১০) কিহৰ ৰাগীত জ্বলা কলা হলি
কোন পগলাৰ বিজয় মলা ললি

গীতিকবিজনাই নিজে তোলা সুৰ : চানেকি (অসম্পূৰ্ণ)

সংকলক - শ্ৰীপবনাথ শৰ্মা, সোণাৰি

* * *

আজি ফাগুনৰ পুবা বেলাতেই
মেঘে ওন্দোলাই আনিলে
আবতৰতেই নীল আকাশত
ক'লা ৰঙ কোনে সানিলে ?
বসন্ত উছৱ নহ'ল পতা
আধা কোৱা হ'ল যুৱতীৰ মেলৰ
গুপুত কথা।

দেহি ঐ, খৰিকাজাঁইৰ উঠন বুকুৰ
গোপন বেথা
কোনেও নেজানিলে।
পাতে পাতে পাতে জৰজৰণি
কোন বাউলীৰ ক্ৰান্দোনৰ যেন
করুণ ধ্বনি ;
হৃদয়ৰ বীণাখনিত তাৰেই নেকি
প্ৰতিধ্বনি
আঘাত হানিলে।

| | | | |
|---|---|---|---|
| মা ম্যু ধা । | পা ধা পা । | মা পা মা । | জ্ঞ ৰে সা |
| আ জি ফা | গু ন ৰ | পু ৱা বে | লা তে ই |
| ৰে মা ৰে । | মা পা ধা । | পা ধা পা । | মা । । |
| মে ঘে. ও | ন্দো লা· ই | আ নি | লে |
| ধা ধা সা । | ৰ্ৰে ৰ্ৰে । । | র্সা ৰ্ৰে র্সা । | ধা পা মা |
| আ ব ত | ৰ তে ই | নী ল আ | কা শ ত |
| ৰে মা সা । | মা পা ধা । | পা ধা পা । | মা । । |
| ক' লা ৰ. | ঙ কো নে | সা নি | লে |
| সা ৰে জ্ঞৰা । | সা ৰে জ্ঞৰা । | সা ৰা মা । | মা মা । |
| ব স ন্ত | উ ছ্ ৱ. | ন হ ল | প তা ' |
| মা পা ধা । | র্সা র্সা । । | র্সা র্সা ধা । | র্সা র্সা । |
| আ ধা কো | ৱা হ ল | যু তী ৰ | মে ল ৰ |
| র্সা ৰ্ৰা । । | র্সা ৰ্ৰা গা । | র্সা ৰ্ৰা । । | র্সা । । |
| গু পু ত | ক থা | | |
| র্সা ৰ্ৰা । । | ৰ্ৰা র্গা মা । | র্গা র্গা র্গা । | ৰ্ৰা র্সা । |
| দে ।হি | ঐ | খ ৰি কা | জাঁ ই ৰ |
| ধা র্সা । । | ধা র্সা । । | ধা প । । | মা পা । |
| উ ঠ ন | বু কু ৰ | গো প ন | বে থা |
| ধা পা ।। | মা ৰা । । | মা ধা পা । | মা । । |
| কো নে ও | নে জা | নি | লে |

| | | | |
|---|---|---|---|
| র্সা র্ৰা গা । | র্গা র্ৰা র্মা । | ধা র্সা ৰা । | র্সা র্সা া |
| পা তে পা | তে পা তে | জ ৰ জ | ৰ নি |
| মা পা ধা । | র্সা র্সা া । | র্সা র্সা ধা । | র্সা র্সা া |
| কো ন বা | উ লী ৰ | কা ন্দো ন | ৰ যে ন |
| র্সা র্ৰা া । | র্সা র্ৰা র্গা । | র্গা র্ৰা া । | র্সা া া |
| ক ৰু ণ | ধ্ব নি | | |
| র্সা র্ৰা া । | র্ধা র্গা মা । | র্গা র্গা র্গা । | র্ৰা র্মা া |
| হৃ দ | য় | বী ণা | ধ্ব নি -ত |
| ধা র্সা া । | ধা র্সা া । | ধা পা া । | মা পা া |
| তা ৰে ই | নে কি | প্র তি | ধ্ব নি |
| ধা পা া । | মা ৰা া । | সা ধা পা । | মা া া |
| আ | ঘা ত | হা নি | লে |

আজি আকাশত শেহ হ'ব পায়
শেহ বাৰিষাৰ গান
দিখৌ নৈৰ বুকুতে সেয়েহে আহিছে
শেহতী বান।
কলীয়া ডাৱৰৰ চকুপানী টোকা
কান্দোন পৰিলে ওৰ
আকাশত উৰিলে কপাহৰে জোলা
বাজিলে ৰঙৰে সুৰ।
ওপঙি আহিলে লেকলৌ পৰুৱা
শুকাবৰ বাঢ়নী পানী
পালেহি খবালি তাৰেহে বাতৰি
দিলেহি আনি।
সূৰুযৰ যুঁজতে পোহৰে জিকিলে
এন্ধাৰ কৰবালে' গ'ল
পোহৰৰ কাঁড়েৰে ডাৱৰ সৰকালে
বতৰ ফৰকালে হ'ল।

| | | | |
|---|---|---|---|
| । ৰা মা । | মা মা । । | সা পধা ৰপা । | মা ৰা সা |
| আ জি আ | কা শ ত | শে হ্ হ | ব পা য় |
| । ৰা মা । | মা ৰা মা । | ৰা সা সা । | । । |
| শে হ্ বা | বি ষা ৰ | গা ০ ০ | ০ ০ ন |
| । ৰা মা । | পা ধা । । | ধা ধর্সা র্সা । | র্সা র্ৰা র্ৰা |
| দি খোঁ নৈৰ | বু কু তে | সে য়ে হে | আ হি ছে |
| র্সা র্ধা র্সা । | ধা র্পা ধা । | পা মা ৰা । | সা । । |
| শে হ তী | বা ০ ০ | ০ ০ | ০ ০ ০ ন |
| সা পা ধা । | র্সা র্ৰা র্ৰা । | র্মা ৰা র্সা । | ধা পা মা |
| মা পা ধা । | র্সা ধা র্সা । | ধর্ৰা । । । | । । । |
| কু লী য়া | ডা ৱ ৰৰ | চ কু পা | নী টো কা |
| মা পা ধা । | র্সা ধা র্সা । | ধর্ৰা । । | । । । |
| কা ন্দো ন | প ৰি লে | ও ০ ০ | ০ ০ ৰ |
| ধা ধা পা । | ধা না ধপা । | মা ধা পা । | মা ৰা সা |
| আ কা শত | উ ৰি লে | ক পা হ্ | ৰে জো লা |
| সা ৰা মা । | সা পধা পা । | মা । । । | । । । |
| বা জি লে | ৰ ঙ ৰে | সু ০ ০ | ০ ০ ৰ |
| সা ৰা মা । | মা মা মা । | সা পা ধৰা । | ধা পা পা |
| ও প ঙি | আ হি লে | লে ক লৌ | প ৰু ৱা |
| সা পা সা । | ৰা সা ৰা । | না সা ৰা । | সা । । |
| শু কা বৰ | বা ঢ় নী | পা নী ০ | ০ ০ ০ |
| সা ৰা সা । | মা সা পা । | মা ৰা ৰা । | মা পা পা |
| পা লে হি | খ ৰা লি | তা ৰে হে | বা ত ৰি |
| সা ৰা মা । | মা প ধৰা । | ধা পা । । | । । । |
| দি লে হি | আ নি ০ | ০ ০ ০ | ০ ০ ০ |
| পা ধা র্সা । | র্সা র্ৰা র্সা । | র্সা ধা র্সা | ধা পা মা |
| সু ৰু যৰ | যু জ তে | পো হ ৰে | জি কি লে |
| মা পা ধা । | র্সা র্ধা র্সা । | ধর্ৰা । । । | । । । |
| এ স্কাৰ ক' | ৰ বা লে' | গ ০ ০ | ০ ০ ল |
| ধা ধা পা । | ধা না ধপা । | মা পধা পা । | সা ৰা র্সা |

| | | | |
|---|---|---|---|
| পো হ ৰৰ | কা ড়ে ৰে | ডা ৱৰ স | ৰ কা লে |
| সা ৰা মা । | মা পধা পা | মা । । । | । । । . |
| ব তৰ ফ | ৰ কা লে | হ্ ০ ০ | ০ ০ ল |

তেওঁ মেলানি মাগিলে আজি মিলন মেলাত
দুদিনীয়া উছৱৰ বিয়লি বেলাত।
ফুলতী মালতী পাহি মোলান পৰিলে,
অপৰাজিতাৰ মলা জঁয় পৰি গ'ল;
পদুমৰ পৰিমল পৱনে হৰিলে,
শুকাই মৰহি মাথোঁ পাহি পৰি ৰ'ল।
উৰুঙা ৰভাৰ তল নীৰৱে পুলকি,
সমীৰত উৰি গ'ল গোলাপৰ বাচ ;
দুজনৰ বাহু বান্ধ পৰিলে সুলকি
চুমা পৰশৰ মাথোঁ বৈ গ'ল সাঁচ।

| | | |
|---|---|---|
| সা সা । । | সা ৰা মা পা । | ধা পা মপা মা । |
| তে ওঁ | মে লা নি মা | গি লে আ জি |
| ৰা মা | পধা পা । মা । | । । ।। পা ধা র্সা র্সা |
| মি ল | ন মে লা ০ | ০ ত দু দি নী য়া |
| র্সা ধা | পা মা ।। ৰা ৰা | সা ৰা । মা । । । ।। |
| উ ছ | ৱ ৰ বি য় | লি বে লা ০ ০ ত |
| ।। পা ধা | র্সা র্ৰা । র্মা র্জ্ঞা | র্ৰা র্সা । র্সা ৰা পা মা। |
| ফু ল | তী মা ল তী | পা হি মো ০ লা ন |
| পা ধপা | মা । । ৰা মা | পা ধা । র্সা সা র্ৰা র্ৰা |
| প ৰি | লে ০ অ প | ৰা জি তা ৰ ম লা |
| র্সা ধা | র্সা র্সা । র্ৰা । | । । |
| জঁ য় | প ৰি গ ০ | ০ ল। |
| র্সা র্ৰা | র্ৰা র্জ্ঞা । র্ৰা র্সা | ধা পা । মা পধা পা মা |
| প দু | ম ৰ প ৰি | ম ল প ৱ ০ নে হ |
| ৰা মপা | মা । । সা ৰা । | ৰা গৰা। সা ৰা মা পা |
| হ ৰি | লে ০ শু কা | ই ম ৰ হি মা থোঁ |

| | | |
|---|---|---|
| ধা পমা | ধা পমা । মা া | া া । |
| পা হি | প ৰি ৰ ০ | ০ ল |
| ।। পা ধা | র্সা ৰ্ৰা । র্সাৰ্জ্ঞা | ৰ্ৰা র্সা । র্সা ধা পা মা |
| উ ৰু | ঙা ৰ ভা ৰ | ত ল নী ০ ৰ ৰে |
| পা ধপা | মা া । ৰা মা | পা ধা । র্সা র্সা ৰ্ৰা ৰ্ৰা |
| পু ল | কি ০ স মী | ৰ ত উ ৰি গ ল |
| র্সা ধা | র্সা র্সা । ৰ্ৰা া | া া |
| গো লা | প ৰ বা ০ | ০ চ |
| র্সা ৰ্ৰা | ৰ্ৰা র্জ্ঞা । ৰ্ৰা র্সা | ধা পা । মা পধা পা মা |
| দু জ | ন ৰ বা হু | বা হু প ০ ৰি লে |
| ৰা মপা | মা া । সা ৰা | ৰা গৰা । সা ৰা মা পা |
| সু ল | কি ০ চু মা | প ৰশ ৰ মা থোঁ |
| ধা পমা | ধা পমা । | মা া া া । |
| ৰ ই | গ' ল সাঁ | ০ ০ চ |

জোনাক জোনাক শীতল জোনাক
চাই মোৰ চকুলো সৰে
অন্তৰ মোৰ উভল থুগুল
উদাস আকুল কৰে।
মনত পৰেহি কোনোবা পুৰণি
জোনাকী বিৰহ বেথা,
মাধৈ-মালতী লতাৰ আঁৰৰ
গোপন মিলন কথা।
মনৰ মাজত সুখ সোঁৱৰণী
অতীত মধুৰ জাগে;
বাহিৰত শুদা ৰূপালী জোনাক
উৰুঙা উৰুঙা লাগে।

| | | | |
|---|---|---|---|
| সা জ্ঞা া । | মা পা মা । | জ্ঞা মা জ্ঞা । | সা সা া |
| জো না ক | জো না ক | শী ত ল | জো না ক |

| | | | |
|---|---|---|---|
| পা না দা । | পা মা পা । | জ্ঞা মা পা । | পা া া |
| চা ই মোৰ | চ কু লো | স ০ ০ | ৰে ০ ০ |
| পা র্সা র্সা । | র্মা র্সা া । | নর্সা নাদ া । | পদা পসা জ্ঞা |
| অ ন্ ত | ৰ মোৰ | উ গু ল | থু গু ল |
| জ্ঞা র্জ্ঞামা পা । | মপা মা জ্ঞা । | ঋ সা া । | া া া |
| উ দা স | আ কু ল | ক ৰে ০ | ০ ০ ০ |
| পা পা না । | র্সা র্সা র্সা । | না র্সা জ্ঞা । | র্ৰা র্সা র্সা |
| ম ন ত | প ৰে হি | কো নো বা | পুৰণি |
| না র্সা র্না । | দা পা মা । | জ্ঞা ৰা সৰজ্ঞৰা । | সা া া |
| জো না ক | বি ৰ হ | বে ০ ০ ০ | থা ০ ০ |
| সা সৰা জ্ঞা । | ৰা জ্ঞা জ্ঞা । | ৰা জ্ঞা া । | মা পা া |
| মা ধৈ ০ | মা ল তী | ল তা ৰ | আঁ ৰ ৰ |
| মপা ম মজ্ঞা । | ৰা সৰা জ্ঞা । | ৰা সা া । | া া া |
| গো প ন | মি ল ন | ক থা ০ | ০ ০ ০ |
| পা পা না । | র্সা র্সা র্সা । | না র্সা র্জ্ঞা । | র্ৰা র্সা র্সা |
| ম ন ৰ | মা জ ত | সু খ | সোঁ ৱ ৰ ণী |
| না র্সা র্না । | দা পা মা । | জ্ঞা ৰা সৰাজ্ঞৰা । | সা া া |
| অ তী ত | ম ধু ৰ | জা ০ ০ | গে ০ ০ |
| সা সৰা জ্ঞা । | ৰা জ্ঞা জ্ঞা । | ৰা জ্ঞা া । | মা পা া |
| বা হি ৰত | শু দা ০ | ৰূ পা লী | জো না ক |
| স্পা মা মজ্ঞা । | ৰা সৰা জ্ঞা । | ৰা সা া । | া া া |
| উ ৰু ঙা | উ ৰু ঙা | লা গে ০ | ০ ০ ০ |

## কার্ফা - ৮ মাত্র

### (কাহাৰবা ঢিমা)

আহাঁ আহাঁ মোৰ বাসন্তী আই,
বোধনৰ খন উকলি যায়।
নাহৰ ডালত কেতেকীয়ে গায়
ফাগুনৰ দিন যায়।
এই যায়, এই যায়।

ফুল ফুলাবৰ বেলা যায়।
পশ্চিমৰ পগলা পছোৱা বাই
বকুলৰ বাচ ওপচোৱা নাই
যৌৱন-বন বিহগ গায়
ফাগুনৰ দিন যায়,
এই যায়, এই যায়
ফুল ফুলাবৰ বেলা যায়।

| | | |
|---|---|---|
| সা সা গা । । | গা মা পা । । | মা ধা পা । |
| আ হাঁ আ ০ | হাঁ ০ মো ৰ | বা ০ স ন্ |
| মা । গা । । | মা পা মা । । | গা ৰা সা । |
| তোঁ ০ আ ই | বো ০ ধ ০ | ন ৰ খ ন |
| ধা সা ৰা গা । | ৰা সা । । । | |
| উ ক লি ০ | যা য় ০ ০ | |
| গপা । । । । | ধা র্সা । । । | র্মা র্ৰা র্জ্জা র্ৰা। |
| না হ ৰ ০ | ড ০ ল ত | কে তে কী য়ে |
| র্সা । । । । | মা র্সা র্সা । । | না র্সা না ধপা |
| গা য় ০ ০ | ফা ০ গু ০ | ন ৰ দি ন |
| পা ধা না ধা । | পা । । । । | পা ধা । । |
| যা ০ ০ ০ | য় ০ ০ এই | যা ০ ০ ০ |
| । । না ধা । | পা ধা পা মা । | মা । । । |
| ০ য় এ ই | যা ০ ০ ০ | ০ য় ফু ল |
| মা পা ধা । । | পা ধা পা মা । | গা মা গা ৰা |
| ফু ০ লা ০ | ব ৰ বে লা | যা ০ ০ ০ |
| সা । । । । | | |
| ০ ০ ০ য় | | |
| সা সা ৰা গমা । | মা মা মা গা । | ৰা গা মা গা |
| প চি ম ৰ | প গ লা ০ | প ০ ছো ৱা |
| ৰা সা । । । | পা পা পা । । | ধা না না ধা |
| বা ০ ০ ই | ব ০ কু ০ | ল ৰ্ বা চ |

পা ধা না ধা ।   পা । । । ।
ও প ছো ৰা   না ০ ০ ই

| | | |
|---|---|---|
| পা । পা । । | ধা র্সা র্সা । । | র্সা র্ৰা র্জ্ঞা র্ৰা |
| যৌ ০ ব ০ | ন ০ ব ন | বি ০ হু গ |
| র্সা । । । । | না র্সা র্সা । । | না র্সা না ধপা |
| গা ০ ০ য় | ফা ০ গু ০ | ন ৰ দি ন |
| পা ধা না ধা । | পা । । । । | পা ধা । । |
| যা ০ ০ ০ | ০ য় এ ই | যা ০ ০ ০ |
| । । না ধা । | পা ধা পা মা । | মা । । । |
| ০ য় এ ই | য় ০ ০ ০ | ০ য় ফু ল |
| সা পা ধা । । | পা ধা পা মা । | গা মা গা ৰা |
| ফু ০ লা ০ | ব ৰ বে লা | যা ০ ০ ০ |

সা । । ।
০ ০ ০ য়

আজি নীল আকাশত শুকুলা ডাৱৰৰ
ধূলি উৰুৱাই।
সউ পদূলিয়ে আহিছে হ'বলা
শাৰদী লখিমী আই।
লুইতৰ সিপাৰৰ কঁহুৱা বনতে
নাচনী উঠিছে জাগি,
ইপাৰৰ ধাননিত কঁপনি উঠিছে
বতাহৰে ঢউ লাগি।
বতৰ পৰিছে জুৰ,
পোহৰে বতাহে নৈয়ে পৰেবতে
বাজিছে সাদৰী সুৰ।
ৰঙৰে দিনতে কিহৰ ঐ চিতনি
থৈ দে ঘৰৰ কাম,
শেৱালিৰ মলা পিন্ধি নাচোইঁক
লগাই দে বিহুৰ নাম।

| | | | |
|---|---|---|---|
| সা সা | । সা ৰা মা | । পা ধা পা | । পধা নধা পমা |
| আ জি | নী ল আ | কা ০ শ | তে ০ ০ |
| মা পধা পা | । মা জ্ঞা ৰা | । মা । । | । সা ৰমা মা |

শুকুলা । ডা ০ ৱ ৰ ০ ৰ ধূলিউ
জ্ঞা ৰা া । সা ৰা মা । ৰা মা পা । ধা র্সা না
ঝৰাই সউপ দূ লি য়ে আহিছে
ধা পা মৰা । ৰা মা পা । মা পা ধা । পা ধনা ধপা
হৰলা শাৰদী লখিমী আ ০ (
মা া া
০ ০ ই
মা া ৰা । মা মা পা । ধা র্সা র্সা । র্সা র্সা র্সা
লুইতৰ সিপাৰৰ কঁহুৱা বনতে
র্সা র্ৰা র্গা । র্গা র্গা র্ৰা । র্সা ধা সধা । র্সা া া
নাচনী উঠিছে জা ০ ০ গি ০ ০
পা পা পা । ধা র্ৰা র্ৰা । র্সা ধা র্না । ধা পা পা
ইপাৰৰ ধাননিত কঁপনি উঠিছে
পা ধা র্সা । র্সা র্সা ধা । র্সা র্ৰা র্গা । র্গা া া
বতাহ ৰেঢউ লা ০ ০ গি ০ ০
ৰা র্গা র্ৰা । র্সা ধা সর্ৰা । র্সা া া । া া া
ব তা হ ৰে ঢ উ লা গি ০ ০ ০ ০
সা ৰা মা । ৰা মা পধা । পা মা া । া া া
ব তা হ ৰে ঢ উ লা গি ০ ০ ০ ০
ধা সা সা । ধা মা ম । সা ৰা মা । মা া া
ব ত ৰ পৰিছে জু ০ ০ ০ ০ ৰ
মা পা ধা । ধা ধনা ধা । পা মা জ্ঞা । ৰা সা সা
পোহৰে বতাহে নৈয়েপ ৰেবতে
সা ৰা মা । সা জ্ঞা ৰা । সা ৰজ্ঞা ৰা । সা া া
বাজিছে সাদৰী সু ০০ ০ ০ ৰ
মা া ৰা । মা মা পা । ধা র্সা র্সা । র্সা র্সা র্সা
ৰঙৰে দিনতে কিহৰ ঐ চিতনি
র্সা র্ৰা র্গা । র্ৰা র্সা ধর্সা । র্সা া া । া া া
থৈ ০ দে ঘ ০ ৰৰ কা ০ ০ ০ ০ ম
পা পা পা । ধা র্ৰা র্ৰা । র্সা ধা র্না । ধা পা পা
শেৱালি ৰ মলা পিন্ধিলা চোহঁক

পা ধা র্সা । র্সা ধা র্সা । র্সা ৰ্ৰা র্গা । র্গা ়া ়া
ল গাই দে বি ০ হুৰ না ০ ০ ০ ০ ম
ৰ্ৰা র্গা ৰ্ৰা । র্সা ধর্সা ৰ্ৰা । র্সা ়া ়া । ়া ়া ়া
লা গাই দে বি ০ হুৰ না ০ ০ ০ ০ ম
সা ৰা মা । ৰা মা পধা । পমা ়া ়া । ়া ়া ়া
ল গাই দে বি ০ হুৰ না ০ ০ ০ ০ ম

ঘুমটি হৰিলে কোনে এ,
আজি মোৰ ঘুমটি হৰিলে ঐ!
জোনৰে কোষৰে একেটি তৰা এ,
কিবা সাধু কথা কয়!
মন মোৰ অবাক হয়!
কিনো বিননি গায় এ,
ৰিণ্ ৰিণনিত আকাশ কঁপায়
হিয়া-তলি ভেদি যায়!
আজি মোৰ ঘুমটি হৰিলে হায়!

সা সা গা । গা মা পা । মা পধাধাধপা । মা গা ়া
ঘু ম টি হ ৰি লে কো নে ০ এ ০ ০
গা মা পা । মপধা পমা গৰসা । সৰগা ৰগা ৰস । সা ়া ়া
আ জি মোৰ ঘু ম টি হ ৰি লে ঐ ০ ০
পা পা ধর্সা । র্সা র্সা র্সনা । ধা নর্সা না । ধা নর্সা নধা
জো ন ৰে কো ষ ৰে এ কে টি ত ৰা ০
পা ়া ়া । পা ধা র্সা । র্সা ধা ৰ্ৰা । র্সা ়া ধপা
এ ০ ০ কি বা সা ধু ক থা ক ০ ০
পা ়া মগা । গা ৰ গৰা সা । সা ৰগা ৰা । সা ়া ়া
০ ০ য় ম ০ ন্ মোৰ অ ০ ০ বাক্ হ ০ য়
{ধা সা সা । ৰা গমা গা । ৰা গমা গা । ৰসা ়া ়া}
কি ০ নো বি ন নি গা ০ য় এ ০ ০
পা পা ধর্সা । র্সা র্সা নধা । ধ নর্সা না । ধা পা ়া

| | | | | | | |
|---|---|---|---|---|---|---|
| ৰি ণ্ ৰি | | ণ নি ত্ | | আ কা শ | | কঁ পা য় |
| পা ধা র্সা | । | র্সা ধা র্ৰা | । | র্সা । ধা | । | পা মা গা |
| হি য়া ত | | লি ভে দি | | যা ০ ০ | | ০ ০ য় |
| গা ৰা সা | । | ধা সা ৰগা | । | গা ৰা গৰা | । | সা । । |
| আ জি মোৰ | | ঘু ম টি | | হ্ ৰি লে | | হা ০ য় |

## (খেমতা তাল - ৬ মাত্ৰা)

হেৰ বলিয়া নয়ন ভৰি ভৰি চা
বলিয়া নয়ন ভৰি ভৰি চা,
সন্মুখত সৌ উঠিছে নামিছে
ৰূপহী সুঁতিৰে ধল।
ধলৰে বুকুতে পোহৰ জ্বলে মলাই
ঢউৰে কৰে টল মল
বলিয়া নয়ন ভৰি ভৰি চা
টৌ দেখি তোৰ হালে জালে গা
ইকৰা পাতৰে নাওখনি বা
পখিলা পাখিৰে পাল তৰি লৈ
পাৰি দি মাজলৈ যা
কলমৌ ঠাৰিৰে পেঁপাটি বজাই
বন গীত এফাকি গা বলিয়া
নয়ন ভৰি ভৰি চা বলিয়া
নয়ন ভৰি ভৰি চা।

| | | |
|---|---|---|
| সা সা । জ্ঞ | । | জ্ঞা মা পা মা |
| হে ৰ ০ ব | | লি ০ য়া ০ |
| জ্ঞা মা । । | । | জ্ঞা মা জ্ঞা সা |
| ন য়ন্ ০ ভ | | ৰি ০ ভ ৰি |
| সা জ্ঞা । জ্ঞা | । | জ্ঞা মা পা মা |
| চা ০ ০ ব | | লি ০ য়া ০ |

জ্ঞা মা । । । জ্ঞা মা জ্ঞা সা
ন য়ন্ ০ ভ বি ০ ভ বি
সা । । । । । । । ।
চা ০ ০ ০ ০ ০ ০ ০
পা । । । । না । র্সা ।
স ০ ন্মু খত স উ
{না । পা । । না । র্সা । }
উ ঠি ০ ছে না ০ মি ছে
না র্সা । র্ৰা । র্সা র্না পা না
ৰূ প ০ হী সুঁ ০ তি ৰে
সা । । । । । । । ।
ধ ০ ০ ০ ০ ০ ০ ল
র্না র্সা । র্সা । র্সা । র্সা র্সা
ধ ল ০ ৰে বু ০ কু তে
না পা । না । পা । মা জ্ঞা । জ্ঞা মা । মা । জ্ঞা মা জ্ঞা সা
পো হ্ ৰ জ্ব লে ০ ম লাই ঢ উ ৰে ক ৰে ০ ট ল
সা । জ্ঞা । । জ্ঞা মা পা সা । জ্ঞা মা । মা । জ্ঞা মা জ্ঞা সা
ম ০ ল্ ব লি ০ য়া ০ ন য় ন ভ বি ০ ভ বি
সা । । । । । । । । । সা জ্ঞা । জ্ঞা । সা জ্ঞা জ্ঞা ।
চা ০ ০ ০ ০ ০ ০ ০ ঢ উ ০ দে খি ০ তো ৰ
জ্ঞা মা জ্ঞা মা । পা । দপা মজ্ঞা । জ্ঞা মা । সা । মা । পা মা
হা লে জা লে গা ০ ০০ ০০ ই ক ০ ৰা পা ০ ত ৰে
জ্ঞা মা জ্ঞা সা । সা । । । । পা পা । পা । না । র্সা র্সা
না ও খ নি বা ০ ০ ০। প খি ০ লাৰ পা ০ খি ৰে
না পা । পা । র্না । র্সা র্সা । না সা । র্ৰা । র্সা না পা র্না
পা ০ ল ত ৰি ০ লৈ ০ পা ৰি ০ দি মা ০ জ লৈ
র্সা । । । । । । । । । না র্সা । র্সা । র্সা । র্সা র্সা
যা ০ ০ ০ ০ ০ ০ ০ ক ল্ ০ মৌ ঠা ০ ৰি ৰে
না পা । না । মা । মা গা । জ্ঞা সা । মা । জ্ঞা মা জ্ঞা সা
পে পা ০ টি ব ০ জাই ব ০ ন্ গীত এ ০ ফা কি

| | | | |
|---|---|---|---|
| সা জ্ঞা । জ্ঞা । | জ্ঞা মা পা মা । | জ্ঞা মা । মা | । জ্ঞা মা জ্ঞা সা |
| গা ০ ০ ব | লি ০ য়া ০ | ন য় ন ভ | ৰি ০ ভ ৰি |
| সা । । । । | । । । । | | |
| চা ০ ০ ০ | ০ ০ ০ ০ | | |

জীৱন যদি হেৰালে তোৰ
মৰণ যদি নাই হে
মৰণ যদি নাই
ঘৰটি যদি ভাগিলে তোৰ
বাটত ন'হল ঠাই ঐ
বাটত নহ'ল ঠাই,
কি গতি হ'ব হায় দুৰকপলীয়া
তৰাং পানীত বুৰালি তোৰ
মাণিক ভৰা তৰী / অথাই সাগৰ পাৰ হ্ব তই
কি ভৰসা কৰি-।
দুৰকপলীয়া।
অতল জলত তল ন গলি
নেপালি তই কূল
জীৱন মৰণ হৰণ কৰা
ঘটিল যদি ভুল।
কলিজাত তোৰ আপোন হাতেই
হান যদি হুল কি গতি হব হায়
দুৰকপলীয়া।

| | | | |
|---|---|---|---|
| সা ৰজ্ঞা ৰা জ্ঞা । | ৰা জ্ঞা ৰা জ্ঞৰসা । | সা ৰা জ্ঞা ৰা সা । | সা । ৰা না |
| জী ৱন য দি | হে ৰা লে তোৰ | ম ৰণ য দি | না ই হে ০ |
| সা ৰজ্ঞা ৰা সা । | সা । । । । | পা ধনা ধা না । | ধা না ধা নধপ |
| ম ৰণ য দি | না ০ ০ ই | ঘ ৰটি য দি | ভা গি লে তোৰ |
| পা ধনা ধা পা । | পা । ধা না । | পা ধনা ধা পা । | পা । । । |
| বা টত ন হ'ল | ঠা ই হে ০ | বা টত ন হ'ল | ঠা ০ ০ ই |

| | | | | | | |
|---|---|---|---|---|---|---|
| মা জ্ঞা ৰা জ্ঞা | । ৰা জ্ঞা মা পা | । | মা জ্ঞা ৰা সা | । | ৰমা জ্ঞা সা । |
| কি ০ গ তি | হ ব হা য় | | দু ৰ ক প | | লী ০ য়া ০ |
| মা ৰমা মপা ধনা । | ধা পা । । | । | সা । । না | । | ধা পধা পা মা |
| ত ৰাং পা নীত | বু ৰা লি তোৰ | | মা ণিক ভ ৰা | | ত ০ ৰী |
| মা পধনা ধা নধা । | পা ধনধা পা মা | । | মা পধসা সনা নধা। | | পা । । । |
| অ ঠাই সাগৰ | পা ৰ হ ব্ৰ তই | | কি ০ ০ ভ ৰ সা | | ক ৰি ০ ০ |
| সা জ্ঞা ৰা সা | । ৰমা জ্ঞৰা সা । | । | | | |
| দু ৰ ক প | লী ০ য়া ০ | | | | |
| সা ৰমা মপা ধনা । | ধপা পা । । | । | র্সা র্সা র্সা র্না | । | ধা পর্ধা পর্মা । |
| অ তল জ র্লত | তল ন গ লি | | না পা লি তই | | কূ ০ ০ ল ০ |
| মা পধর্না ধা নধা । | পা নধা পা মা | । | পা ধনা ধা পা | । | পা । । । |
| জী ৱন ম ৰণ | হ ৰণ্ ক ৰা | | ঘ টিল য দি | | ভু ০ ০ ল |
| পা ধনা ধা নধা । | পা ধনা পা মা | । | সপা ধনা ধা পা । | | মা জ্ঞা । । |
| ক লি জাত তোৰ । | আ পোন হা ০ তেই | | হা ০ ০ ন য দি | | হ ০ ০ ল |
| ৰা জ্ঞা ৰা জ্ঞা | । ৰা জ্ঞা মা পা | । | মা জ্ঞা ৰা মা | । | ৰমা জ্ঞৰা সা । |
| কি ০ গ তি | হ ব হা য় | | দু ৰ্ ক প | | লী ০ ০ য়া ০ |

কিহৰ ৰাগীত জ্বলা কলা হলি
কোন পগলাৰ বিজয় মলা ল'লি।
কোন ৰূপহৰ ৰূপত ভোল গলি,
উজ্জ্বল জ্যোতি চাই অন্ধলা হলি!
জলক তবক বাট নেপাব চিনি,
থৰক-বৰক যাব যেনি তেনি
অন্ধ চকুত অপৰূপ ছয়া-বাজী
জগৎ খনেই ৰূপহ যে হ'ল আজি।

| | | | | |
|---|---|---|---|---|
| ।। পা ধা না । | । | ধা না র্ৰা র্সা | । | না ধা পা পা |
| কি ঃ হ ৰ্ | | ৰা ০ গী ত | | জ্ব লা ক লা |
| পা ধা না ধা | । | পা পমা । । | । | গা । ৰা সা |
| হ লি এ ০ | | কো ০ ন প | | গ ০ লা ৰ |
| সা ৰা গমা গা | । | ৰা । । । ।। | | |
| বি জয় ম লা | | ল লি ০ ০ | | |

| | | |
|---|---|---|
| ।। পা ধা । ধা । | র্সা । র্মা । । | র্ধা র্ৰা র্গা ৰর্ধা |
| কো ০ ন ৰ্ক | প ০ হ ৰ | ৰ্ক প ত ভোল |
| র্মা র্ৰা । । । | র্ৰা র্ৰা । র্ৰা । | র্ৰা র্গা র্ৰা র্মা। |
| গ লি ০ ০ | উ জ্জ্ব ল জ্যো | তি ০ চা ই |
| না । ধা পা । | পা ধা । নধা । | পা পমা । । |
| অ ঃ ন্ধ লা | হ লি ০ ০ | কো ০ ন প |
| গা । ৰা সা । | সা ৰা গমা গা । | ৰা । । । ।। |
| গ ০ লা ৰ | বি জয় ম লা | ল লি ০ ০ |

(অসম্পূর্ণ) ৩০।৬।৫৫

## সুৰ চানেকি

### গীত

দূৰ-দূৰণিত উঠিল বাজি
কোন মোহনৰ বাঁহী?
গীত-পাহৰা সুৰৰ ৰাগী
আহিল বায়ুত ভাহি!
সুৰৰ ৰাগীত কঁপে পোহৰ,
চৰাইৰ ডিঙিত সুৰৰ লহৰ,
ফুলৰ পাহিত হাঁহি কিহৰ,
কিহৰ ইমান হাঁহি!

বাট-পাহৰা বলিয়া টোৱে
বাঁহী বাই বাই গ'ল।
বাটৰ কাষত সুৰ বিলাক
সিচঁৰতি হৈ ৰ'ল।

সেই সুৰকেই বুটলি আনি
চৰায়ে ল'লে ডিঙিত সানি,
সেই সুৰতেই ফুলৰ ৰাণী-
মেলে নতুন পাহি।।

II মা পা ধা । ধা ধা -া । ধা ণা ধা । পা মা -া ।
দু ৰ্ দু ৰ ণি ত্ উ ঠি ল্ বা জি ০
ধা র্সা র্সা । র্সা ধা পা । মা ৰা -া । । । । ।।
কোন্ মো হ ন ৰ বাঁ হী ০ ০ ০ ০
ধা র্সা র্সা । র্সা ধা পা । মা -। -। । । । ।।
দু ৰ দু ৰ ণি ০ ০ ০ ত ০ ০ ০
ধা পা ধা । পা মা ৰা । ৰা মা পধা । মপধা পমা -।।
গী ত্ পা হ ৰা ০ সু ৰ ৰ্ ৰা গী ০
র্সা -া র্ৰগা । র্ৰা -া র্সা । সা -া -া । -া -া মা ।
আ ০ হিল্ বা ০ যুত ভা হি ০ ০ ০ ০
ধা র্সা র্সা । র্সা র্ধা পা । মা -া -া । । । । ।।
দু ৰ দু ৰ ণি ০ ০ ০ ত্ ০ ০ ০
II {র্সা ধা -া । র্সা র্ৰা -া । র্সা ধা -া । র্সা র্ৰা -া ।
সু ৰ ৰ্ ৰা গী ত কঁ পে ০ পো হ ৰ্
র্সা র্ৰা -া । র্ৰা র্ৰা -া । র্সা র্ৰা -া । র্সা র্ৰা র্গা ।
চ ৰা ইৰ্ ডি ঙি ত সু ৰ ৰ্ ল হ ৰ্
র্ৰা র্সা ধা । র্সা র্ৰা র্গর্মা । র্গা র্ৰা -া । -া -া -া } ।
কঁ পে ০ পো হ ০ ০ ০ ০ ০ ০ ০ ৰ্
র্সা র্সা র্ৰা । র্ৰা র্ৰা -া । র্ৰা র্ৰা -া । র্ৰা র্ৰা র্গা ।
ফু ল ৰ্ পা হি ত্ হাঁ হি ০ কি হ ৰ
র্সা -া র্ৰর্গা । র্ৰা র্সা -া । র্সা র্সা -া । -া -। মা ।
কি ০ হ ৰ ই ০ মান্ হাঁ হি ০ ০ ০ ০
ধা র্সা র্সা । র্সা ধা পা । মা -া -া । -া -া -া ।।
দু ৰ্ দু ৰ ণি ০ ০ ০ ত্ ০ ০ ০
ধা পা ধা । পা মা -া । ৰা মা -া । ৰা সা -া ।
বা ট্ পা হ ৰা ০ ব লি য়া টো ৰে ০
ৰা -া মা । ৰা মা ৰা । সা -া -া । -া -া -া ।
বাঁ হী ০ বা ই বাই গ ০ ০ ০ ০ ল্
সা -া ৰা । মা -া পা । ধা -া র্সা । র্সা -া -া ।
বা ট ৰ্ কা ষ ত্ সু ০ ৰ্ বি লা ক্

| | | | |
|---|---|---|---|
| ধা -া ধা । | পা ধা পা । | মা -া -া । | -া -া -া }। |
| সিঁচ্ ৰ্ | তি হৈ ০ | ৰ ০ ০ | ০ ০ ল্ |
| {ৰ্সা -া ধা । | ৰ্সা ধা -া । | ৰ্সা ধা -া । | ৰ্সা ৰ্ৰা -া । |
| সেইসু | ৰকেই | বুটলি | আনি ০ |
| ৰ্সা ৰ্ৰা ৰ্ৰা । | ৰ্ৰা ৰ্ৰা -া । | ৰ্সা ৰ্ৰা -া । | ৰ্সা ৰ্ৰা ৰ্গা । |
| চৰায়ে | ললে ০ | ডিঙিত্ | সানি ০ |
| ৰ্ৰা ৰ্সা ধা । | ৰ্সা ৰ্ৰা ৰ্গৰ্মা । | ৰ্গা ৰ্ৰা -া । | -া -া -া } । |
| বুটলি | আনি ০ ০ | ০ ০ ০ | ০ ০ ০ |
| ৰ্সা ৰ্ৰা ৰ্ৰা । | ৰ্ৰা ৰ্ৰা -া । | ৰ্ৰা ৰ্ৰা -া । | ৰ্ৰা ৰ্ৰা ৰ্গা । |
| সেইসু | ৰতেই | ফুলৰ্ | ৰাণী ০ |
| ৰ্সৰ্ৰা -া ৰ্ৰৰ্গা । | ৰ্ৰা ৰ্সা -া । | ৰ্সা -া -া । | -া -া মা। |
| মে ০ লে | নতুন্ | পাহি ০ | ০ ০ ০ |
| ধা ৰ্সা ৰ্সা । | ৰ্সা ধা পা । | মা -া -া । | । । । ।। ।। |
| দূৰ্ | দূৰণি ০ | ০ ০ ত্ | ০ ০ ০ |

## পৰিশিষ্ট - ৬

# বিভিন্নজনৰ দৃষ্টিত পাৰ্বতিপ্ৰসাদ বৰুৱা

" মুঠতে, পাৰ্বতিপ্ৰসাদে সোণ-ৰূপৰ চৰুত হাত দি ওপজিছিল যদিও তেওঁ এফালে যেনেকৈ চাহবাৰী পাতিছিল, আনফালে তেনেকৈ সংস্কৃতিৰ ফুলনিত আমোলমোলীয়া ফুলো ফুলাইছিল।"

অতুল চন্দ্ৰ হাজৰিকা

"অসমৰ সকলোৱেই পাৰ্বতি বৰুৱাদেৱক এজন শ্ৰেষ্ঠ গীতিকবি, সুৰ সাধক, জাতীয় সংস্কৃতিৰ বাটকটীয়া ৰূপহীৰ খনিকৰ ৰঙ্গমঞ্চৰ এজন শ্ৰেষ্ঠ অভিনেতা আৰু নৃত্যশিল্পী বুলি শ্ৰদ্ধাৰে আৰু চেনেহৰে চাইছিল আৰু আজিও চাই আছে।"

নকুল চন্দ্ৰ ভূঞা

" সেই সময়তে পাৰ্বতিপ্ৰসাদৰ বায়েক কমলা আইদেউ ঢুকায় আৰু সেই দুখত ম্ৰিয়মান হৈ তেওঁ এটি কবিতা লিখি আনি মোৰ হাতত দিয়ে ; মোৰ সম্পাদিত 'মিলন'ত সেয়ে 'মিলন-মাধুৰী' নামে প্ৰকাশিত হয়।"

ডিম্বেশ্বৰ নেওগ

"তেতিয়া কলেজত পঢ়া ডেকা পাৰ্বতিপ্ৰসাদ বৰুৱা, শ্ৰীযোগকান্ত বৰুৱা আদি আমাৰ জানিবা বাটকটীয়া। প্ৰবীণ শ্ৰীপদ্মধৰ চলিহাতো সৰু- ডাঙৰ আমাৰ সকলোৰে লগৰীয়া। এতিয়া ভাঙি পেলোৱা মঞ্চটোৰ ওপৰত বেঞ্চিত বহি সুদৰ্শন পাৰ্বতিপ্ৰসাদ বৰুৱাই গীত গায়।একেবাৰেই নতুন গীত, নিজে লেখা, সুৰো তেওঁ নিজেই দিছিল।"

মহেশ্বৰ নেওগ

"এইদৰে লগ পাওঁতে বৰুৱাৰ লগত চমুকৈ হ'লেও বহুত বিষয়ৰ আলোচনা হয়। বিশেষকৈ সমাজ, সাম্প্ৰদায়িকতা, ৰাজনীতি আৰু সাহিত্য এই সকলোতে তেখেত বেছি উদাৰ। সাহিত্যৰ বিষয়ত অলপ ৰক্ষণশীল হ'ব খোজে।"

বিনন্দ চন্দ্ৰ বৰুৱা

"অসমীয়া আধুনিক গীতৰ ধাৰাত জ্যোতিপ্ৰসাদ, বিষ্ণুপ্ৰসাদ আৰু পাৰ্বতিপ্ৰসাদৰ পৰম্পৰা ৰক্ষা কৰাটো অসমীয়া জাতিৰ পবিত্ৰ কৰ্তব্য।"

ভূপেন হাজৰিকা

"ভাষা-সাহিত্য আৰু সংস্কৃতিৰ কথা পাতি মোৰ লগত ওৰেৰাতি উজাগৰে কটায়।"

শশীচন্দ্ৰ বৰবৰুৱা

" পাৰ্বতিপ্ৰসাদৰ মাজত 'সত্যদ্ৰষ্টা মন্ত্ৰস্ৰষ্টা' এই ঋষিত্ব অনুভৱ নকৰিলে তেওঁৰ গীত আৰু কবিতাৰ মৰ্মবাণী উপলব্ধি কৰা টান। ঋষিত্ব বুলি ক'লে অনেকেই চক খাই উঠিব পাৰে। কাৰণ, 'ঋষিত্ব'ৰ লগত যেন বেদ-উপনিষদৰ আধ্যাত্মিক সত্যহে জড়িত এনে এটা ধাৰণা আমাৰ পৰম্পৰাত প্ৰবাহিত হৈ আহিছে।"

ড° নগেন শইকীয়া

" পাৰ্বতিপ্ৰসাদৰ গীতত সমুদ্ৰৰ গৰ্জন নাই, বিদেশী বাদ্যৰ ঝংকাৰ নাই, আছে অসমৰ হাবি-বননি, চৰাই-চিৰিকতি, শৰতৰ পৰশত জীপাল হৈ উঠা প্ৰাকৃতিক সৌন্দৰ্য আৰু অসমৰ বুকুত নৈ-নিজৰা, জুৰি-জানৰ চিত্ৰ। পাৰ্বতিপ্ৰসাদৰ গীতৰ কথাত সদায় দেখা গছজোপাও নতুন ৰূপত আহি আমাৰ চকুত ধৰা দিয়ে।"

ড° জগদীশ পাটগিৰী